# বিষ্ণুপ্ৰসাদ ৰাভা

শ্ৰীমোহনলাল মুখাৰ্জী



লয়াৰ্ছ বুক ষ্টল
পানবজাৰ : গুৱাহাটী-১

প্ৰকাশক
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
লয়াৰ্ছ বুক ষ্টল
পানবজাৰ, গুৱাহাটী-৭৮১০০১

প্ৰথম সংস্কৰণ : ১৯৮৯ চন

মূল্য : ৩৫.০০ টকা মাত্ৰ

ছপাওঁতা
বিচিত্ৰনাৰায়ণ প্ৰিণ্টিং প্ৰেছ
গোপীনাথ বৰদলৈ পথ
আমবাৰী, গুৱাহাটী-৭৮১০০১

# কৃতজ্ঞতা স্বীকাৰ

মই এই কিতাপখনি লিখাৰ সূচনাৰপৰা শেষলৈকে কমৰেড্ বিষ্ণু প্ৰসাদ ৰাভাৰ ৰাজনৈতিক জীৱনক প্ৰতিবিম্বিত কৰি তোলাত অঙ্গাঙ্গীভাৱে জড়িত থকা মোৰ সহকৰ্মী কমৰেড্ হৰিদাস ডেকা, গোবিন্দ কলিতা, সৰোজ কুমাৰ সেন, শৈলেন মেধি আৰু প্ৰবীণ ৰাজনৈতিক আৰু সমাজসেৱিকা শ্ৰীমতী কমলা মজুমদাৰ আদিৰ পৰা পৰামৰ্শ আৰু উদ্গনী লাভ কৰিব পাই তেখেতসকলৰ প্ৰতি মোৰ সশ্ৰদ্ধ আন্তৰিক কৃতজ্ঞতা স্বীকাৰ কৰিলোঁ। ইতি—

লেখক

শ্ৰীমোহনলাল মুখাৰ্জী

# উৎছৰ্গা

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱন নাটৰ এই আলেখ্যটি আমাৰ আটাইৰে শ্ৰদ্ধাৰ পাত্ৰ স্বৰ্গীয় হৰেণ কলিতাৰ পুণ্য স্মৃতিৰ সোঁৱৰণীত উছৰ্গা কৰিব পাই নিজকেই ধন্য মানিছোঁ।

এইজন মহান কমৰেডে বিষ্ণুপ্ৰসাদ ৰাভাক কমিউনিষ্ট আদৰ্শত উদ্বুদ্ধ কৰি বিপ্লৱী ৰাজনীতিত মহাৰথীৰূপে ৰূপান্তৰিত কৰাত অন্যতম নিয়ামকৰ স্বাক্ষৰ ৰাখি গৈছে। হৰেণ কলিতা গুৱাহাটীৰ এটি ৰাজনৈতিক ঐতিহ্যবাহী পৰিয়াল, টোকোবাৰীৰ সত্ৰাধিকাৰ স্বৰ্গীয় সাধিৰাম ভকতৰ তৃতীয় পুত্ৰ। ১৯৩০ চনত বিলাতী বস্তু বৰ্জনৰ আন্দোলনত যোগ দিয়াৰ বাবে কলিতাৰ ওপৰত বেত্ৰাঘাত দণ্ডাদেশ ঘোষিত হৈছিল। কিন্তু কলিতাৰ অতি কোমল বয়সত এনেকুৱা নিৰ্মম দণ্ডাদেশৰ বিৰুদ্ধে ৰাইজৰ প্ৰতিবাদত হৰেণক এই দণ্ডৰপৰা ৰেহাই দিয়া হয়। সেই একে অপৰাধত হৰেণ কলিতাৰ ককায়েক ৰাজেন কলিতাৰ চাৰিমাহ কাৰাদণ্ড হৈছিল। কিছুদিন পিছতে ৰাজেন কলিতাই পিস্তল বোমা লৈ ধৰা পৰাত দুই বছৰ কাৰাৰুদ্ধ হৈ থাকে। যোৰহাট জেইলতেই তেখেতে যক্ষ্মাৰোগত আক্ৰান্ত হয়। দুই বছৰ পিছতে মুক্তি পাই ৰাজেন কলিতাই গুৱাহাটীত মৃত্যু বৰণ কৰে।

কমৰেড্ হৰেণ বিপ্লৱী সাম্যবাদী দলৰ সম্পাদকৰ পদত থাকি অসমৰ বাঁওপন্থী আন্দোলনৰ গুৰি ধৰোতাৰূপে অবিস্মৰণীয় খ্যাতি অৰ্জন কৰে। তেখেতে ১৯৪১ চনত গুৱাহাটীত ছাত্ৰ আন্দোলনত যোগ দি পুলিচৰ লাঠীৰ কোবত জখম হৈ গ্ৰেপ্তাৰ হয় আৰু চাৰি মাহৰ বাবে কাৰাৰুদ্ধ হৈ থাকে। ১৯৪২ চনত স্বাধীনতা সংগ্ৰামত যোগ দি এক বছৰ বন্দী হৈ থাকে। পঞ্চাশৰ দশকত অসমৰ কৃষকৰ মুক্তি সংগ্ৰামত তেখেতৰ নেতৃত্বই অসামান্য কৃতিত্ব ৰাখি থৈ গৈছে। হৰেণ কলিতাই হৃদৰোগত আক্ৰান্ত হৈ ১৯৫৬ চনত গুৱাহাটীতে শেষ নিঃস্বাস ত্যাগ কৰে—এই কিতাপখনি হৰেণ কলিতাৰ নামত উছৰ্গা কৰিব পাই তেখেতৰ প্ৰতি আমাৰ ঋণ পৰিশোধ কৰাৰ এটি কৰ্ত্তব্য সাধিত হব বুলি ভাবোঁ।

শ্ৰীমোহনলাল মুখাৰ্জী

## মোহনলাল মুখাৰ্জীৰ জীৱনৰ চমু আভাষ

যি কেইজন বামপন্থী বিপ্লৱী সাম্যবাদীয়ে নির্য্যাতন, ক্লেশ আৰু অৱমাননাৰ মাজত ভৱিষ্যত সমাজৰ উজ্জ্বল সপোন দেখিছিল আৰু যি কেইজন নিঃস্বাৰ্থ তৰুণ যুৱকে চল্লিচ-পঞ্চাচৰ দশকত বাইজৰ দ্বাৰা অৱহেলিত বিষ্ণুপ্ৰসাদ ৰাভাক হতাশাত মুজৰি খোৱা অৱস্থাৰ পৰা তুলি আনি সাম্যবাদী আদৰ্শৰ অক্ষয় প্ৰেৰণাৰ উৎসৰে নবীন উদ্যমৰ নায়ক ৰূপে অসমৰ ৰাজনৈতিক পটভূমিত সঞ্জীৱিত কৰিছিল শ্ৰীমোহনলাল মুখাৰ্জী সেইসকলৰ ভিতৰত অন্যতম ।

মোহনলাল মুখাৰ্জীৰ দেউতাক ডাক-তাঁৰ বিভাগৰ এজন বিষয়া আছিল আৰু তেখেতে ভাৰতৰ বিভিন্ন ঠাইত বদলি হৈ ফুৰিবলগীয়া হৈছিল। সেই হিচাবেই মোহনলালৰ জন্ম কলিকতাত, বাল্য শিক্ষা পঞ্জাৱত, প্ৰবেশিকা পৰীক্ষা গুৱাহাটীৰপৰা, উচ্চ শিক্ষা আকৌ কলিকতাত। কিন্তু ১৯৩৭ চনৰপৰাই ৰাজনীতিত অংশ গ্ৰহণ কৰি মোহনলালে কলেজীয়া শিক্ষা সম্পূৰ্ণ কৰিব নোৱাৰিলে। ১৯৪১ চনৰপৰা ১৯৬৩ চনলৈ বহুবাৰ গ্ৰেপ্তাৰ হৈ তেওঁ তেওঁৰ জীৱনৰ এঘাৰটা বছৰ জেলৰ ভিতৰত কটাবলগীয়া হৈছিল। প্ৰায় দুই যুগ ধৰি বহু লোমহৰ্ষক ঘটনাৱলীৰে তেওঁ এজন প্ৰখ্যাত নায়কৰ ভূমিকা পালন কৰিছিল। মোহনলাল মুখাৰ্জী আৰু তেওঁৰ সহযোগী স্বৰ্গীয় হেনা গাঙ্গুলী সেই সময়ছোৱাৰ অসমৰ বিপ্লৱী ৰাজনীতিত বিশেষ কিংবদন্তি আছিল বুলি ক'লেও বঢ়াই কোৱা নহয়।

ইংৰাজ বিৰোধী সংগ্ৰামৰ শেষ অধ্যায়ত অৰ্থাৎ ১৯৪৫ চনৰ পৰাই উজনী অসমৰ কয়লাখনি, তেলপুং আৰু চাহ বাগিছাৰ শ্ৰমিক আন্দোলনৰ নেতৃত্ব দি বহুবাৰ বহিষ্কাৰ (Externed), কেইবাবাৰো অন্তৰীন ( Interned ), জেইল, জৰিমনা, অনশন ধৰ্মঘট, সশস্ত্ৰ প্ৰতিৰোধ ইত্যাদিৰ মাজেৰেই মুখাৰ্জীৰ ৰাজনৈতিক জীৱনৰ ধাৰা।

১৯৫০ চনৰ দশকত বিপ্লৱী কমিউনিষ্টৰ ক্ষমতা দখলৰ সশস্ত্ৰ সংগ্ৰামৰ সময়ছোৱাত চৰকাৰ আৰু পুলিচ মিলিটাৰিৰ চকুত মোহন-লাল মুখাৰ্জী এটি ত্ৰাস হৈ পৰিছিল। সশস্ত্ৰ চৰকাৰী বাহিনীৰ লগত কেইবাটাও সমুখা-সমুখী সংঘাট হোৱাৰ পাচত ডুমডুমাৰ ওচৰৰ টিফুক চাহ বাগিছাৰ ভিতৰত কুমায়ুন ৰেজিমেণ্ট আৰু অসম ৰাইফলচ্‌ৰ সৈন্যই মুখাৰ্জীক ঘেৰাও কৰি দুই ভৰিত গুলিবিদ্ধ কৰিহে গ্ৰেপ্তাৰ কৰিবলৈ সক্ষম হৈছিল। মুখাৰ্জীক গ্ৰেপ্তাৰ কৰাত সক্ষম হোৱাত পুলিচ বিষয়া ভূপতি চৌধুৰীয়ে ৰাষ্ট্ৰপতিৰ সোণৰ পদক পুৰস্কাৰ লাভ কৰিলে। তেওঁক ধৰাৰ পুৰস্কাৰ দহ হাজাৰ টকা ঘোষণা কৰা আছিল। দুই বছৰ পাচত চৰকাৰে বিশেষ আদালত গঠন কৰি মুখাৰ্জীক আজীৱন কাৰাদণ্ডে দণ্ডিত কৰে। কিন্তু মহামান্য উচ্চ ন্যায়ালয়ে এই বিশেষ আদালত বে-আইনী ঘোষণা কৰি মোকৰ্দমা পুনৰ বিচাৰৰ বাবে পঠায়। পুনবিচাৰত মুখাৰ্জীৰ আগৰ দণ্ডই বাহাল থাকে। কিন্তু উচ্চ ন্যায়ালয়ত ২য় বাৰৰ বাবে আপিল কৰাত মুখাৰ্জীক উচ্চ ন্যায়ালয়ে মুক্তি দিয়ে।

জেইলৰ পৰা মুক্তি পায়েই মুখাৰ্জীয়ে ভালেমান বিপ্লৱী কমিউনিষ্ট নেতাৰ সৈতে কমিউনিষ্ট পাৰ্টিত যোগ দিয়ে আৰু পূৰ্ণ উদ্যমেৰে শ্ৰমিক আন্দোলনত অংশ গ্ৰহণ কৰি নিজকে এজন আগশাৰীৰ শ্ৰমিক নেতা হিচাবে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হয়। এই সময়ছোৱাৰ ভিতৰতো তেওঁ ৩ বাৰ কাৰাবাস খাটিবলগীয়া হৈছিল। ১৯৬২ চনৰ চীনা আক্ৰমণৰ সময়ত শ্ৰীবিষ্ণুপ্ৰসাদ ৰাভাকে আৰম্ভ কৰি আন আন কমিউনিষ্ট নেতাৰ সৈতে শ্ৰীমুখাৰ্জী আকৌ গ্ৰেপ্তাৰ হয় আৰু ৮ মাহ কাল উৰিষ্যাৰ বহৰমপুৰ জেইলত কাৰাবাস খাটিব-লগীয়া হয়।

কয়লাখনিৰ অভিজ্ঞতাৰে শ্ৰমিক আন্দোলনত নেতৃত্ব দি অহাৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে শেষত মুখাৰ্জীক "কোল ফিল্ড চাব-কমিটিৰ"

সদস্য কৰে। ইয়াৰ পাচতেই নিখিল ভাৰত ট্ৰেড্ ইউনিয়ন কংগ্ৰেছৰ অন্যতম সদস্য হিচাবে তেওঁ চোভিয়েট ইউনিয়ন, মঙ্গোলীয়া ভ্ৰমণ কৰে।

মুখাৰ্জী এজন কতুৰ বিপ্লৱীয়েই নাছিল। তেওঁ এহাতেদি এজন সঙ্গীতজ্ঞ, চিত্ৰকাৰ, নাট্যকাৰ আৰু ভাস্কৰ্য্য বিদ্যাত দক্ষ শিল্পী আৰু বিভিন্ন সুকুমাৰ কলাৰ প্ৰতি অনুৰাগ থকা এজন সংস্কৃতিবান লোক। ক্ৰীড়াৰ ক্ষেত্ৰটো মুখাৰ্জীয়ে ছাত্ৰ জীৱনৰ পৰাই উচ্চ মানৰ দক্ষতা দেখুৱাই আহিছিল। ১৯৩৮ চনত গুৱাহাটীৰ পৰা ৰাতিপুৱা ৬ বজাত চাইকেলেৰে ৰাওনা দি ১-৪৫ মিনিটত শ্বিলঙৰ পুলিচ বজাৰত উপস্থিত হৈ তেওঁ ৰেকৰ্ড ভঙ্গ কৰিছিল। অসমীয়া, বঙালী, হিন্দী, ইংৰাজীত অনৰ্গল বক্তৃতা দিব পৰা ক্ষমতা মুখাৰ্জীৰ এক বিশেষ গুণ আছিল।

ভাৰতবৰ্ষৰ, সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামত আৰু স্বাধীনতাৰ পাচত অসমত হোৱা কৃষকৰ সশস্ত্ৰ সংগ্ৰামৰ সময়ছোৱাত মোহনলাল মুখাৰ্জীৰ পৰিয়ালে অকথ্য অত্যাচাৰ, নিৰ্য্যাতন ভোগ কৰিব লগাত পৰিছিল। টাইফয়েদ বেমাৰত শয্যাগত অৱস্থাত মুখাৰ্জীৰ ভনীয়েক শ্ৰীমতী অপৰাজিতা মুখাৰ্জীক গ্ৰেপ্তাৰ কৰি ২ বছৰৰো ওপৰ কাল বন্দী কৰি ৰাখে। কনিষ্ঠা ভগ্নী ৰুনাকো কেইবাবাৰো পুলিচে গ্ৰেপ্তাৰ কৰে। গোটেই ঘৰখনেই একালত পুলিচৰ অত্যাচাৰ সহ্য কৰিব লগাত পৰিছিল মোহনলালৰ বিপ্লৱী ৰাজনীতিৰ বাবে, নিষ্ঠাবান আদৰ্শৰ কাৰণে।

পৰিয়ালৰ নানাৰকমৰ আহুকালৰ কাৰণে প্ৰত্যক্ষ ৰাজনীতি এৰিলেও মোহনলালে ট্ৰেড্ ইউনিয়নৰ কামত সদায় আগবঢ়ুৱা আছিল। অসম স্পান চিল্ক মিল"ৰ কৰ্মচাৰী বৃন্দক এচোচিয়েশ্যন গঠন কৰি প্ৰায় ১২ বছৰ কাল তেওঁলোকৰ অৰ্থনৈতিক আৰু কল্যাণমূলক উন্নতি বিধানৰ ক্ষেত্ৰত সহায় আগবঢ়াইছিল। শ্ৰমিক

সংগঠনৰ উপৰিও মিলৰ মালিক আৰু অসম চৰকাৰক উপদেশ পৰামৰ্শ দি মিল চালু ৰখাত সহায় কৰি আহিছিল। জাপানৰ পৰা অনা বহুদিনৰ পুৰণা যন্ত্ৰপাতি কলিকতাত নতুনকৈ তৈয়াৰ কৰি আনি মুখাৰ্জীয়ে বোৰ্ড অব ডাইৰেক্টৰৰ প্ৰিয় পাত্ৰ হৈছিল আৰু তেখেত-সকলৰ পৰা প্ৰশংসা পত্ৰও পাইছিল।

বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ ৰাজনৈতিক সতীৰ্থ, ৰাভাদেৱৰ কৃতি আৰু ত্ৰুটিৰ উল্লেখযোগ্য বিষয়বোৰৰ গৱেষণামূলক আলোচনা আগবঢ়োৱা বিপ্লৱী মোহনলাল মুখাৰ্জীৰ জীৱনৰ বিভিন্ন লোমহৰ্ষক কাহিনী লেখি শেষ কৰিব পৰা বিধৰ নহয়। তেওঁৰ জীৱনৰ দুঃসাহসিক ঘটনাৰাজিয়ে নতুন পুৰুষসকলক সমাজ গঠনৰ ক্ষেত্ৰত এদিন উৎসাহ উদ্দীপনাৰে বিকশিত কৰিব— এইয়েই আশা ৰাখি বিপ্লৱী মোহনলাল মুখাৰ্জীক ৰাইজৰ আগত পৰিচয় কৰি দিয়াৰ সামান্য প্ৰচেষ্টা।

গুৱাহাটী

শৈলেন মেধি

কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভাৰ মৃত্যু দিৱস উদ্‌যাপনৰ কিছুদিন আগৰ পৰাই কেইবা গৰাকীও উৎসাহী যুৱকে মোক প্ৰয়াত বিষ্ণু প্ৰসাদ ৰাভাৰ লগৰীয়া বুলি জানি তেখেতৰ জীৱনৰ বিৱৰণ বিশদ-ভাৱে লিখি প্ৰকাশ কৰাৰ অনুৰোধ জনাইছিল। কলাগুৰুৰ প্ৰতি শ্ৰদ্ধাশীল সাহিত্যপ্ৰেমী এই যুৱকসকলৰ যুক্তি হ'ল, কিছুদিন ধৰি বিষ্ণু প্ৰসাদ ৰাভাৰ আদৰ্শৰ বিষয়ে বিভিন্ন মতামতৰ দ্বন্দ প্ৰকাশ পাই আছে। কিছুমানে ৰাভা ডাঙৰীয়াৰ মতাদৰ্শ পৰস্পৰ বিৰোধী আছিল বুলিও ক'ব বিচাৰিছে। দুই এটি গোষ্ঠীয়ে প্ৰচাৰ কৰিছে যে, বিষ্ণুৰাভা কমিউনিষ্ট নাছিল। তাৰ বিপক্ষে কিছুমানে বিষ্ণু ৰাভাক এজন নিষ্ঠাবান কমিউনিষ্ট ৰূপে দৃঢ়ভাবেই প্ৰমাণ কৰাৰ যুক্তি দেখুৱাইছে। দুই এটি গোষ্ঠীয়ে ৰাভা ডাঙৰীয়াক জীৱনৰ আৰম্ভণীত বিক্ষিপ্ত চৰিত্ৰৰ ব্যক্তি বুলি মন্তব্য কৰিছে। পিছত বিপ্লবী কমিউনিষ্ট পাৰ্টিৰ সদস্যপদ গ্ৰহণ কৰি তেখেতৰ চৰিত্ৰক কিছু পৰিমাণে নিয়ন্ত্ৰিত কৰিছিল। তাৰ পিছত তেখেতে কাৰাবাসৰ পৰা মুক্তিলাভ কৰি বিপ্লবী কমিউনিষ্ট পাৰ্টি ত্যাগ কৰি ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ সদস্য হৈছিল। কিন্তু ১৯৬৭ চনত "অসম বিধান সভাৰ নিৰ্বাচনত স্বতন্ত্ৰভাৱে প্ৰতিদ্বন্দিতা কৰি বিধান সভাৰ সদস্য হৈছিল। দুই এজন আধিপত্যশালী বক্তিয়ে ক'ব খোজে যে, "বিষ্ণু প্ৰসাদ ৰাভাক কংগ্ৰেছ সংগঠনৰ পৰা নিমন্ত্ৰণ জনালে তেওঁ হয়তো কংগ্ৰছেৰ সদস্যপদ গ্ৰহণ কৰিলেহেঁতেন।"

আৰু এক ধৰণৰ প্ৰচাৰ চলি আছে যে, তেখেতে কমিউনিষ্টও নাছিল, ট্ৰাইবেলও নাছিল, তেখেতে "মহাপুৰুষীয়া" ধৰ্মত দীক্ষিত হৈছিল। আনকি বিষ্ণু ৰাভাই সেই জীৱন-দৰ্শন প্ৰচাৰৰ পৃষ্ঠপোষ-কতাও কৰিছিল। এনে ধৰণৰ এটা বিভ্ৰান্তিকৰ পৰিস্থিতিত বিষ্ণু

ৰাভাৰ জীৱনৰ স্বৰূপ বস্তুবাদী যুক্তিৰে নিৰূপণ কৰাৰ বাবে আমি যি কেইজন বিষ্ণু ৰাভাৰ সতীৰ্থৰূপে জীৱিত আছোঁ, সেইসকলে অগ্ৰণী হৈ তেখেতৰ জীৱনৰ সঠিক আলেখ্য প্ৰতিভাত কৰাৰ প্ৰয়োজন অনুভৱ কৰিছো । কিন্তু ৰাভা ডাঙৰীয়াৰ সতীৰ্থৰ প্ৰায় সকলোৱেই এতিয়া বয়োবৃদ্ধিৰ পৰিণামত ভগ্ন স্বাস্থ্য আৰু উদ্যমহীন হৈ পৰা হেতুকে যুৱক কেইজনে মোৰ ওচৰ চাপি অনুৰোধ জনাই-ছিল, এই বিষয়ে অগ্ৰণী হৈ মই যেন কলাগুৰুৰ জীৱনালেখ্য লিপিবদ্ধ কৰাত মনোনিবেশ কৰোঁ ।

মোৰ স্বাস্থ্য, লেখাৰ কাৰণে যুগুত হলেও, কমৰেড্ বিষ্ণু প্ৰসাদ ৰাভাৰ বিচিত্ৰ জীৱনৰ স্বৰূপ লিপিবদ্ধ কৰাৰ যোগ্য দক্ষতাৰ অভাৱ বোধ কৰিছোঁ। কিন্তু এসময়ৰ দূৰন্ত ৰোমাঞ্চকৰ দিনবোৰত "জীৱন মৃত্যু পদৰ ভৃত্য , চিন্তভাবনাহীন "—এই সঙ্কল্প লৈ বিপদ সঙ্কুল ৰাজনৈতিক জীৱনৰ যাত্ৰাপথৰ স্মৃতিচাৰণৰ মালা গাঁঠি মৰমিয়াল কমৰেড্ বিষ্ণু ৰাভাৰ জীৱনালেখ্য লেখাৰ লোভ চম্ভালিব নোৱাৰি এই দুৰূহ কাৰ্য্যখিনি সমাধা কৰাৰ প্ৰয়াস কৰিছোঁ।

"বিষ্ণু প্ৰসাদ ৰাভা তেওঁৰ জীৱনকালত আৰু মৃত্যুৰ প্ৰায় দশ বছৰ পিছলৈকে সাহিত্য কলাৰ জগতত যোগ্য মৰ্য্যাদাৰ আসন লাভৰ পৰা বঞ্চিত হ'ল কিয় ?" —এই বিষয়ে নিৰপেক্ষ দৃষ্টিভঙ্গী লৈ লিখিব লগীয়া হলে বস্তুধৰ্মী বিশ্লেষণৰ পথেৰে আগ বাঢ়িব লাগিব। ভাবপ্ৰবণৰ তাৰল্যৰ স্ৰোতত উচ্ছসিত হৈ লেখাৰ মোহ ত্যাগ নকৰিলে বিভ্ৰান্তিকৰ পৰিস্থিতিৰ যুক্তিনিষ্ঠ সমীক্ষা কৰা নহ'ব। সেই উদ্দেশ্যে মই পোন প্ৰথমেই ক'ব খোজোঁ যে, অসমীয়া উন্নত মাৰ্গৰ পণ্ডিত গোষ্ঠীয়ে বিষ্ণু ৰাভাৰ বিয়োগৰ দহ বছৰ পিছলৈকেও তেখেতক মৰ্য্যাদাৰ আসনলৈ বৰি নিয়া নাছিল।

তাতকৈ দুখৰ বিষয় হৈছে,—মহাচীনৰ আক্ৰমণৰ সময়ত ১৯৬২ চনৰ শেষত বিষ্ণু ৰাভাই মাতৃহীন দুটি শিশু পুত্ৰক বুকুত লৈ শুই থকাৰ সময়ত, মাজনিশা তেজপুৰত তেওঁৰ নিজা বাসভৱনৰ পৰা

কংগ্ৰেছ চৰকাৰৰ সশস্ত্ৰ পুলিচ বাহিনীয়ে ৰাভাক গ্ৰেপ্তাৰ কৰি পথাৰে বাব্ধিনি, উড়িষ্যাৰ বহৰমপুৰ জেইলত প্ৰায় এবছৰমান কাৰাৰুদ্ধ কৰি ৰখাৰ সময়ত অসমৰ প্ৰখ্যাত সাহিত্যিকবৰ্গই আৰু আজিৰ "ৰাভা ভক্তবৃন্দই" এযাৰ প্ৰতিবাদ ধ্বনিও উচ্চাৰণ কৰা নাছিল। আটাইতকৈ পৰিতাপৰ বিষয় আছিল,—বিষ্ণু প্ৰসাদ ৰাভাই যেতিয়া মাৰাত্মক কৰ্কট ৰোগৰ গ্ৰাসত পৰি মৃত্যুৰ মুহূৰ্তলৈকে দিন গমি আছিল—তেতিয়াও "অসম সাহিত্য সভা" বা আন কোনো তদনুৰূপ "সাহিত্য বা শিল্পী সংগঠনৰ" পৰা এখনি আবেদন পত্ৰও ৰাইজই মাজত প্ৰচাৰ কৰাৰ আগ্ৰহ দেখা পোৱা নাছিল। কেবল মাথো তেখেতৰ জীৱনকালত তৰুণ সাহিত্যপ্ৰেমী কিছুমানৰ প্ৰভাৱত "অসম সাহিত্য সভাই শ্ৰীযুত ৰাভাক নলবাৰীৰ অধিবেশনত এবাৰ মাত্ৰ নিমন্ত্ৰণ জনাইছিল যদিও, সেই অধিবেশনৰ পৰা গৌণভাবেৰ বিদায় ল'ব লগীয়া হৈছিল।

আনকি বিষ্ণু ৰাভাৰ অনেক বন্ধু-বান্ধব যিসকলে আজি বিষ্ণু ৰাভাৰ নাম লৈ নিজক জাহিৰ কৰাত মুখৰ দেখা যায়, তেওঁলোকৰ বহুতেই তেতিয়া নীৰৱ দৰ্শক হৈ আছিল। এনেধৰণৰ তাচ্ছিল্যপূৰ্ণ ব্যৱহাৰৰ কাৰণ আছিল যে কমৰেড্ বিষ্ণু প্ৰসাদ ৰাভাই এজন নিষ্ঠাবান কমিউনিষ্ট হৈ উদং ভৰিৰে দুখীয়া খেতিয়ক বন্ধুবোৰ পঁজা ঘৰত ঘূৰি ঘূৰি অত্যাচাৰিত লাঞ্ছিত শ্ৰেণীৰ মুক্তিৰ বাবে সাম্যবাদী আদৰ্শৰ বাণী প্ৰচাৰ কৰি ফুৰিছিল। তাৰ বাবেই তেখেতৰ গীত, কবিতা, নৃত্য নাটিকা, সাহিত্য ৰচনা, আৰু প্ৰাণস্পৰ্শী প্ৰেৰণা সৃষ্টি কৰাই, নৱজাগৰণৰ উন্মেষ কৰাত কৃতকাৰ্য্যতা লাভ কৰিছিল। শ্ৰেণীসচেতন চৌখিন নগৰীয়া কবি সাহিত্যিক কুলৰ প্ৰতি কোনো মোহ নাৰাখি শ্ৰেণীসংগ্ৰামৰ ভেটিত মুক্তিৰ বাবে সংগ্ৰামৰ জয়-ধ্বনি গাই আগুৱাই যোৱাৰ আহ্বান জনাইছিল বিষ্ণু ৰাভাই।

দ্বিতীয় প্ৰশ্ন আছিল, কমৰেড্ বিষ্ণু ৰাভাই এজন অনুন্নত জন-জাতীয় শ্ৰেণীৰ মানুহ আছিল। গতিকে নগৰৰ উচ্চ বৰ্ণৰ কবি,

সাহিত্যিক, জ্যোতিষৰ শাৰীত ৰাভা আছিল অস্পৃশ্য। বিশেষকৈ সেই কামত কমিউনিষ্ট আদৰ্শৰ ধাৰাক সেই সময়ত উচ্চমাৰ্গৰ শ্ৰেণীসচেতন ব্যক্তিবৰ্গই আছুতীয়াকৈ থৈছিল। গতিকে বিষ্ণু ৰাভাক দূৰৰ কথা, কমিউনিষ্ট আদৰ্শত দীক্ষিত হোৱা কোনো ব্যক্তিবিশেষক এওঁলোকে প্ৰাধান্য দিয়াৰ বিষয়েও বিৰূপ মনোভাব পোষণ কৰিছিল। গতিকে বিষ্ণু ৰাভাক সাহিত্য কাব্য চাৰুকলাৰ উচ্চ সোপানত স্বীকৃতি দিয়াৰ ঘটনাটো পণ্ডিতবৰ্গৰ আত্মাভিমানত আঘাত কৰাৰ দৰেই আছিল। সেই কাৰণেই দেখা যায় ৰাভাৰ মৃত্যুৰ দহ বছৰ পিছলৈকেও তেখেতৰ আদৰ্শৰ সহযোগী নগৰীয়া সাহিত্যিক শিল্পী গোষ্ঠীৰ বাহিৰে আজিৰ আবিৰ্ভূত নবীন সাহিত্য প্ৰেমীসকলৰ বাবে বিষ্ণু ৰাভাৰ মৃত্যুৰ দিনটো মৃত্যুতিথি হিচাবে পালনৰ আগ্ৰহ দেখা পোৱা নগৈছিল। "অসম সাহিত্য সভাৰ" পৰাও ৰাভাৰ "মৃত্যুতিথি", "জন্মতিথি" পালনৰ কোনো উদ্যম, উদ্যোগ পৰিলক্ষিত হোৱা নাছিল। আজি কেইবছৰ মানৰ ভিতৰতে "ৰাভা প্ৰতিভা" প্ৰীতি যেন ৰবৰদৈচিলাৰ দৰেই অসমৰ আকাশে বতাহে জনচিত্ত আলোড়িত কৰি পেলালে। আনকি অসম সাহিত্য সভাই প্ৰয়াত বিষ্ণু-ৰাভাক "কলাগুৰুৰূপে" সাদৰে বৰিলৈ তেখেতৰ "মৃত্যুতিথি" পালন কৰিব ধৰিছে।

বিষ্ণু প্ৰসাদ ৰাভাক মৰ্য্যাদাৰ আসনত অধিষ্ঠিত কৰাৰ জাতীয় আগ্ৰহৰ দাপোণ :—

কেনেকৈ বিষ্ণু প্ৰসাদ ৰাভাক জাতীয় মৰ্য্যাদাৰ আসনত অধিষ্ঠিত কৰাৰ আগ্ৰহৰ কল্লোল ইমান তীব্ৰতৰ আকাৰ ধাৰণ কৰিবলৈ পালে সেই বিষয়ে ব্যাখ্যা কৰি চালে দেখা যায়,—অসমত যোৱা ন দহ বছৰ ধৰি জাতীয়তাবাদী আন্দোলনৰ প্ৰবল প্লাবনত অসমীয়া জনমানসত নিগাজী অসমীয়া ভাবধাৰা, কৃষ্টি, সংস্কৃতিৰ তথ্য, তত্ত্ব, অতীতৰ সঞ্চিত জ্ঞানৰ ভাণ্ডাৰৰ সমীক্ষাৰ মাধ্যমে জাতীয় বৈশিষ্ট্যক ৰঙে, ৰসে, গন্ধে, গ্ৰন্থে ছন্দৰ প্ৰলেপ সানি আকৰ্ষণীয়

কৰি তোলাৰ চেষ্টা চলিব ধৰিলে। সেইবাবেই ব্যক্তিত্বশালী গতিশীল ভাবমূৰ্তিসম্পন্ন ব্যক্তিত্বৰ অন্বেষণত আগ্ৰহশীল অসমীয়া উদ্বুদ্ধ তৰুণ শক্তিয়ে "বিষ্ণু ৰাভাৰ" প্ৰতিভা "মনীষাৰ" মাজতেই আৱিষ্কাৰ কৰাৰ প্ৰয়াস পালে—"সাংস্কৃতিক পথ প্ৰদৰ্শকৰ সতেজ ভাব-মূৰ্তিৰূপে।"

জাতীয়তাবাদী অসমীয়া যুৱশক্তিৰ এই অভিযানে অসমৰ জনজাতীয় ৰাইজক তেওঁলোকৰ আত্মসচেতনতাৰ নৱীন জোৱাৰৰ উন্মেষ কৰিলে, তেওঁলোকেও নিজৰ মৌলিক স্বকীয়া বৈশিষ্ট্য ৰক্ষাৰ প্ৰয়াসৰ প্ৰেৰণা লভিলে। জনজাতীয় ব্যক্তি বিষ্ণু প্ৰসাদ ৰাভাৰ প্ৰতিভাৰ মাজতেই তেওঁলোকেও এজন নিজৰ মানুহক "প্ৰতীক পুৰুষৰূপে" লাভ কৰিলে। ৰাভাৰ মাজত উন্নত ব্যক্তিত্বধাৰী নায়কক লাভ কৰি জনজাতীয় জীৱনৰ অভাৱখিনি পূৰণ কৰিব পাই গৌৰৱান্বিত বোধ কৰিলে। অতীতৰ পৰাই উন্নত শ্ৰেণীৰ অৱহেলা তাচ্ছিল্যৰ জাৰণিৰ পৰা বহুখিনি মানসিক মুক্তি লাভ কৰি সান্ত্বনা লভিলে জনজাতীয় ৰাইজে।

সৰ্বোপৰি বিষ্ণু ৰাভাৰ যি মানৱ-প্ৰেমী বৈপ্লৱিক আদৰ্শৰ ভাবমূৰ্তি কমিউনিষ্ট সংগঠনে, বিশেষকৈ প্ৰথমছোৱাত "বিপ্লৱী কমিউনিষ্ট পাৰ্টিয়ে" দুই যুগৰ অক্লান্ত সাধনা আৰু প্ৰচেষ্টাৰ মাজেদি কৃষক বনুৱা নিপীড়িত ৰাইজৰ মুক্তিসংগ্ৰামৰ বাটেৰে প্ৰণালীবদ্ধ দৃঢ়তাৰে গঢ়ি তুলিছিল, ৰাভা কমৰেডৰ গীত, কবিতা, সাহিত্যৰ কিতাপ ছপাই, ৰাজনৈতিক ভাষণৰ প্ৰাঞ্জল পোহৰ সম্পাতৰ দাপোণ দাঙি ধৰি, তাৰেই মহিমাত বিষ্ণু ৰাভাৰ ভাবমূৰ্তিৰ শাখা প্ৰশাখাৰ সেউজী ছাঁয়াৰ আকৰ্ষণত জাতীয়তাবাদী জনমানস আৰু জনজাতীয় ৰাইজৰ অবদানত বিক্ষুব্ধ সত্বাই আশ্ৰয় লভিলে। নব প্ৰজন্মৰ সতেজ অভিযানৰ নেতৃত্ব দিয়াৰ "বাঞ্ছিত প্ৰতীক পুৰুষোত্তম" বিষ্ণু প্ৰসাদ ৰাভাৰ মাজতেই পালে স্বতন্ত্ৰ আশাৰ বৰ্ণচ্ছটা বেলিৰ কিৰণত উদ্ভাসিত প্ৰগতিৰ জ্যোতি।

## বিষ্ণু প্ৰসাদ ৰাভাক কলাগুৰু আখ্যাৰে ভূষিত কৰাৰ ৰাজহুৱা স্বীকৃতি

উল্লেখিত তিনিটা ভাবধাৰাৰ প্ৰাবল্যই বিষ্ণু-প্ৰতিভাক ৰাজহুৱা মূল্যায়নৰ অঙ্গনত স্বতঃস্ফূৰ্ত্ত প্ৰেৰণাত জীৱন্ত ভাবমূৰ্তিৰ আধাৰ-শীলাত অসমীয়া কাব্য কলাৰ "প্ৰতীক পুৰুষ"ৰূপে প্ৰতিষ্ঠা কৰিলে।

এই প্ৰসঙ্গত মই আৰু কিছু পোহৰ সম্পাত কৰাৰ প্ৰয়াস কৰিলোঁ। "মই বিষ্ণু ৰাভাৰ সম্বন্ধে এই প্ৰবন্ধ লিখাৰ আৰম্ভণিতে কেইবাগৰাকী শিক্ষিত ব্যক্তি আৰু বাতৰি কাকতৰ খ্যাতিমান সম্পাদকৰ লগত আলোচনাৰ সময়ত তেওঁলোকে মোৰ মতামত জনাৰ বাবে প্ৰশ্ন কৰিছিল যে, "ৰাভা ডাঙৰীয়াক কাশী বিশ্ব-বিদ্যালয়ৰ উপাচাৰ্য্য ডাঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণণদেৱে, "কলাগুৰু" সন্মানেৰে ভূষিত কৰাৰ সত্যতা সম্বন্ধে যি প্ৰমাণ দাঙি ধৰাৰ প্ৰচেষ্টা হৈছে সেইটো কিমান দূৰ বিশ্বাসযোগ্য ?"

মই এই বিষয়ে মোৰ অজ্ঞতাৰ কথাই ব্যক্ত কৰিছিলোঁ, এই বুলি যে, ১৯৪৪ চনৰ পৰা ৰাভাৰ মৃত্যুৰ আগলৈকে তেখেতৰ লগত ওতঃপ্ৰোত ভাবে সহযাত্ৰী হৈ বিভিন্ন পৰিবেশ, ঘাত-প্ৰতিঘাতৰ মাজেদি জড়িত থকাৰ সময়ত, আনকি কাৰাগাৰত একেলগে বহুদিন সুখ দুখৰ সমভাগী হৈ বন্দী হৈ থকাৰ কালতো বিষ্ণু ৰাভাৰ মুখৰ পৰা কাশী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ডাঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণণদেৱে ৰাভাক "কলাগুৰু" আখ্যাৰে ভূষিত কৰা বা প্ৰশংসা বাণীৰে সন্মানিত কৰাৰ কথা কোনো দিনে শুনা নাছিলোঁ। বা তেনেবিধৰ মানপত্ৰ প্ৰদান কৰাৰ বিষয়েও কমৰেড্ ৰাভাই আমাক কেতিয়াও কোৱা নাছিল।

এই বিষয়ে আটাইতকৈ কৌতূহলৰ প্ৰশ্ন হৈছে যে, বিষ্ণু ৰাভাৰ জীৱন কালত কেতিয়াও এই কথা শুনা নাছিলোঁ, বিশেষকৈ ডাঃ ৰাধাকৃষ্ণণৰ জীৱদ্দশাতেও ৰাভাক "কলাগুৰু" সন্মানেৰে ভূষিত কৰাৰ কথা কেতিয়াও জনা নাছিলোঁ। কমৰেড্ ৰাভাই ১৯৬৭ চনত অসম বিধান সভাত সদস্য নিৰ্বাচিত হোৱাৰ সময়ত বা পিছতো কোনোদিনেই এই প্ৰশ্ন উঠা নাছিল, বা সেই উপাধিৰে ৰাভাক সম্বোধনও কৰা হোৱা নাছিল। ১৯৪৫ চনত কামাখ্যা পাহাৰৰ তলৰ শ্ৰীমতী নিৰুপমা দেৱীৰ জুপুৰী ঘৰত থকাৰ সময়ত আমাৰ কেইজনৰ আগত কমৰেড্ ৰাভাই কৈছিল যে, কাশী বিশ্ববিদ্যালয়ত নৃত্য কলা পৰিবেশনৰ পাৰদৰ্শিতাৰ সন্মানত এটি ৰূপৰ পদক পুৰস্কাৰ স্বৰূপে লাভ কৰিছিল। ৰূপৰ পদকটো আমাক দেখুৱাই কৈছিল যে সেই সময়ত তেখেতৰ দেহা ইমান গধুৰ নাছিল, নৃত্য কলাৰ অনুশীলনও কৰি আছিল। ৰূপৰ পদকটো গধুৰ প্ৰায় দুই তোলা মানৰ আছিল। বনবাসী জীৱনত ৰাভাই অৰবিন্দ ঘোষক কৈছিল-বেনাৰসত ৰাভাৰ নৃত্য দেখি নৃত্যশিল্পী উদয়শঙ্কৰে ৰাভাৰ ভূয়সী প্ৰশংসা কৰিছিল। কিন্তু ডাঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণণে ৰাভাক কলাগুৰু আখ্যাৰে ভূষিত কৰাৰ কথা কোৱা নাছিল।

মই প্ৰশ্নকাৰী ব্যক্তি কেইজনক কৈছিলো যে—কোনে বিষ্ণু প্ৰসাদ ৰাভাক "কলাগুৰু" সন্মানেৰে ভূষিত কৰিলে বা কোনো সাহিত্যিকমণ্ডলী শিল্পীসংঘই ৰাভাক "কলাগুৰু" আখ্যাৰে ভূষিত কৰিছে নে নাই, এই কথাটো খাটাংকৈ সাব্যস্ত নহলেও এই কথাটো কোনেও নুই কৰিব নোৱাৰে যে, অসমৰ কোনো এজন ব্যক্তিৰ চৰিত্ৰত ৰাভাৰ দৰে ইমান বহুমুখী গুণাৱলী বা প্ৰতিভাৰ সমাবেশ স্ফুৰিত হোৱাৰ উদাহৰণ দাঙি ধৰা নাযায়। কোনো এটি বিশেষ বিষয়ত ৰাভাতকৈ অধিক উৎকৰ্ষতা প্ৰদৰ্শন কৰাৰ ব্যক্তিমেধা অসমত নোহোৱা নহয়। কিন্তু ৰাভাৰ দৰে বহুবিদ্যাত পাৰদৰ্শিতাৰ দীপ্তি প্ৰকাশ কৰিব পৰা কোনো ব্যক্তিয়েই ৰাভাৰ বিকল্প হ'ব

পথা নাই। বিশেষকৈ সাহিত্য কলাৰ বাহিৰেও নিপীড়িত, শোষিত ৰাইজৰ মুক্তি সংগ্ৰামত প্ৰত্যক্ষভাবে আগভাগ লৈ দুখীয়া শ্ৰেণীৰ প্ৰেৰণামূলক সাহিত্য, নাটিকা, কবিতা, গীত সৃষ্টিৰ ক্ষেত্ৰত ৰাভাৰ দৰে ব্যক্তিৰ আবিৰ্ভাৱ অসমত বিচাৰি পোৱা নাযাব, আনকি গোটেই ভাৰতবৰ্ষতো বিৰল বুলি কোৱা যায়।

বিষ্ণু ৰাভাৰ মহাপ্ৰয়াণৰ দহ বছৰ ধৰি "ৰাভাৰ সোৱৰণী দিবস আনুষ্ঠানিকভাবে কেবল "অসম প্ৰগতিশীল শিল্পী সাহিত্যিক সংঘই" (যাৰ সভাপতি আছিল কমৰেড্ বিষ্ণু ৰাভা স্বয়ং) সাধ্যানু-সাৰে "ৰাভা স্মৃতি দিবসৰূপেই" পালন কৰি আহিছিল। সেই সময়ত "কলাগুৰু স্মৃতি দিবস" পালন কৰাৰ কোনো প্ৰশ্নই উঠা নাছিল। কোনো সাহিত্যিক, কবি বা সংঘ বা অসম সাহিত্য সভাৰ দ্বাৰাই বিষ্ণুপ্ৰসাদ ৰাভাৰ স্মৃতি দিৱস পালন বা তেখেতৰ গুণা-বলীৰ প্ৰতি মৰ্য্যাদা বা সন্মান জনোৱাৰ কোনো নজিৰ নাছিল।

"কলাগুৰু স্মৃতি দিৱস ৰূপে" পালন কৰাৰ প্ৰেৰণা বিদেশী অপসাৰণৰ প্ৰশ্নত ১৯৭৯ চনত অসমবাসীৰ জাতীয় ভাবধাৰাত উদ্বুদ্ধ হোৱা আন্দোলনৰ সূচনাৰ কেইবছৰ পিছৰ পৰাহে পৰিলক্ষিত হয়। বিষ্ণুপ্ৰসাদ ৰাভাৰ মৃত্যুৰ পিছতে শ্ৰীযুত ফণী তালুকদাৰক সভাপতি, শ্ৰীকেশব মহন্ত আৰু শ্ৰীমাখন দেওৱানক যুটীয়া সম্পাদক পাতি লৈ মূল "স্মৃতি গ্ৰন্থ সমিতি", "গীতসংকলন সমিতি" "সাংস্কৃতিক সমিতি" আদি গঠন কৰি সৰ্বশ্ৰী ডাঃবীৰেন দত্ত, কমল-নাৰায়ণ চৌধুৰী, চন্দ্ৰপ্ৰসাদ শইকীয়া, কবি হীৰেণ ভট্টাচাৰ্য্য, প্ৰয়াত ৰুদ্ৰ বৰা প্ৰমুখ বিশিষ্ট সুধীজনক লৈ গঠিত হৈছিল। কবিবৰ কেশব মহন্তৰ ৰচিত কমৰেড্ ৰাভাৰ বছা বছা গীতসমূহ পৰিবেশন কৰাৰ কাৰণে "সুৰৰ দেউল" নামৰ এখনি সঙ্গীত আলেখ্য যুগুত কৰা হৈছিল। তাৰ পিছতে হাওড়াঘাটৰ সাম্যবাদী নেতা ক্ষুদ্ৰ বড়াৰ অনুদানেৰে ৰাভাৰ বিশিষ্ট গীতসমূহৰ সঙ্কলন "বিশ্বৰ ছন্দে ছন্দে" নামৰ গ্ৰন্থখনিত অসমৰ প্ৰখ্যাত সাংবাদিক

সাহিত্যিক দধী মহন্ত আৰু কবি কেশৱ মহন্তৰ উদ্যোগত প্ৰকাশ কৰা হৈছিল। এই গ্ৰন্থখনে বিপুল সমাদৰ লাভ কৰিছিল।

বিষ্ণু ৰাভাৰ জীৱনৰ অদূৰ অতীতৰ বুৰঞ্জীৰ পাত মেলি চালে ৰাভাৰ "কলাগুৰু" ভূষণৰ জ্যোতি বিকীৰণৰ উৎসৰ পটভূমি বেলিৰ পোহৰৰ দৰেই উদ্ঘাটিত হ'ব। বিষ্ণু ৰাভাৰ প্ৰথম পত্নীৰ বিয়োগৰ পিছতে তেখেতৰ যাযাবৰী জীৱনৰ অৱসাদৰ গৰ্ভৰ পৰা তুলি আনি সাম্যবাদী দলৰ সংস্পৰ্শত অহাৰ আগলৈকে কলাবিদ্যাৰ বা সাহিত্যিক ৰূপৰ ভাবমূৰ্তিৰ খ্যাতি আৰ্জিব দৰে প্ৰতিষ্ঠিত হোৱা নাছিল। বৰং তেখেতৰ স্মৃতি বহুপৰিমাণেই নিষ্প্ৰভ হৈ গৈছিল, অনুশীলনও মৰহি যাব ধৰিছিল। সাম্যবাদী গোষ্ঠীৰ সংস্পৰ্শত আহি বিষ্ণু ৰাভাই অকল মাথো কলাবিদ্যাৰ বিলীয়মান সীমাত আবদ্ধ হৈ নাথাকি, বঞ্চিত দুখীয়া শ্ৰেণীৰ মুক্তিসংগ্ৰামত সৈনিক-ৰূপে অংশ গ্ৰহণ কৰি শেষ নিঃশ্বাসলৈকে খ্যাতিমান নায়কৰূপে ভূমিকা পালন নকৰা হ'লে বিস্মৃতিৰ গৰ্ভতেই মৰহি যোৱাৰ সম্ভাৱনা আছিল।

সাম্যবাদী দলৰ সংস্পৰ্শত অহাৰ পিছতেই তেখেতৰ চাৰি পাঁচখন সংস্কৃতিমূলক চুটি গ্ৰন্থ, কবিতাৰ কিতাপ লিখি প্ৰকাশ কৰা হ'ল সাম্যবাদী দলৰ দ্বাৰাই। সাম্যবাদী দলৰ সাংগঠনিক ক্ষেত্ৰত ৰাভাই "ভাষণ-শিল্পীৰূপে" আৰু বিপ্লৱী গীতৰ লেখক গায়ক ৰূপে খ্যাতি অৰ্জন কৰিলে। ব্যাপকভাবেই কৃষক শ্ৰমিক ৰাইজৰ মাজতে স্থায়ী ভাবমূৰ্ত্তিত প্ৰতিষ্ঠিত হ'ল। গতিকে ৰাভাৰ ৰাজ-নৈতিক জীৱনৰ দিশটো লেখত নোলোৱাকৈ বিষ্ণু ৰাভাক "কলাগুৰুৰূপে প্ৰতিভাত কৰিব খুজিলে, সেইটো ৰাভা ডাঙৰীয়াৰ সমূহ গুণাৱলীৰ এটা আংশিক মূল্যায়ন কৰা হব বুলি ভবাৰ অৱকাশ আছে। কাৰণ বিশ্লেষণত কব খোজোঁ যে, যিজন ব্যক্তিয়ে নিজ সৃষ্টিৰ মাধ্যমত আত্মপ্ৰতিষ্ঠা অৰ্জনৰ ক্ষেত্ৰত চিৰ উদাসীন, নিস্পৃহ আছিল, যি জনৰ চৰিত্ৰত প্ৰণালীবদ্ধ ধাৰাবাহিক সাধনাৰ

সক্ৰিয়তাৰ অভাৱত উৎকৰ্ষতা আহৰণৰ একাগ্ৰতা সদায় বিক্ষিপ্ত আছিল, যি জন ব্যক্তিৰ চৰিত্ৰত ক্ষণস্থায়ী বিদ্যুৎ দীপ্তিৰ দৰেই অকস্মাৎ বিচ্ছুৰণ আৰু নিৰ্বাপনৰ সংঘাতত মনীষাৰ অবক্ষয় সূচিত কৰিছিল, কলাপ্ৰতিভাৰ বিকাশৰ পথত সীমিত পৰিধিৰ মাজতেই স্তিমিত হৈ যাব ধৰিছিল, তেনেকুৱা আপোন পাহৰা ব্যক্তিক বলিষ্ঠ সাম্যবাদী সচেতক গোষ্ঠীৰ নিয়ন্ত্ৰণৰ বাহিৰে তেখেতৰ যাযাবৰী জীৱনৰ বিস্মৃত কৃতিখিনিও আজিৰ মানদণ্ডত প্ৰতিষ্ঠিত হোৱাৰ সম্ভাবনা নাছিল বুলি ক'লেই সঠিক সমীক্ষা হব। গতিকে ৰাভাৰ কলাবিদ্যাৰ কদ্ধগতি সীমাৰ মাজত মূল্যায়ন কৰিলে অপৈণত আৰু অযৌক্তিক হব। বিভিন্ন গুণাবলীৰ অবমূল্যায়ন হব। এই প্ৰসঙ্গত আৰু এটি মেধাবী গোষ্ঠীৰ এজন খ্যাতিমান লেখক শ্ৰীযুত ৰত্ন ওজা ডাঙৰীয়াই মোৰ লগত আলোচনাৰ সময়ত কৈছিল যে, ১৯৭০ চনত "কলাগুৰু—কলাকেন্দ্ৰ" নামে এটি "সঙ্গীত বিদ্যালয়" গঠন কৰা হয়। সেই বছৰৰ পৰাই মালিগাওঁত বিষ্ণু ৰাভাৰ মৃত্যু তিথিত "কলাগুৰু প্ৰণতি" নামেৰে প্ৰতিবছৰে উদযাপিত হয়। "ওজা ডাঙৰীয়াই কয় যে, তৃতীয় মৃত্যুবাৰ্ষিকীৰ এখন সভাত ডঃ ভূপেন হাজৰিকা আৰু শ্ৰীযুত ৰত্ন ওজাই বিষ্ণু ৰাভাক অসমৰ জাতি উপজাতিৰ সমন্বয়ৰ প্ৰতীক বুলি অভিহিত কৰে।" ৰত্ন ওজা ডাঙৰীয়াৰ মন্তব্যখিনি উল্লেখ কৰি মই কব খোজোঁ যে, এই সম্পৰ্কে বাইজৰ মাজত জানিব পৰাকৈ কোনো ৰেখাপাত কৰিব পৰা নাছিল। মালিগাওঁত "কলাগুৰু সঙ্গীত বিদ্যালয়" প্ৰতিষ্ঠিত হোৱা বা ৰাভাৰ নামত "কলাগুৰুৰ মৃত্যুতিথি" পালনৰ বিষয়ে বাইজৰ স্মৃতি পটত ছাঁ পৰা দেখা নাযায়, বিশেষকৈ ডঃ ভূপেন হাজৰিকাৰ দৰে ব্যক্তিত্বই ৰাভাৰ মৃত্যুৰ পিছত "মৃত্যুতিথি" উদ্‌যাপনৰ বাবে মালিগাওঁতকৈ গুৱাহাটীতেই বিষ্ণু ৰাভাক "কলাগুৰু" আখ্যাৰে ভূষিত কৰাৰ যোগ্য পৰিবেশ বিচাৰি পোৱাত অসুবিধা নহ'লহেঁতেন। বিশেষকৈ মালিগাওঁতে ৰাভাক "কলাগুৰু" ৰূপে

ৰজনাৰ ঘোষণা তাৰ পিছতেও গুৱাহাটীত পতা মৃত্যুবাৰ্ষিকীত ভালদৰে প্ৰস্তাৱনা ৰাখিব পাৰিলেহেঁতেন। এই সম্বন্ধে জানিব লাগীয়া কথা যে বিষ্ণু ৰাভাই যি "প্ৰগতিশীল শিল্পী সাহিত্যিক সংঘৰ" সভাপতি আছিল সেই প্ৰতিষ্ঠানৰ পৰা ৰাভাৰ মৃত্যুৰ পিছৰ পৰা প্ৰতি বছৰেই বিষ্ণু ৰাভাৰ মৃত্যুতিথি দিবস পালনৰ দিনত গুৱাহাটী তথা অসমৰ সমূহ শিল্পী সাহিত্যিক গোষ্ঠীকেই নিমন্ত্ৰণ জনোৱা স্বত্বেও তেখেতসকলৰ উৎসাহৰ অভাৱ দেখা গৈছিল। ড° ভূপেন হাজৰিকা আৰু বহু ওজা ডাঙৰীয়াৰ তেনেকুৱা প্ৰস্তাৱ বাইজৰ মাজত কোনো স্বীকৃতি বা ছাঁয়াপাত কৰাৰ উদাহৰণ নাই। গুৱাহাটীত অধিষ্ঠিত মৃত্যুবাৰ্ষিকীত তেওঁলোকে উপস্থিতও হোৱা নাছিল।

বিষ্ণু ৰাভাৰ মৃত্যুৰ দহ বছৰমান পিছত বিদেশী বিতাড়নৰ আন্দোলনৰ সময়ৰ পৰা উদ্ভূত হোৱা জনজাতীয় ৰাইজৰ আত্ম প্ৰতিষ্ঠাৰ স্বকীয়া মানসিকতাক প্ৰশমিত কৰাৰ উদ্দেশ্যে অজন-জাতীয় ৰাইজে বিষ্ণু ৰাভাৰ কমিউনিষ্ট খ্যাতিৰ প্ৰাঙ্গনৰ পৰা আৱিষ্কাৰ কৰি জনজাতীয় আৰু অজনজাতীয় অসমৰ দুই চামৰ ভাষা সংস্কৃতিৰ সেতুবন্ধৰ প্ৰাণ পুৰুষৰূপে ভাস্বৰ কৰি তোলাৰ প্ৰয়াসটো ৰাজনৈতিক উদ্দেশ্য প্ৰণোদিত হোৱা বুলি বহুতেই ভাবি থাকে। যি কি নহওক বিষ্ণু প্ৰসাদ ৰাভাক অসমৰ দুই চাম ৰাইজৰ সমন্বয়ৰ প্ৰতীকৰূপে দাঙি ধৰাৰ প্ৰয়াসটো শুভ আৰু সমৰ্থনীয় বুলি কবই লাগিব। কিন্তু বিষ্ণু প্ৰসাদ ৰাভাৰ জীৱনৰ শ্ৰেষ্ঠতম শেষ পঁচিশ বছৰৰ অধ্যায়ত প্ৰতিষ্ঠিত হোৱা কমিউনিষ্ট ভাবমূৰ্তিক অন্তৰালত ঠেলি পঠোৱাৰ প্ৰচ্ছন্ন উদ্দেশ্যখিনি বুৰঞ্জীৰ অপলাপ কৰাৰ প্ৰয়াস সমৰ্থনযোগ্য নহয়। এই সম্বন্ধে কবই লাগিব যে ৰাভাক কলাগুৰু ৰূপে ভূষিত কৰাৰ ৰাজহুৱা স্বীকৃতি ঘোষণা উন্নত গোষ্ঠীৰ বিপক্ষে এটা দৃঢ় চেলেঞ্জ বুলি কব পৰা যায়। কোনো খ্যাতিমান ব্যক্তিৰ ছাঁ পৰি সাম্প্ৰদায়িক তীব্ৰতা হ্ৰাস পোৱাটোৱেই

বাঞ্ছনীয়। চৌখিন বুদ্ধিজীৱী গোষ্ঠীয়ে এই বাজহুৱা স্বীকৃতি কিছু পৰিমাণে মানি ললেও উদ্দেশ্য প্ৰণোদিত মানসিকতাৰে বিষ্ণু প্ৰতিভাক সৰ্বাঙ্গীন স্বীকৃতি দিয়াৰ পথ পৰিত্যাগ কৰি বিষ্ণু ৰাভাৰ জীৱনবোধক পৃথক সাধনাৰ পুৰুষৰূপে চিহ্নিত কৰাৰ প্ৰয়াস কৰিব ধৰিলে। এই বিষয়ে অকল সাহিত্যৰথী বা পণ্ডিতবিলাকেই নহয়, জাতীয়তাবাদী নবীন উৎসাহী ৰাভা প্ৰেমিকৰ অনেকেই ৰাভাৰ আদৰ্শৰ সমগোত্ৰীয়সকলক আচুতীয়াকৈ থ'ব ধৰিলে। বিষ্ণু ৰাভা সোঁৱৰণী সভা, তিথিবিলাকত তেওঁলোকৰ নিজৰ গোষ্ঠীৰ ভিতৰতেই স্বকীয়া আবেষ্টনীৰ মাজতেই ৰখাৰ প্ৰয়াস কৰা দেখা গ'ল।

বিষ্ণু ৰাভাৰ মৃত্যুৰ দহ বছৰ পিছত এওঁলোকে ৰাভাৰ "সাম্যবাদী-জীৱনাদৰ্শক" বিকৃত ব্যাখ্যা কৰি অপবিশুদ্ধ যুক্তি তথ্যৰ মাধ্যমেৰে অসমীয়া ৰাইজৰ মাজত বিভ্ৰান্তিৰ কুঁৱলী সৃষ্টিৰ প্ৰয়াস চলোৱাত সক্ৰিয় হোৱা দেখা গ'ল। কিন্তু বিষ্ণু ৰাভাৰ এনেধৰণৰ অৱমূল্যায়নৰ বিৰুদ্ধে কেইবাগৰাকী প্ৰগতিশীল লেখকে যুক্তিবাদী তথ্য তত্ত্ব দাঙি ধৰি প্ৰতিবাদও প্ৰকাশ কৰিছে। এনেধৰণৰ প্ৰগতিশীল ব্যাখ্যাই বিষ্ণু ৰাভাৰ প্ৰতি শ্ৰদ্ধা-প্ৰীতিৰ ভাবপ্ৰৱণ তাৰল্যৰ প্ৰবাহ লাহে লাহে স্তিমিত কৰি বাস্তৱমুখী বিশ্লেষণৰ পিনে ঢাল খোৱাব ধৰিছে। কিন্তু প্ৰগতিবাদী লেখক কেইজনৰ বস্তুধৰ্মী যুক্তিৰে ৰাভাৰ মূল্যায়ন কৰাৰ প্ৰচেষ্টা শুভ হলেও এই প্ৰগতিশীল গোষ্ঠীৰ মাজতেও ভাবাবেগৰ আতিশয্য ভাহি থকা দেখা যায়। এই লেখকগোষ্ঠীৰ বহুক্ষেত্ৰতেই অতিৰঞ্জিত বা আনৰ পৰা ভুৱা বিৱৰণ শুনি ৰাভা সম্বন্ধে অধিক জনাৰ প্ৰৱণতাৰ মানসিকতাও তেওঁলোকৰ লিখনিত ফুটি উঠা দেখা যায়।

দক্ষিণ পন্থী আত্মগৰ্বী দুই এজনে বিষ্ণু প্ৰসাদ ৰাভাক কমিউনিষ্ট নাছিল বুলিও প্ৰমাণ কৰাৰ প্ৰয়াস কৰিছে। এওঁলোকৰ মাজত আগৰণুৱা হিচাপে উল্লেখ কৰিব পাৰি "অসম প্ৰকাশন

পৰিষদৰ" সেই সময়ৰ সম্পাদক শ্ৰীযুত চন্দ্ৰপ্ৰসাদ শইকীয়াৰ নাম। তেখেতে ৰাভাক কমিউনিষ্ট নহয় বুলি বৰ্ণনা প্ৰসঙ্গত "প্ৰকাশ"ৰ সম্পাদকীয়ত মন্তব্য কৰি লেখিছে, "ৰাভাই যে, কমিউনিষ্ট আছিল সি সন্দেহাতীত নহয়। মাৰ্ক্সবাদৰ ওপৰত তেওঁ একো লিখি যোৱা নাই। কাৰ্ল মাৰ্ক্সে লিখা "ডাচ কেপিটেল" ৰাভাই কেই পৃষ্ঠা পঢ়িছিল তাকো সম্পাদকৰ অজ্ঞাত। ইত্যাদি ইত্যাদি'— এই বিষয়ে ঘাই কথাটো মন কৰিব লগীয়া যে "ডাচ্ কেপিটেল" পঢ়িলেই কমিউনিষ্ট নহয়। বিশ্বৰ ধনিক শ্ৰেণীৰ মাজত বহু পণ্ডিত ব্যক্তিয়ে "ডাচ কেপিটেল"ৰ প্ৰতিটি পাত পঢ়া মানুহও আছে, তেওঁলোকে ধনিক শ্ৰেণীৰ বহতীয়া ভাড়াটীয়া সাহিত্যিক দাৰ্শনিক ৰূপে কাম কৰি ৰাইজৰ মাজত কমিউনিজমৰ নীতি আদৰ্শক হীনৰূপে প্ৰতিপন্ন কৰা আৰু বিভ্ৰান্তিৰ সৃষ্টি কৰাৰ বাবে সমীক্ষা চলাই ধনিক গোষ্ঠীৰ পৰা অৰ্থ উপাৰ্জন কৰি আছে। ব্যক্তিগত জীৱনৰ স্বাৰ্থ পূৰণৰ বাবে দুৰ্নীতিৰ আশ্ৰয় গ্ৰহণ কৰি আত্মবিক্ৰয় কৰিছে। ঠিক তাৰ বিপৰীতেই হোজা, হালোৱা, দুখীয়া, অশিক্ষিত, নিপীড়িত, শোষিত, বঞ্চিত শ্ৰেণীৰ মানুহে কমিউনিজমৰ কিতাপ পঢ়িব নোৱাৰিলেও পুৰা পুৰি কমিউনিষ্ট হৈ সেই আদৰ্শক গ্ৰহণ কৰি জীৱনৰ শেষ মুহূৰ্ত্তলৈ "শোষক ৰঘুমালা ধনিক শ্ৰেণীৰ" বিপক্ষে সংগ্ৰাম কৰি গৈ আছে। তাৰ কাৰণ মাৰ্ক্সবাদ দুখীয়া শোষিত শ্ৰেণীৰ মুক্তিৰ বাবে শোষক শ্ৰেণীৰ বিৰুদ্ধে সংগ্ৰামৰ আদৰ্শ। শোষকৰ দুৰ্নীতি পৰায়ণ সমাজবিৰোধী কাৰ্য্যকলাপ বন্ধ কৰাৰ কাৰণে মাৰ্ক্সবাদৰ তত্ত্ব প্ৰযোজ্য নহয়। গতিকে কোনোৱাই মাৰ্ক্সবাদৰ বিষয়ে তাত্বিক কিতাপ নেলেখিলে, বা "ডাচ্ কেপিটেল" নপঢ়িলে কমিউনিষ্ট হব নোৱাৰে বুলি প্ৰমাণ কৰাৰ প্ৰতিপাদ্যখিনি শ্ৰীযুত শইকীয়া ডাঙৰীয়াৰ ব্যক্তিগত জীৱন চৰিত্ৰ কমিউনিজমৰ বিৰোধিতাকাৰী প্ৰতিক্ৰিয়াশীল গোষ্ঠীভুক্ত বুলি কব পাৰি। বৰ্তমান ভ্ৰষ্টাচাৰী দুৰ্নীতিগ্ৰস্ত নিপীড়নমূলক পথেৰে বিত্তবাসনা

পূৰণৰ লোভ চৰিতাৰ্থ কৰাৰ সামাজিক ব্যৱস্থা বিদ্যমান থাকিলেহে ব্যক্তিকেন্দ্ৰিক স্বাৰ্থপৰ গোষ্ঠীৰ অভিলাষ পূৰণৰ পথ প্ৰশস্ত হৈ থাকে। সেই কাৰণেই কোনো সুযোগ্য কমিউনিষ্টৰ খ্যাতিক প্ৰতিক্ৰিয়াশীল গোষ্ঠীয়ে সহ্য কৰিব নোৱাৰা হয়। এওঁলোকে ৰাভাৰ বিপ্লবী চৰিত্ৰৰ ৰূপটো নস্যাৎ কৰি ৰাভাক শঙ্কৰী আদৰ্শৰ উপাসক ৰূপেই প্ৰমাণৰ প্ৰয়াস কৰা দেখা গৈছে।

বিষ্ণু ৰাভাই কমিউনিজমৰ বিষয়ে তাত্বিক কিতাপ নেলেখিলেও মাৰ্ক্সবাদী আদৰ্শক সাধাৰণ ৰাইজৰ বাবে বোধগম্য কৰি প্ৰকাশ কৰাৰ উদ্দেশ্যে ৰাভাৰ গল্প, কবিতা, নাটিকা, প্ৰবন্ধ, ভাষণ, সংগ্ৰামৰ নীতি কৌশলৰ বিষয়বস্তুখিনি সৰ্বাঙ্গীন ভাবেই জীৱন্ত কৰি তুলি পদদলিত শোষিত ৰাইজক প্ৰেৰণা যোগোৱাৰ বাবেই উৎসৰ্গীকৃত আছিল।

বিষ্ণু ৰাভা যে সৰ্বাঙ্গীনভাবে মহৎ প্ৰাণৰ কমিউনিষ্ট আছিল সেই সত্যখিনি প্ৰকাশ পাইছে "কমিউনিষ্ট পাৰ্টিৰ ৰূপালী জয়ন্তীত ১৫/৮/৬৯ তাৰিখে ৰাভাই ৰোগ শয্যাৰ পৰা লিখা তেখেতৰ শেষ চিঠিখনৰ ভাষাৰ মাধ্যমেৰেই। সেই অমূল্য চিঠিখনিৰ কিছু অংশ তলত উল্লেখ কৰিলোঁ, ৰাভাই লিখিছে—"১৯৪৫ চনৰ পৰা ৰাইজৰ মাজত জপিয়াই পৰি বহু সভা-সমিতিৰ যোগে ৰাইজৰ প্ৰতি মোৰ কৃতজ্ঞতা যাচিছিলো। তেতিয়াৰ পৰাই ভাৰতৰ "বিপ্লবী কমিউনিষ্ট দলৰ" লগত সংশ্লিষ্ট থাকি মাৰ্ক্সীয় দৰ্শন, মাৰ্ক্সীয় অৰ্থনীতি, দ্বন্দবাদৰ লগত পৰিচিত হৈ আৰু লেনিনবাদৰ সম্যক জ্ঞানৰ উপলব্ধিৰে প্ৰকৃত কমিউনিষ্ট হোৱাৰ আশাত ৰাইজৰ হিয়াৰ আমঠু, ৰাইজৰ প্ৰাণৰ লগৰী আৰু ৰাইজৰ লগত একেলগে মিলি-জুলি ৰাইজক মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি উদ্বুদ্ধ কৰাৰ কাৰণে নিজৰ সকলো শক্তি নিয়োগ কৰোঁ।

...... ........... ..............'.....

......... .......................

সেই বিৰাট সাধনাৰ মাজত থাকি জনসাধাৰণৰ সেৱাত থাকো-তেই ধৰা পৰি এবছৰ কাৰাবাস খাটি ওলাই আজি কিছুদিনৰ পিছত সেই বিৰাট সাধনাৰ স্বাভাৱিক পথেই মোক লৈ আহে ভাৰতৰ 'কমিউনিষ্ট পাৰ্টিৰ' বিশ্বজুৰি মহামানৱৰ যি মুক্তিৰ অভিযান সেই অভিযানৰ অংশভাগী হবলৈ। সেই কথা ১৯৫৫ চনত। তেতিয়াৰ পৰা·· ············মোৰ ক্ষুদ্ৰ শক্তিৰে দুখকাৰী জনসাধাৰণৰ পাৰ্টি কমিউনিষ্ট পাৰ্টিৰ সভ্যৰূপে ৰাইজৰ সেৱা কৰি আহিছোঁ। ······

আজি মই ৰোগশয্যাত। মোৰ মনত অসীম প্ৰেৰণা যোগোৱা পাৰ্টি আৰু জনসাধাৰণৰ পৰা মই আঁতৰত থাকিব লগা হৈছে। ············যি আদৰ্শৰ সাধনাত জীৱনৰ সকলো সামৰ্থ্য আগ বঢ়াইছিলোঁ। সেই আদৰ্শক পাৰ্টিৰ ৰূপালী জয়ন্তী উপলক্ষে ৰোগৰ শয্যাৰ পৰাই অভিনন্দন জনাইছোঁ।" ১৯/৫/৬৯.

কমৰেড্ বিষ্ণু প্ৰসাদ ৰাভাৰ এই চিৰস্মৰণীয় চিঠিখনিৰ ভাষা দ্ব্যৰ্থব্যঞ্জক নহয়। এই ভাষা যদি কোনো শিক্ষিত মানুহে নুবুজাৰ ভান কৰি কব খোজে যে বিষ্ণু ৰাভা কমিউনিষ্ট নাছিল, তেন্তে সেই ব্যক্তিয়ে তেখেতৰ শিক্ষাক জলাঞ্জলী দি মূৰ্খৰ স্বৰগত বাস কৰাটোৱেই যোগ্য সিদ্ধান্ত হব। বিষ্ণু ৰাভাৰ জীৱনৰ এক তৃতীয়াংশৰও অধিক সময় সাম্যবাদী আদৰ্শক কায়মনোবাক্যে গ্ৰহণ কৰি প্ৰতিটি মুহূৰ্তই নিযুক্ত কৰি ৰাখিছিল। আৰু এই আদৰ্শৰ মাজেদিয়েই তেখেতৰ হেৰাই যোৱা মনীষা আৰু অতীতৰ খ্যাতিক পুনৰুদ্ধাৰ কৰি নবীন জীৱন্ত পথত বহু কষ্ট নিৰ্য্যাতনক মুই কৰি ৰাইজৰ মাজত পুনঃ প্ৰতিষ্ঠিত হব পাৰিছিল। তেখেতৰ লিখিত সম্পদও এই আদৰ্শ গ্ৰহণৰ পিছতেই প্ৰকাশ কৰিব পৰা হৈছিল। নহলে সেই সময়ত বা তাৰ পিছতে ৰাভাৰ লিখিত সম্পদক প্ৰকাশ কৰাৰ কাৰণে অসমত কোনো প্ৰকাশকেও ওলোৱা নাছিল।

ভাবপ্ৰৱণতাৰ তাৰল্যক পৰিহাৰ কৰি সমীক্ষা কৰিলে বুজা যায়—'ৰাভা-প্ৰতিভাৰ" পূৰ্ণ বিকাশ লাভ নোহোৱাকৈ অসমাপ্ত হৈ

থাকিল। তেখেতৰ মনীষাৰ সাক্ষৰা মাটিত আৰু বহুবিধ গন্ধ পুষ্প বিকশিত হ'ব লাগিছিল। কিন্তু নোহোৱাকৈ থাকিল আৰু অসমাপ্ত হৈ ৰ'ল কিয় সেই বিষয়ে ৰাভা চৰিত্ৰৰ কেইটামান বিশেষ দিশৰ আলোচনা কৰাৰ প্ৰয়াস কৰিছোঁ।

বুৰঞ্জীৰ বাস্তৱ বিশ্লেষণৰ মাধ্যমে আমাৰ দেশৰ প্ৰাচীন ঐতিহ্যৰ আধিপত্য জাতীয় মানসক কিভাবে প্ৰভাবিত কৰিছে বিষ্ণু ৰাভাৰ জীৱন মেধাৰ বিস্তৃতিৰ বাটত কিভাবে হেঙাৰ সৃষ্টি কৰিব পাইছিল, তাৰ লগতে তেওঁৰ ব্যক্তিগত জীৱনৰ দুৰ্বলতাই বিভিন্ন কাৰণে তেখেতক বিক্ষিপ্ত কৰিছিল, সেই বিষয়েও মই ৰাভাৰ সম্বন্ধে মোৰ দৃষ্টিভঙ্গী দাঙি ধৰিম।

ভাৰতবৰ্ষত প্ৰাচীন কালৰ পৰাই অৰ্থাৎ বৈদিক যুগৰ পৰাই ১৯ শতিকাৰ শেষলৈকে প্ৰবাহিত হৈ অহা ঐতিহ্যই আছিল—"আমাৰ পৌৰাণিক কাব্যৰ উপজীব্য নায়ক নায়িকা হব লাগিব"—"দেৱ দেৱী, ৰজা, শ্ৰেষ্ঠী বা ব্ৰাহ্মণ ক্ষত্ৰিয়, ভূস্বামী বা মুনি ঋষিৰ জীৱনৰ কাৰ্য্যাবলীৰ গুণকীৰ্তন কৰি সুললিত ভাষাৰে আখ্যান মাধুৰীৰ প্ৰকাশ কৰাটোৱেই তাহানি কালৰ নীতি নিৰ্দেশ আছিল।" ৰজা মহাৰজা ডাঙৰ ভূস্বামীৰ অন্নত লালিত পালিত সভা কবি, চাৰণ, ভাট, ঐতিহাসিকবিলাকে দেৱ-দেৱী, ব্ৰাহ্মণ, মুনি ঋষিবিলাকৰ দুশ্চৰিত্ৰবিলাকো সদগুণৰ কাহিনীত মনোৰঞ্জনকাৰী নাটক কাব্যত লেখি প্ৰকাশ কৰিছিল। নহলে লেখকহঁতৰ অন্ন সংস্থানৰ পৰা বঞ্চিত হোৱা, নাইবা জীৱন বিপন্ন হোৱাৰ সম্ভাৱনা আছিল। সাধাৰণ শূদ্ৰ বৈশ্যৰ যিমানেই মেধা মনীষা থাকক তাৰ প্ৰকাশৰ পথেই নাছিল। তেওঁলোকৰ ধৰ্মগ্ৰন্থ, শাস্ত্ৰ বেদাদি পঢ়াৰেই অধিকাৰ নাছিল। সেই কাৰণে সেই যুগত হীন বংশৰ মানুহৰ কোনো প্ৰতিভাশালী ব্যক্তিৰ পক্ষে জ্ঞানী গুণীৰ আসন লাভ কৰাটো সম্ভৱ হোৱা নাছিল। গতিকে সাধাৰণ মানুহৰ কাৰোবাৰ জীৱনী লেখাৰ প্ৰশ্নও নাছিল। বিশেষকৈ জনজাতীয় মানুহ-

বিলাকক দানব, ৰাক্ষস, বুলি বৰ্ণনা কৰা হৈছিল, বানৰ বুলিও কোৱা হৈছিল।

ৰামায়ণত বৰ্ণিত চণ্ডাল ৰজা সম্বুকে বেদ পাঠ কৰিব লওঁতে ঋষি শ্ৰেষ্ঠ বশিষ্ঠই আঠজন ঋষিক লগত লৈ শ্ৰীৰামচন্দ্ৰৰ গুৰিত অভিযোগ জনাইছিল, যে "চণ্ডাল ৰজা সম্বুকে "অনধিকাৰ চৰ্চা" কৰাৰ বাবে দেশত অকল্যাণ হৈছে, ব্যভিচাৰ হৈছে, গতিকে সম্বুকক শাস্তি দিব লাগে।" ব্ৰাহ্মণকুলক তুষ্ট ৰখাৰ উদ্দেশ্যে শ্ৰীৰামচন্দ্ৰই সম্বুকক একাৰাৰ মাত মাতিবলৈ নিদি 'ব্যভিচাৰ কৰাৰ' অপৰাধত মৃত্যুদণ্ড দিছিল। শ্ৰীৰামচন্দ্ৰৰ এনেকুৱা পক্ষপাতদুষ্ট অবিচাৰৰ বিপক্ষে বাল্মিকীৰ লিখনিত এটি বাক্যও লেখা হোৱা নাছিল। যদিও বিন্ধ্যা অঞ্চলৰ ৰাইজৰ মাজত চণ্ডাল ৰজা সম্বুকক অন্যায়ভাবে হত্যা কৰাৰ বিৰুদ্ধে প্ৰতিবাদ ধ্বনি কিংবদন্তি হৈ আছে যে সম্বুকৰ ৰঙা তেজেৰে বিন্ধ্যা পৰ্বতৰ মাটি আজিও ৰক্তলাল হৈ সেই দুঃসহ স্মৃতি বহন কৰি আছে।" মহাভাৰতৰ শ্ৰেষ্ঠ মহাবীৰ কৰ্ণই নীচ বংশোদ্ভূত বুলি জনাজাত হোৱাৰ বাবে তেওঁক কুৰু পাণ্ডব ৰাজপুত্ৰ-ইতৰ লগত অস্ত্ৰ প্ৰতিযোগিতাত যোগ দিয়াৰ অধিকাৰ দিয়া হোৱা নাছিল। শেষত দুৰ্য্যোধনে কৰ্ণৰ বন্ধুত্ব লাভৰ আশাত তেওঁক অঙ্গাধিপতিৰূপে প্ৰতিষ্ঠা কৰি ৰাজসন্মান দিয়াৰ পিছতেই কৰ্ণই ক্ষত্ৰিয় ৰাজপুত্ৰসকলৰ লগত অস্ত্ৰ প্ৰতিযোগিতাত অংশ গ্ৰহণৰ অধিকাৰ লাভ কৰিছিল যদিও, কিন্তু হঠাতে পাণ্ডব জননী কুন্তী দেবীয়ে অসুস্থ হৈ পৰাৰ চেলু দেখুৱাই অস্ত্ৰ প্ৰতিযোগিতা বন্ধ কৰি দি কৰ্ণক বঞ্চিত কৰা হৈছিল।

শূদ্ৰপুত্ৰ একলব্যাই দ্ৰোণাচাৰ্য্যৰ মূৰ্তি গঢ়ি সমুখত ৰাখি অস্ত্ৰ শিক্ষাৰ চৰম দক্ষতা অৰ্জন কৰি ওচৰত চিঞৰি থকা এটা কুকুৰক বাণ মাৰি তাৰ গলৰ মাত বন্ধ কৰি থৈছিল। অৰ্জুনইতে তাকে দেখি দ্ৰোণাচাৰ্য্যৰ গুৰিত অভিযোগ জনোৱাত দ্ৰোণাচাৰ্য্যই শূদ্ৰপুত্ৰ একলব্যৰ ইমান দক্ষতা চিৰকালৰ বাবে বন্ধ কৰি দিয়াৰ উদ্দেশ্যে

একলব্যৰ পৰা তাৰ আগ হাতৰ বুঢ়া আঙুলিটো কাটিলৈ দ্ৰোণাচাৰ্য্যক "গুৰু দক্ষিণা" দিবলৈ বাধ্য কৰিছিল। অৰ্থাৎ নীচ জাতিৰ কোনেও উচ্চবৰ্ণৰ সমকক্ষ হোৱাৰ পথত এইদৰেই বাধা দিয়াৰ নীতি কৌশল অৱলম্বিত হৈছিল।

বিষ্ণু ৰাভাই জনজাতীয় ব্যক্তি হৈ সাহিত্য কলাৰ নভোমণ্ডলত এটি নবীন জ্যোতিষ্কৰ দৰে আবিৰ্ভূত হোৱাৰ বাবে অসমৰ উচ্চ বৰ্ণৰ সাহিত্যিক, কলাবিদৰ অনেকেই কথাটো হয়তো গ্ৰহণ কৰিব পৰা নাছিল। সেই কাৰণেই দেখা গ'ল চীনৰ আক্ৰমণৰ সময়ত যেতিয়া অসম চৰকাৰে বিষ্ণু ৰাভাক পঘাৰে বান্ধি নি তেজপুৰৰ ৰাজ আলিয়েদি টানি লৈ গৈছিল তেতিয়াও অসমৰ সাহিত্যিক, কবি, সঙ্গীত শিল্পীসকলৰ পৰা প্ৰতিবাদ কৰি এষাৰ মাতও কোনেও মতা নাছিল। বুৰঞ্জীৰ অমোঘ লিখনে প্ৰমাণ কৰিলে আজি বিষ্ণু ৰাভাৰ পক্ষেই ৰাইজৰ শ্ৰদ্ধা প্ৰীতি অনেক বেছি গধুৰ হৈ প্ৰকাশ পাইছে। বিষ্ণু প্ৰসাদ ৰাভাৰ দৰে এজন জনজাতীয় ব্যক্তিয়ে অসমীয়া কৃষ্টিৰ বিষয়ে সাৰগৰ্ভ প্ৰবন্ধ লেখি খ্যাতি অৰ্জন কৰাত অনেকেই ঈৰ্ষান্বিত হৈছিল।

বৰ্ণাশ্ৰম ধৰ্মীয় প্ৰভাৱত আমাৰ দেশত কেৱল মাথো উচ্চবৰ্ণৰ ক্ষমতাশালী ব্যক্তিৰ বিষয়ে স্তুতি গান গাই কাব্য সাহিত্য সমৃদ্ধি কৰাটোৱেই বিধেয় নাছিল, এই বিষয়ে নীচ বংশীয় শূদ্ৰ বৈশ্যৰ লিখাৰো অধিকাৰ নাছিল। এই শ্ৰেণী বৈষম্য একমাত্ৰ ৰজা মহাৰজা, ক্ষমতাশালী উচ্চবৰ্ণৰ ব্যক্তিৰ স্তুতি গান গাই কাব্য লিখিলেহে কিছু পৰিমাণে শিথিল কৰা হৈছিল। ঋষি বাল্মিকীয়ে শ্ৰীৰামচন্দ্ৰক প্ৰশংসাৰ বাণীৰে ভূষিত কৰি ভগৱানৰ অৱতাৰ ৰূপে প্ৰতিষ্ঠা নকৰা হলে তেওঁৰ লেখনি স্তব্ধ হ'লহেঁতেন।

ইয়াৰ বাহিৰেও বহুবছৰ ধৰি মুছলীম ধৰ্মীয় ৰক্ষণশীলতাৰ আধিপত্যৰ প্ৰভাৱত আমাৰ দেশৰ সমাজৰ গতিশীলতা হেকৱাই বন্ধ কোঠালিত আবদ্ধ হৈ উশাহ ল'ব নোৱাৰা অৱস্থাত পৰি আছিল।

পশ্চিমীয়া জ্ঞানবিজ্ঞান, সাহিত্য কাব্যৰ প্ৰবাহে আমাৰ বন্ধ দুৱাৰৰ খিৰিকী ভাঙি চিঙি নতুন পোহৰ পেলাই আমাৰ চিৰাচৰিত চিন্তা মানসৰ আমূল সলনি কৰি নবীন সৃষ্টিধৰ্মী বস্তুবাদী দৃষ্টি ভঙ্গীৰে জীৱনৰ নব মূল্যায়নৰ ধাৰা আনি দিলে। সাহিত্য কাব্য সমাজ সংস্কাৰৰ স্বৰূপ নিৰ্দ্ধাৰণ হ'ব ধৰিলে। বিখ্যাত মানুহৰ চাৰিত্ৰিক গুণাগুণ, দুৰ্বলতা, ত্ৰুটী বিচ্যুতিৰ বিশদ সমালোচনাৰ সামূহিক প্ৰতি-ফলন নিৰ্ভীকভাৱে প্ৰকাশিত হ'ব ধৰিলে। তাৰ পিছতেই আহিল মাৰ্ক্সবাদী জীৱন দৰ্শনৰ প্ৰবল প্ৰবাহ। ৰুছ বিপ্লবৰ সমাজবাদী আদৰ্শৰ প্ৰভাব, সংস্কাৰ বৰ্জিত বস্তুবাদী দৃষ্টিভঙ্গীৰে আমাক সঞ্জীৱিত কৰি তুলিলে। তথাপিও আমাৰ দেশত পুৰণিকলীয়া প্ৰতি-ক্ৰিয়াশীল শ্ৰেণীৰ প্ৰভাব এতিয়ালৈকে মূৰ দাঙি উঠে আৰু প্ৰগতিৰ গতিৰ পথত হেঙাৰ সৃষ্টি কৰি থাকে, উচ্চমাৰ্গৰ প্ৰভাবৰ মেয়াদী পট্টাৰ অধিকাৰ আৰু কিছুদিনলৈকে টানি নিয়াৰ কাৰণে। এনেকুৱা দৃষ্টিভঙ্গীৰে মই বিষ্ণু ৰাভাৰ জীৱনৰ আলেখ্য দাঙি ধৰাৰ প্ৰয়াস কৰিম।

## "বিষ্ণু ৰাভাৰ ৰাজনীতিত প্ৰবেশ"

১৯৪৪ চন, শৰতৰ শেষ। বতাহত শীতৰ আগজাননীৰ পৰশ। মই ঘৰতেই বহি পুৱা চাহ খাই আছো। এনেতে মোৰ সৰু ভনী বৰুণাই ক'লে,—"মণিদা বাহিৰত এজন স্বাস্থ্যবান ভদ্ৰলোকে তোমাক মাতিছে।" আগন্তুক মানুহজনক মাত লগোৱাৰ উদ্দেশ্যে চ'ৰাঘৰৰ পৰ্দাখন দাঙি দেখোঁ সুদীৰ্ঘ সুঠাম দেহী উজ্জ্বল তামৰ বৰণৰ গ্ৰীক ভাস্কৰ্য্যৰ এটি জীৱন্ত মূৰ্তিৰ পুৰুষ বিষ্ণু ৰাভা থিয় হৈ আছে।

মই মাত দিয়াৰ আগতেই চিৰ অম্লান হাঁহিৰ বিৰিঙণি বিয়পায় ৰাভা ককাইয়ে ক'লে,—"মোহনলাল, মই এই ফালেদি গৈ আছিলো, ভাবিলোঁ। তোমাক এবাৰ মাত লগাই যাওঁ।" কমৰেড্ ৰাভাৰ পৰিধানত আছিল,—মাত্ৰ এটি জীৰ্ণ মলিন মাৰ্কিণ কাপোৰৰ পাঞ্জাবী চোলা, আৰু লুঙীৰ দৰে পিন্ধা লেতেৰা এখন ক'লা পাড়ীৰ শাড়ীৰ আধা টুকুৰা। মই কেইমুহূৰ্তমানৰ বাবে নিমাত হৈ থাকিলোঁ। মোৰ মনত যেন বিজুলী খেলি গ'ল, অনিন্দ্য সুন্দৰ স্বাস্থ্যৰ শালগছৰ দৰেই এই পুৰুষৰ জীৰ্ণ বসন! এই অৱস্থাত তেওঁৰ আবিৰ্ভাব অপ্ৰত্যাশিত বোধ কৰিলোঁ। সম্বিত ঘূৰাই পাই মই তেওঁক আবেগৰ সুৰতেই সুধিলোঁ, "আপোনাক এই বেশত দেখিছোঁ? ৰাভা ককাই! আহক ভিতৰলৈ আহক! এই পোচাক আপোনাৰ প্ৰোলেটাৰীয়েটৰ প্ৰতীক চিন নেকি?"—

"আপোনাৰ ওঁঠৰ হাঁহিত জোনৰ কিৰণ"
চকুত জ্বলে সূৰ্য্য—
আপুনি এক হাতে লওক বাঁহৰ বাঁহীটি
আন হাতে ৰণ তূৰ্য্য"
এই দৰে বেদুইন হৈ ঘূৰিলে ভবিষ্যত সঙ্গীন হৈ পৰিব।"

মোৰ কবিতাটি শুনি ৰাভা ককাইয়ে প্ৰাণ খোলা হাঁহিৰে ক'লে। —"মোহনলাল, এই কাৰণেই মই তোমাৰ ওচৰলৈ আহিলোঁ। নীৰুয়ে এই কাপোৰ মোক সভ্যতা ৰক্ষাৰ বাবে দিছে। তাকেই ব্যৱহাৰ কৰিছোঁ। বেয়া নাপাবা" ( নিৰু মানে ৰাভা ককাইৰ দ্বিতীয়া পত্নী ) তেখেতক ভিতৰলৈ মাতি আনি মোৰ দাদাৰ লগত চিনাকি কৰাই দি কলোঁ,—"দাদা, এখেত আমাৰ এজন বিশিষ্ট বন্ধু কমৰেড্, 'বিষ্ণু প্ৰসাদ ৰাভা।' এওঁ এগৰাকী মহান শিল্পী। এখেতৰ আচল পৰিচয় হৈছে, 'এওঁ এজন আপোন পাহৰা সুৰসৈনিক, মূৰ্তিমান বেদুইন, আৰু চিৰ উদাসীন চঞ্চল পথিক,—যাৰ অতীতৰ কাৰণে কোনো খেদ্ নাই। ভৱিষ্যতক

যদ্ভবিষ্যতিৰ অনিৰ্দিষ্টতাৰ গৰ্ভত এৰি দি চিন্তাযুক্ত, বৰ্তমানৰ জীৱন প্ৰবাহত বন্ধনহীন-গ্ৰন্থী।" মোৰ দাদাই ৰাভাৰ পৰিচয় পাই হাঃ হাঃ কৈ হাঁহি উঠি ক'লে, "আপোনাৰ পোচাকে পৰিচ্ছদে আৰু দেহাৰ ব্যপ্তি দেখিয়েই মই বুজিছিলোঁ, আপুনি এজন কৌতূহল উদ্দীপক বিশেষ গুণ সম্পন্ন ব্যক্তি।"

বিষ্ণু ৰাভাই নিভাঁজ কলিকতীয়া বঙালী ভাষাৰে কথা পতা শুনি মোৰ দাদাই আচৰিত হৈ সুধিলে, "ৰাভা ডাঙৰীয়া, আপুনি এই দৰে নিৰ্ভুল উচ্চাৰণেৰে বাংলা ভাষা ক'ব পাৰিছে কেনেকৈ?" —দাদাৰ প্ৰশ্নৰ উত্তৰ দি ৰাভাই ক'লে—"মোৰ জন্ম ঢাকা চহৰত। মই সৰুতে ঢাকাত পঢ়া-শুনা কৰিছিলোঁ।" মোৰ দাদাৰ আগ্ৰহ বাঢ়ি গ'ল। তেওঁ ৰাভাক ইটোৰ পিছত সিটো প্ৰশ্ন সুধি গৈছিল, ৰাভা ককাইয়ে ভোলানাথ হাঁহিটো মাৰি উত্তৰ দিয়াৰ পৰা প্ৰকাশ পাইছিল তেওঁৰ শিক্ষা আৰু ৰাজনৈতিক জীৱনৰ পাতনিৰ বেঙণি।

কমৰেড্ ৰাভাৰ পিতৃদেব গোপাল দাস ৰাভাই "আসাম-ৰাই-ফেলচৰ চুবেদাৰ মেজৰ" হৈ কাম কৰি থকাৰ সময়ত তেওঁ বাংলাৰ লাট বাহাদুৰৰ পাৰ্শ্বচৰ বিষয়া আৰু প্ৰধান দেহৰক্ষীৰ পদত নিযুক্ত হৈছিল। তাৰ পিছত তেখেতক "ৰায়বাহাদুৰ" আৰু "অৰ্ডাৰ অব বৃটিছ এম্পায়াৰ" সম্মানেৰে ভূষিত কৰা হৈছিল। তেতিয়া তেখেতে ঢাকাত নিযুক্ত হৈ থকাৰ সময়ত ১৯০৯ চনত বিষ্ণু ৰাভাৰ জন্ম হয়। বিষ্ণু ৰাভাই ঢাকাৰ বাংলা স্কুলতেই চতুৰ্থমানলৈ পঢ়িছিল। বিষ্ণু ৰাভাই ছাত্ৰাৱস্থাৰ পৰাই নাট মঞ্চৰ পিনে আকৰ্ষিত হৈ ঢাকাৰ বিখ্যাত নাট্যপৰিচালক "কালাচাঁদ বাবুৰ" পৰিচালনাত ঢাকাৰ নাট্য মঞ্চত অংশ গ্ৰহণৰ সুযোগ পাইছিল। শৈশবৰ পৰাই বঙ্গ-দেশৰ ৰাইজৰ মাজত বৃটিছ বিৰোধী উত্তেজনাৰ দ্বাৰাই বিষ্ণু ৰাভাই প্ৰভাবিত হৈছিল।

গোপাল দাস ৰাভাই চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰি তেজপুৰত আহি ৰাভাক তাৰ হাইস্কুলত ভৰ্তি কৰি দিয়ে। তেখেতৰ দেহান্তৰ

হোৱাৰ পিছতে ৰাভাই প্ৰথম বিভাগত মেট্ৰিক পাছ কৰি "কুইন এ্লেক্ৰচ" পুৰস্কাৰ লাভ কৰি কলিকতাৰ "চেণ্ট পলচ্ মিচনাৰী কলেজত" আই এছ, চি, ত নাম লগায়। মিচনাৰী কলেজত তেওঁৰ ৰাজনৈতিক চিন্তাত হেঙাৰ পৰাত তেখেত কলিকতাৰ ৰিপন কলেজত বি, এছ-চিত ভৰ্তি হয়। তেখেতে উৎকৃষ্ট খেলুৱৈ হোৱাৰ বাবে খুবেই জনপ্ৰিয় হৈ পৰে আৰু ক্ৰিকেট কেপ্তেইনৰ পদত নিৰ্বাচিত হয়। ৰিপন কলেজ তেতিয়া ৰাজনৈতিক আড্ডাখানা হৈ পৰিছিল। বিষ্ণু ৰাভাইও ৰাজনৈতিক সংস্পৰ্শত অহাৰ বাবে পুলিচৰ নজৰত পৰে। আৰু তেওঁৰ হোষ্টেলৰ কোঠালিত পুলিচৰ খানা তাল্লাচী হয়। আন পিনে সন্ত্ৰাসবাদীসকলৰ দৃষ্টিৰ পৰাও ৰাভা আঁতৰি যাব পৰা নাই। এই সময়ৰ পৰাই বিষ্ণু ৰাভাৰ চাৰুকলাৰ সাধনাৰ প্ৰতি আগ্ৰহ বাঢ়ি যাব ধৰে। কলিকতাৰ বিভিন্ন নৃত্য-গীতৰ অনুষ্ঠানত ৰাভা ককাইয়ে যেনে তেনে উপস্থিত হৈ বিভিন্ন শিল্পী গোষ্ঠীৰ লগত সম্পৰ্ক স্থাপন কৰিছিল।

সেই সময়ত ৰাভাৰ জীৱনত এটা মহৎ সুযোগ আনি দিছিল। —১৯২৮ চনত কলিকতাৰ বিখ্যাত প্ৰেক্ষাগৃহ "নিউ-এম্পায়াৰত" সেই সময়ৰ বিশ্ববিখ্যাত নৃত্য পটীয়সী "বেলেৰীনা আনা পেভ-লোভাৰ (ৰুছ দেশৰ) "অপূৰ্ব মুমূৰ্ষু ৰাজহংসী নৃত্যৰ" প্ৰদৰ্শনী হ'ব ধৰিছিল। বিষ্ণু ৰাভাই এই নৃত্য প্ৰদৰ্শনী দেখাৰ বিশেষ সুযোগ লাভ কৰি এই মনমোহা নৃত্য দেখি ৰাভাককাইয়ে বৰকৈ প্ৰেৰণা লাভ কৰিছিল। ৰাভা "আনা পেভলোভাৰ" দৰ্শন প্ৰাৰ্থী হ'ল। বহু চেষ্টাৰ পিছতে বিষ্ণু ৰাভাই এই মহাসুযোগ লাভ কৰিব পাইছিল। ৰাভাৰ জীৱনত শিল্পীৰ চৰম মুহূৰ্ত আহি উপস্থিত হ'ল। আনা পেভলোভাই ৰাভাক তেখেতৰ লগত সাক্ষাৎ কৰাৰ সুযোগ দিলে। এই সাক্ষাতে ৰাভাৰ জীৱনত নতুন উদ্যম আৰু প্ৰেৰণা জগাই তুলিলে। তেখেতে আনা পেভলোভাক সত্ৰীয়া নৃত্যৰ বিষয়ে দুই চাৰিটা কথা কোৱাৰ সুযোগ লৈ নৃত্যকলাৰ কেইটামান

ভাৰতীয় মুদ্ৰা দেখুৱাইছিল। এই—মহীয়সী নৃত্য বিশাৰদাই ৰাভা ককাইৰ সূক্ষ্ম নৃত্য-কলাৰ দক্ষতা দেখি প্ৰীতি লাভ কৰি ৰাভাক নৃত্য সাধনাৰ বাবে উৎসাহ আৰু উদ্‌গনি জনাইছিল। এই সময়ৰ পৰাই নৃত্য কলাত পাৰদৰ্শিতা অৰ্জনৰ বাবে ৰাভাৰ উৎসাহ তীব্ৰ-ভাবেই জাগৰিত হয়।

১৯২৯ চনত ৰাভা ককাইয়ে ৰিপন কলেজৰ পৰা বি, এছ-চিৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত উত্তীৰ্ণ হৈ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত ভৰ্তি হ'ল। সেই সময়ত ভাৰতত বিলাতী বস্তু বৰ্জনৰ আন্দোলন বিয়পি পৰিছে। ৰাভা ককাইয়ে গান্ধীজীৰ নেতৃত্বত বিলাতী বস্তু বৰ্জনৰ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। পুলিচৰ মাৰো খাইছিল। তাৰোপৰি সন্ত্ৰাসবাদী সংগঠনৰ লগত সংশ্ৰৱ থকাৰ বাবে ইংৰাজ শাসনৰ পুলিচ আৰু চোৰাংচোৱাৰ উৎপীড়ণত ব্যতিব্যস্ত হোৱাত কলা বিদ্যা সাধনাৰ পথত হেঙাৰ পৰিব ধৰিলে। ৰাভা ককাইয়ে কলিকতাৰ পৰা ট্ৰান্‌চ্‌ফাৰ চৰ্টিফিকেট লৈ কোচবিহাৰৰ "ভিক্টোৰীয়া কলেজত" ভৰ্তি হ'ল। ৰাভাই তেতিয়া কলাবিদ্যা অনুশীলনত মনোনিবেশ কৰিলেও দেশাত্মবোধক ভাবধাৰাই তেওঁৰ মনত বিশেষকৈ ইংৰাজ শাসনৰ বিৰুদ্ধে ঘৃণা আৰু ৰোষ সদা জাগ্ৰত আছিল। জাতীয় মৰ্য্যাদাৰ প্ৰতি খুবেই সজাগ। তাৰ লগতে কোচবিহাৰ কলেজৰ বিভিন্ন খেল—যেনে ফুটবল, ক্ৰিকেটত নাম কৰি পেলালে। নৃত্য-গীত প্ৰদৰ্শনীতো ৰাভাই কোচবিহাৰ ৰাজ্যত জনপ্ৰিয় হৈ উঠিছিল।—

সেই সময়ত কোচবিহাৰ দেশীয় নৃপতিৰ দ্বাৰাই শাসিত আছিল। দেশীয় নৃপতিবিলাক ইংৰাজ ৰেচিডেণ্ট জেনেৰেলৰ নিয়ন্ত্ৰণত পৰিচালিত হৈছিল। এপিনে দেশী ৰজা মহাৰজাৰ দাম্ভিক জাকজমকতা পূৰ্ণ প্ৰাদুৰ্ভাব, আন পিনে ইংৰাজ শাসককুলৰ কঠিন শৃঙ্খলাৰ বান্ধোনৰ মাজত পৰি সাধাৰণ ৰাইজৰ ত্ৰিশঙ্কুৰ দৰে অৱস্থা হৈছিল। সদায় মানবিক সত্বাৰ অবমাননা আৰু তাচ্ছিল্য

কৰি থোৱাৰ ৰীতি নীতিৰ দ্বাৰাই অবদমিত হৈ থাকি ৰাইজে অভীষ্ট হৈ পৰিছিল। —তাৰেই এটি উদাহৰণ আগবঢ়ালোঁ :—

সেই যুগত ৰাজপুৰুষবিলাকে যেতিয়া ৰাজপথৰ মাজেদি আড়ম্বৰপূৰ্ণ জাকজমকেৰে পৰিভ্ৰমণ কৰিছিল তেতিয়া প্ৰচলিত নিয়ম অনুসাৰে পথচাৰীবিলাকে ৰাস্তাৰ দুয়োকাষত তলমূৰকৈ থিয় দি থাকিব লগীয়া হৈছিল। ৰাজপুৰুষবিলাকৰ দলটো বহুদূৰলৈ নোযোৱালৈকে মূৰ দাঙি চোৱা বা লৰচৰ কৰাটো দণ্ডনীয় অপৰাধ বুলি বিবেচিত হৈছিল। এনেকুৱা অপমানসূচক ৰাজন্য প্ৰথাৰ বিৰুদ্ধে ৰাইজৰ পৰা প্ৰতিবাদ কৰাৰ সাহস তেতিয়ালৈকে কাৰো হৈ উঠা নাছিল।

এদিন বিষ্ণু ৰাভাই তেওঁৰ সহপাঠী কেইজনমানৰ লগত এই বিষয়েই আলোচনা কৰি সিদ্ধান্ত ল'লে—"এই হীন প্ৰথাৰ বিৰুদ্ধে সক্ৰিয় প্ৰতিবাদ প্ৰকাশ কৰিব লাগিব।" ছাত্ৰ-যুৱকৰ যেনে কথা তেনেই কাম—পিছদিনাই ৰাভা কৰাইয়ে ছয়-সাতজন বন্ধু লগত লৈ ৰাম্পিপুৱাতেই ভ্ৰমণৰ উদ্দেশ্যে ওলাই পৰিল। আৰু প্ৰধান ৰাজপথৰ মাজেদি বীৰদৰ্পে ঘূৰি ফুৰিব ধৰিলে। তেওঁলোকে দূৰৰ পৰা দেখা পালে যে,—ৰঙা মুখৰ ইংৰাজ ৰেচিডেণ্ট জেনেৰেল "হকিঞ্চ" চাহাবে আৰু দেৱান নলিনাৰঞ্জন খাস্তগীৰ চাহাবেও প্ৰকাণ্ড ঘোঁড়াত উঠি চিপাহী চন্তৰী লৈ সেই পথেদি বীৰ বিক্ৰমে আহি আছে। ৰাস্তাৰ মাজৰ পৰা সমস্ত মানুহ লৰা লৰিকৈ আঁতৰি গৈ ৰাস্তাৰ কাষত মূৰতলকৈ থিয় হৈ ৰব ধৰিলে। —বিষ্ণু ৰাভাৰ নিৰ্দেশ অনুসৰি তেওঁৰ লগৰীয়া কেইজনে তলমূৰ নকৰি ৰাস্তাৰ কাষত থিয় হৈ নাথাকি দৃঢ়ভাবে খোজকাঢ়ি যাব ধৰিলে। অৰ্বাচীন ল'ৰাবিলাকৰ এই স্পৰ্দ্ধা ইংৰাজ তথা দেশী বিষয়াৰ বাবে বৰ অপমানজনক আৰু অসহনীয় হৈ উঠিল।—

ল'ৰাবিলাকৰ এনেধৰণৰ উদ্ধত আচৰণক শিক্ষা দিয়াৰ উদ্দেশ্যে এজন ঘোঁড়াত উঠা চিপাহীয়ে আগবাঢ়ি আহি ৰাভাইঁতক ধমকি

মাৰি গৰজি উঠিল,—"এই বেয়াদব ল'ৰাহঁত। তহঁত মৰিব খুজিছ নেকি ? মূৰ তলকৈ থিয় হৈ থাক, নহলে পিঠিৰ ছাল ছিঙি দিম।" এই কথা শুনি ৰাভা ককাইৰ লগৰীয়া দুজনে পলাই গ'ল, বাকী কেইজনে চিপাহীটোৰ এনেকুৱা উদ্ধত ব্যৱহাৰৰ জবাবত ওলোটাকৈ ধমকি মাৰি চিপাহীটোক ক'লে "এই চাহাবৰ ভৰিত তেল লগোৱা গোলাম ! তই মূৰ তলকৈ আমাক চেলাম জনাই যা। আমি মূৰ তল নকৰোঁ।" চিপাহীটোৱে হাতত থকা বেতডাল লৈ ৰাভাহঁতক খেদি আহিল। ৰাভা ককাই আৰু লগৰীয়া কেইজনে হাতত ডাঙৰ ডাঙৰ শিলগুটি উঠাই লৈ ক'লে, "এই তই আৰু এক খোজ আগুৱাই আহিলেই আমি তোৰ মাথা ভাঙি দিম।" চিপাহীটো এনেকুৱা পৰিস্থিতিৰ কাৰণে প্ৰস্তুত নাছিল। সি মুখ ঘূৰাই চাই দেখিলে চাহাবহঁতৰ দলটো অনেক দূৰলৈ আগুৱাই গৈছে। গতিকে ল'ৰাকেইজনৰ লগত সি অকলে যুঁজ দিয়াৰ সাহস নকৰি ঘোঁড়াটো ঘূৰাই লৈ ৰাভাহঁতক সাৱধান কৰি গুচি গ'ল— "এতিয়াই থানাৰ পৰা চিপাহী পঠাই তহঁতক বান্ধি নি পিঠিৰ ছাল তুলি দিম, বাচাহঁত চাবি।"

ছাত্ৰবিলাকৰ এনেকুৱা দুঃসাহসিক ঘটনা কোচবিহাৰ ৰাজ্যত অভূতপূৰ্ব। কোচবিহাৰ নগৰত কথাটো বতাহৰ বেগে প্ৰচাৰিত হৈ গ'ল। প্ৰত্যেক ল'ৰাৰ অভিভাবকে ভয়ত কঁপিব ধৰিলে। কাৰ ল'ৰা জগৰীয়া তেতিয়ালৈকে কোনেও ক'ব নোৱাৰে। ৰাভাহঁতৰ পৰা প্ৰথমে পলাই যোৱা দুজনে ঘৰত আহি ৰাভাহঁতৰ নাম কৈ দিলে। ৰাভাহঁতৰ বিপক্ষে আত্মসমৰ্পণৰ হুলিয়া জাৰি কৰা হ'ল। ঘোষণা কৰা হ'ল "এনেকুৱা কাৰ্য্য ৰাজদ্ৰোহিতাৰ সমতুল্য"।

ইয়াৰ ফল বিপৰীত হ'ল। বিষ্ণু ৰাভাৰ লগতে আৰু আঠ দহজনে মিলি "প্ৰাচীৰ চিত্ৰ" অভিযান চলোৱাৰ সিদ্ধান্ত ল'লে। গোটেই ৰাতি জাগি "প্ৰাচীৰ চিত্ৰ" আঁকা হ'ল। বিষ্ণু ৰাভাই

প্ৰাচীৰ চিত্ৰত এটা "বগা ৰঙৰ পঠা" আৰু এটা "ক'লা ৰঙৰ পঠা" আঁকি, লেখিলে—

ৰাজ্যে আছে দুটি পাঁঠা একটি কালো একটি সাদা।
ৰাজ্যেৰ যদি মঙ্গল চাও দুটি পাঁঠাকেই বলি দাও।"

ভাল কেইখনমান এনেকুৱা প্ৰাচীৰ চিত্ৰ আঁকি ৰাতিৰ আন্ধাৰত ৰাজ কাৰেঙৰ পকা দেৱালত আঠা লগাই আহিল। আৰু নগৰৰ ডাঙৰ ঘাই ঠাইবিলাকৰ পকা ঘৰৰ দেৱালত লগাই থৈ আহিল। ৰাতিপুৱাই নগৰৰ ৰাইজে এনেকুৱা অভূতপূৰ্ব "প্ৰাচীৰ চিত্ৰ" দেখা পাই কিছুমানে বৰ ৰং পালে। কিছুমানে ভয় খালে। নানাধৰণৰ আলোচনা চলিব ধৰিলে। "ৰাভাইতক কলেজৰ পৰা বাহিৰ কৰি দিয়া হ'ল। আৰু কোচবিহাৰ ৰাজ্যৰ পৰাও চবিবশ ঘণ্টাৰ ভিতৰত বহিষ্কাৰৰ আদেশ জাৰি কৰা হ'ল। ইয়াৰ অন্যথায় জেইল নহলে বেত্ৰাঘাত কৰা হ'ব।"

ইয়াৰ পিছতে বিষ্ণু ৰাভা আৰু লগৰীয়া কেইজনে ৰংপুৰৰ কাৰমাইকেল কলেজত নাম লগালে। ৰাভাই বি, এ, চতুৰ্থ শ্ৰেণীত ভৰ্তি হ'ল। এই কলেজত পঢ়ি থকাৰ সময়ত ৰাভা ককাইয়ে "বাঁহী" আলোচনীখনৰ "চিত্ৰলেখা" শিতানৰ পৰিচালনা কৰিছিল। আৰু "আৱাহন" মাহেকীয়া আলোচনীখনত "সঙ্গীত" আৰু "শঙ্কৰদেৱ বৰ গায়ন" প্ৰবন্ধ লেখি প্ৰকাশ কৰিছিল।

ৰংপুৰ কলেজ তেতিয়া পূৰ্বাঞ্চলত এটি বিখ্যাত কলেজ বুলি জনাজাত আছিল। এই কলেজৰ বিশাল অট্টালিকাৰ দৰে প্ৰাসাদ চূড়াত বৃটিছ সাম্ৰাজ্যৰ ৰাষ্ট্ৰীয় পতাকা সদম্ভে উৰি থকা দেখা যায় বহুদূৰৰ পৰাই। ৰাভাককাইৰ পক্ষে ইংৰাজৰ এই দম্ভৰ প্ৰতীক তেওঁলোকৰ ৰাষ্ট্ৰীয় পতাকা "ইউনিয়ন জেকৰ" অস্তিত্ব অসহ্য লাগিল। আমাৰ দেশৰ জাতীয় মৰ্য্যাদাৰ প্ৰতি সচেতন ৰাভাককাই আৰু তেওঁৰ কেইজনমান লগৰীয়াই সিদ্ধান্ত ললে, আমাৰ দেশৰ বিদ্যালয়ৰ শিখৰত বিদেশী ৰাষ্ট্ৰীয় পতাকা উৰি থাকিব দিয়া নহয়।

"বৃটিছ ৰাজশক্তিৰ এই দম্ভ চূর্ণ কৰি "ইউনিয়ন জেক" টানি নমাই আনি আমাৰ দেশৰ ত্রিবর্ণ পতাকা উৰাই দিব লাগিব। কিছুমান ছাত্রই বিৰোধিতা কৰিলে। সৰহভাগেই ৰাভাৰ প্রস্তাবক সমর্থন জনাই ততালিকে এখন ত্রিবর্ণ পতাকা সংগ্রহ কৰা হ'ল। দেৰি কৰিলে কথাটো জনাজনি হ'ব পাৰে ভাবি সেইদিনাই এই দুঃসাহসী কামখিনি সমাধা কৰাটো ঠিক হ'ল। কলেজৰ তিনিমহল প্রাসাদ শিখৰত উঠি গৈ বিষ্ণু প্ৰসাদ ৰাভাই ইংৰাজ সাম্রাজ্যৰ ৰাষ্ট্ৰীয় পতাকাক নমাই থৈ আমাৰ ত্রিবর্ণ ৰঞ্জিত জাতীয় পতাকা সেই ঠাইত উৰুৱাই ৰাভা বকাইয়ে নামি আহিল। বৃটিছৰ ৰাষ্ট্ৰীয় পতাকা "ইউনিয়ন জেক" জ্বলাই দিয়া হ'ল। "বন্দে মাতৰম" ধ্বনিৰে চৌদিশ ঝংকৃত হ'ব ধৰিলে।

কলেজৰ অধ্যক্ষ অধ্যাপকসকলে প্ৰমাদ গণিব ধৰিলে। চাকৰি যোৱাৰ ভয়তে সকলোৱেই কম্পমান। "সূর্য্য অস্ত নোযোৱা ইংৰাজ সাম্রাজ্যৰ পতাকাক দলিয়াই দি জ্বলাই দিয়া হৈছে। ত্রিবর্ণ পতাকা সেই ঠাইত উৰুৱাই থোৱা হৈছে,—ৰক্ষা নাই। এনেকুৱা কার্য্য কলেজৰ অপমান।"

ল'ৰা কেইজনক শাস্তি দিব নোৱাৰিলে বিদ্রোহৰ অগ্নি জ্বলি যাব। —বিষ্ণু ৰাভা আৰু তিনিজনৰ ওপৰত গ্রেপ্তাৰি পৰোৱানা জাৰি কৰা হ'ল। বিষ্ণু ৰাভাইঁতে ৰংপুৰ এৰি পলায়ন কৰিলে। ৰাভাৰ কলেজীয়া শিক্ষাৰো অন্ত পৰিল।

## "বিষ্ণু ৰাভাৰ কলেজীয়া শিক্ষা ত্যাগ"
## চাৰু-কলা সাধনাত মনোনিবেশ

বিষ্ণু ৰাভাই ১৯৩১ চনত বৃটিছ শাসকৰ দ্বাৰা পৰিচালিত কলেজীয়া শিক্ষা বি, এ, পৰীক্ষা দিয়াৰ পাছত কলেজীয়া শিক্ষা ত্যাগ কৰি চাৰু কলা সাধনাত মনোনিবেশ কৰিলে। সেই সময়তে তেখেতে কলিকতা নিবাসী শ্ৰীযুত মনি ৰায়ৰ লগত লগ লাগি "আৰ্গো পিকচাৰ্চ কৰ্পোৰেচন" নামৰ এটি ফিল্ম কোম্পানী খুলিছিল। কিন্তু ব্যৱসায়ীক অভিজ্ঞতাৰ অভাৱত কৃতকাৰ্য্য হ'ব নোৱাৰিলে। ইমান সৰল আপোনভোলা মানুহৰ বাবে ব্যৱসায়ীক প্ৰতিষ্ঠান গঢ়ি তোলা সম্ভব নহয়। তেতিয়া ৰাভা ককাইৰ সুৰাপানৰ প্ৰতি আসক্তি কমেই আছিল। সেই কাৰণেই দেখা যায় ১৯৩২ চনৰ পৰা ১৯৩৬ চনলৈকে কলা বিদ্যাত তেখেতৰ সাধনাত ছেদ পৰা নাছিল। ৰাভা ককাইৰ শিল্পীমন—নৃত্য, গীত, সাহিত্য, কবিতা, চিত্ৰাঙ্কন, নৃত্য নাটিকা ৰচনাৰ যাৱতীয় কামত অনুশীলন কৰাৰ একাগ্ৰতাৰ অভাব হোৱা নাছিল। তেখেতে অসমৰ "সত্ৰীয়া নৃত্য-কলাক" অধিক মনোৰঞ্জন কৰি তাৰ সূক্ষ্ম সূত্ৰ আবিষ্কাৰৰ প্ৰচেষ্টাত মনোনিবেশ কৰিছিল। নৃত্যৰ বিষয়বস্তুৰ নবীন ধাৰা আৰু "নটৰাজৰ তাণ্ডব উন্মাদনা"ৰ মাজত নৃত্যৰ ছন্দৰ অন্বেষণ কৰি স্বকীয়া বৈশিষ্ট্যক ৰূপ দিয়াৰ বাবে অনুশীলন কৰিব ধৰিলে। চাহ বাগিচাৰ চাওতালি, ওৰাঁও, মুণ্ডা, শ্ৰমিকবিলাকৰ মাজত থাকি তেওঁলোকৰ দুখ কষ্টেৰে ভৰা জীৱনৰ মাজত সুখৰ পোহৰ বিচৰাৰ আকুল আগ্ৰহ, মাদলৰ তালে তালে মুখৰিত মানব মনৰ বিশ্ববাসনাৰ চিৰন্তন আবেদনক আয়ত্ত কৰাত ব্ৰতী হৈছিল বিষ্ণু ৰাভা। অসমৰ বিভিন্ন জনজাতিৰ

মাজত প্ৰচলিত বিচিত্ৰ নৃত্য-গীতৰ ছন্দৰ সমীক্ষা চলাই তাৰ কমনীয়া চেনেহীয়া দেহবল্লৰীৰ ৰসাল লাবণ্যৰ আবেদনৰ কাৰুকাৰ্য্য-বিলাক মৰমৰ আল্‌পনাৰে ৰূপায়িত কৰাৰ চেষ্টা কৰিব ধৰিলে। বড়োসকলৰ ৰণচণ্ডী নৃত্য, কছাৰীসকলৰ দেওধনী নৃত্য, উত্তৰ লক্ষীমপুৰৰ জনজাতীয় ৰাইজৰ "চিফুং বাঁহা," উজনি অসমৰ গগণা, ম'হৰ শিঙৰ পেঁপা, আইনাম, বিয়ানাম, আদি বিভিন্ন বিষয় অনুসন্ধান কৰি অসমীয়া জাতীয় জীৱনৰ সামগ্ৰিক ৰূপ ৰস-ছন্দৰ পৰিবেশনৰ কাৰণে ৰাভাককাই সাজু হ'ব ধৰিলে। বহু ধৰণৰ বাদ্য যন্ত্ৰ যেনে, —চেতাৰ. বেহালা, বাঁহী হাৰমোনিয়ম, তবলা, এচ্‌ৰাজ, ক্লেৰিওনেট আদিৰ ওপৰত কমৰেড্‌ ৰাভাই দক্ষতা অৰ্জন কৰিলে। তেখেতে ঢোলক, মৃদঙ্গ, খোল, পাখোৱাজও ভালদৰে বজাব পাৰিছিল। উল্লিখিত সকলো ধৰণৰ শিল্প বিদ্যা আয়ত্ত কৰি লৈ কমৰেড্‌ ৰাভাই নৃত্য গীতৰ বিচিত্ৰ প্ৰদৰ্শনী পাতি শ্ৰোতাবৰ্গৰ মাজত ব্যাপক জনপ্ৰিয়তা অৰ্জন কৰিব ধৰিলে।

১৯৩৪ চনৰ পিছৰ পৰাই বিষ্ণু ৰাভাই কলিকতাৰ কেইটামান গ্ৰামোফোন ৰেকৰ্ড কোম্পানীৰ সংস্পৰ্শত থকাৰ সুযোগ লৈ সংস্কৃতিমূলক পৰিসৰ বঢ়াই তুলিব পাৰিছিল। তেখেতে ৺জ্যোতি-প্ৰসাদৰ "জয়মতী" আৰু "শোণিত কুঁৱৰী" দুখনি নাটিকা দুয়োজনৰ সহযোগত ৰেকৰ্ড কৰাব পাৰিছিল। তাৰ পিছতেই ৰাভাই নিজে লিখা আৰু নিৰ্দেশনাত "বেউলা" নাটক, "ৰতনী," "বিহুৱতী," "জন্মাষ্টমী,," "বৰদৈচিলা," "শঙ্কৰদেৱ" আৰু "মাধৱদেৱ," নাটকৰ গ্ৰামোফোনৰ ৰেকৰ্ড কৰাইছিল। সেই যুগত গ্ৰামোফোন ৰেকৰ্ডেই আছিল জনমানস গঠন কৰাৰ ব্যাপক গণমাধ্যম, যাৰফলতে অসমৰ ৰাইজৰ মাজত ৰাভাৰ জনপ্ৰিয়তা আৰু যোগাযোগ দহকৈ বিস্তাৰ লাভ কৰিছিল।

ইয়াৰ কিছুদিন আগতে বিষ্ণু ৰাভাই "বৃহত্তৰ অসমৰ পৰি-কল্পনাৰ" নাম দি এটি প্ৰবন্ধও প্ৰকাশ কৰিছিল। তাত ৰাভাৰ

অসমীয়া জাতীয়তাবাদৰ প্ৰতি প্ৰীতি প্ৰকাশ পোৱাটো অস্বাভাৱিক হোৱা নাছিল। এই চিন্তাধাৰাৰ পৰিপুষ্টিৰ বাবে সেই সময়ত ৰাভাৰ ৰচিত গীত—

অ' অসমীয়া ডেকা দল।

... . ......  ............

আজি তোৰ তেজাল বদন মলিন কিয় হ'ল ?

... ...........  ...............

সুন্দৰ শঙ্কৰে লৰি কৰিছিল তল
দেখুৱাইছিল জগৎ জুৰি অসীম বাহুৰ বল।

............ ..... .. ...........

অসমীয়া সমনীয়া আগবাঢ়ি যাওঁ ব'ল।

এনেকুৱা ৰচনাৰ দ্বাৰাই ৰাভাই অসমীয়া সংস্কৃতিৰ ধাৰক বাহক "মহাপুৰুষ শঙ্কৰদেৱৰ" ভাবধাৰা, আদৰ্শৰ মাধ্যমে অসমীয়া জাতিৰ সমাজ সংস্কাৰ আৰু উন্নতিৰ বাবে নৈতিক জাগৰণৰ উদ্দেশ্যেই অসমীয়া ডেকাদলক সঞ্জীবিত কৰাৰ কাৰণেই এনেকুৱা গীত ৰচনাৰ প্ৰেৰণা পাইছিল। নিজৰ ভাষাকৃষ্টিৰ বিষয়ে সচেতন কৰি জাতীয় জাগৰণৰ প্ৰয়াস কৰাটো প্ৰত্যেক জাতি উপজাতিৰ স্বাভাৱিক প্ৰবৃত্তি। অসমত বিষ্ণু ৰাভাই ত্ৰিছ-পয়ত্ৰিছ চনত সাংস্কৃতিক ভিত্তিত জাতীয় জাগৰণৰ যি প্ৰয়াস কৰিছিল, বঙ্গদেশত তদনুৰূপ জাতীয় জাগৰণৰ গীত, নাট, কবিতা, প্ৰবন্ধ কুৰি শতিকাৰ আৰম্ভণীতেই "বঙ্গ ভঙ্গ'ৰ" বিৰুদ্ধে আন্দোলনৰ কালত প্ৰচলিত হৈছিল,—তাৰেই এটা উদাহৰণ দিলে অপ্ৰাসঙ্গিক নহ'ব বুলি ভাবোঁ। বঙ্গদেশৰ বিখ্যাত কবি, গীতিকাৰ, নাট্যকাৰ দ্বিজেন্দ্ৰলাল ৰায়ৰ বঙ্গদেশৰ ৰাইজক জাগৰিত কৰাৰ উদ্দেশ্যে লিখা এটি গীত যিটো ১৯৪০ চনলৈকে চুকে কোণে প্ৰবল আলোড়নৰ সৃষ্টি কৰিছিল—সেই গীতৰ কেই শাৰীমান লিখাৰ প্ৰয়োজন বোধ কৰিলোঁ :—

"বঙ্গ আমাৰ, জননী আমাৰ, ধাত্ৰী আমাৰ, আমাৰ দেশ,
কেন গো মা' তোৰ শুষ্ক নয়ন কেন গো মা' তোৰ ৰুক্ষ বেশ ?
কেন গো মা' তোৰ ধূলায় আসন, কেন গো মা' তোৰ মলিন বেশ
কিসেৰ দুঃখ কিসেৰ দৈন্য কিসেৰ লজ্জা কিসেৰ ক্লেশ
সপ্ত কোটি মিলিত কণ্ঠে ডাকে উচ্চে আমাৰ দেশ"

কবিগুৰু ৰবীন্দ্ৰ নাথৰ এটি গীত :—

"বাংলাৰ মাটি, বাংলাৰ জল
বাংলাৰ বায়ু বাংলাৰ বল
ধন্য হউক, ধন্য হউক, ধন্য হউক হে ভগবান।"

বিষ্ণু ৰাভাৰ নবীন বয়সত সেই ধৰণৰ গীত কবিতাই সঙ্কীৰ্ণতাৰ আবৰণ সৃষ্টি কৰা নাই। ই সৰ্বভাৰতীয় বা বিশ্ব মানবিক ভাবধাৰাৰ পৰিপন্থীও হোৱা নাই, খণ্ডিতও নকৰে। বিষ্ণুৰাভাৰ পৈণত বয়সত লিখিত গীতবোৰে সমগ্ৰ বিশ্বমানবৰ শোষিত, বঞ্চিত অত্যাচাৰিত দুখীয়া শ্ৰেণীৰ মুক্তিৰ বাবে সংগ্ৰামৰ আহ্বান জনোৱাৰ স্বাক্ষৰ বহন কৰে। ৰাভাৰ জীৱনৰ এক তৃতীয়াংশৰ পৈণত অঙ্কত তেখেতৰ জীৱন দৰ্শন ভিত্তিক কাৰ্য্যাবলী সাহিত্য কবিতাৰ বিষয়বস্তুৰ দ্বাৰাই প্ৰমাণ কৰে যে তেওঁ অসমীয়া জাতীয় সীমা ৰেখাত আন্তৰিকভাৱে অৱস্থান কৰিও উগ্ৰ জাতীয়তাবাদৰ সঙ্কীৰ্ণতাৰ বন্দী হোৱা নাছিল। বিশ্ব-মানবৰ লগত একাত্মভূত হৈ গৈছিল বিষ্ণু ৰাভা। এইখিনিতে জানিব লগীয়া কথা,--বিষ্ণু ৰাভাই যেতিয়া মহাপুৰুষ শঙ্কৰদেৱৰ ভাবাদৰ্শত অনুপ্ৰাণিত হৈ—"অ' অসমীয়া ডেকা দল। আজি তোৰ তেজাল বদন মলিন কিয় হ'ল ?" বা "সুন্দৰ শঙ্কৰে লৰি কৰিছিল তল। দেখুৱাইছিল জগৎ জুৰি অসীম বাহুৰ বল," গীত গাই অসমীয়া তৰুণ শক্তিক উজ্জীবিত কৰাৰ বাবে পৰম উৎসাহেৰে ঘূৰি ফুৰিছিল,—তেতিয়া এই আবেদন জনজাতীয় বাইজক আকৰ্ষণ কৰাত বিশেষ সফল হোৱা নাছিল।

জনজাতীয় ৰাইজে ৰাভাক তেওঁৰ নিজৰ সম্প্ৰদায় এৰি "শঙ্কৰী" হোৱাৰ বাবে ধিক্কাৰ দি আছুতীয়াকৈ থব ধৰিছিল। জনজাতীয় সম্প্ৰদায়ৰ মাজত ৰাভাই অপ্ৰিয় হৈ যাব ধৰিছিল। সেই বাবেই ৰাভাই শঙ্কৰী ভাবাদৰ্শৰ প্ৰচাৰ কাৰ্য্যৰ পৰা আঁতৰি আহিছিল। তাৰ বহুদিন পিছলৈকেও ৰাভাই জনজাতীয় সমাজত সন্দেহভাজন হৈ আছিল। তাৰ অনেকদিন পিছত সাম্যবাদী আদৰ্শৰ প্ৰতিশ্ৰুতি লৈ যেতিয়া জনজাতীয় সম্প্ৰদায়ৰ মাজত উপস্থিত হৈছিল তেতিয়া তেখেতক আকৌ আদৰি বৰি লৈছিল। অৱশ্যে ৰাভাই যোৱাৰ আগৰ পৰাই আমাৰ সংগঠন জনজাতীয় ৰাইজৰ মাজত বহুখিনিয়েই বিস্তৃত হৈ আছিল। সেই সুসংগঠিত অঞ্চলবোৰতেই ৰাভাই প্ৰতিষ্ঠিত হৈছিল প্ৰথমছোৱাত।

আমি যেতিয়া বিষ্ণু ৰাভাক প্ৰথম আমাৰ দলীয় সম্পৰ্কত লৈ আহিছিলোঁ,—তেতিয়া তেওঁৰ অঘৰী জীৱনৰ বাবে নগৰৰ বন্ধু-বান্ধব পৃষ্ঠপোষক সমাজৰ পৰা সম্পৰ্ক ছিন্নহৈ আছুতীয়া জীৱন যাপন কৰি আছিল। মাথোন সেইখিনিয়েই নহয়, তেখেতে নিজৰ জন-জাতীয় সমাজৰ পৰাও বেশ কিছু পৰিমাণে বিচ্ছিন্ন হৈ পৰাৰ বাবে প্ৰয়াত কমৰেড্ অনিৰাম বসুমাতাৰীয়ে "মদ-গাহৰী বৰ্জনৰ" কামত ৰাভাক টানি লৈ নমালেও। সুশৃঙ্খল নিয়ন্ত্ৰণৰ বাহিৰত থাকি অভ্যাস পৰিত্যাগ কৰিব নোৱাৰাৰ কাৰণে নিজৰ সমাজতও বেছি দিন সেই কাম চলাই নিব পৰা নাছিল। আকৌ আঁতৰি আহি অকলশৰীয়া হৈ পৰিছিল। শেষ পৰ্য্যন্ত অতীতৰ বান্ধবী নিৰুপমা দেৱীৰ আশ্ৰয় লাভ কৰি জীৱন নিয়াই আছিল। —আমি ৰাভাক তুলি আনি প্ৰথমে দুই বছৰমান আমাৰ অজনজাতীয় কৃষক সংগঠনৰ মাজত ঘূৰাই কমৰেড্ গোবিন্দ কলিতা, তৰুণসেন ডেকা, কামিনী শৰ্মাৰ ৰাজনৈতিক নিয়ন্ত্ৰণত ৰাখি জনজাতীয় ৰাইজৰ মাজত আমাৰ আগৰ পৰা সংগঠিত অঞ্চলবিলাকত লৈ যোৱা হৈছিল—কৃষ্ণাই, দুধনৈ অঞ্চলৰ আমাৰ বিয়াল্লীশ চনৰ বিপ্লৱী কমৰেড্ শৰৎ চন্দ্ৰ

ৰাভাৰ ( পিছত, এম, এল, এ, হৈছিল ) দায়িত্বত দক্ষিণ পাৰত ৰাভাক জনজাতীয় কৃষক সংগঠনৰ মাজত চিনাকি কৰাই দলৰ উদ্দেশ্য আদৰ্শৰ কথা প্ৰচাৰৰ কাৰ্য্যত ৰাভাক নিযুক্ত কৰা হৈছিল। তাৰ পিছতে উত্তৰ পাৰত জনজাতীয় কৃষকৰ মাজত আমাৰ আগৰ সংগঠিত অঞ্চলবোৰতকৈ কমৰেড্ ৰাভাই প্ৰচাৰ আৰু সংগঠনৰ কাৰ্য্যত আগভাগ লৈছিল। দক্ষিণ কামৰূপৰ জনজাতীয় আৰু অজনজাতীয় মাটিহীন কৃষকৰ তুমুল আৰু ব্যাপক "আধিয়াৰ আন্দোলন"ৰ চৰ্ত গুৱাহাটীৰ ভাটিকাষৰীয়া অঞ্চলতেও কছাৰী, লালুং, মিকিৰ মাটিহীন খেতিয়কৰ মাজতেও বিয়পি পৰিছিল। ১৯৪৭ চনৰ শেষৰ পৰাই কমৰেড্ গোবিন্দ কলিতাৰ পৰিচালনাত কামিনী শৰ্মা, হৰেণ কলিতা, হৰিদাস ডেকা, উপেন দাস আদিৰ প্ৰত্যক্ষ সহযোগিতাত। বেলতলা, দক্ষিণ-গাওঁৰ কমৰেড্ ডম্বৰু ইঙ্গাল, কমৰেড্ বলৰাম বসুমাতাৰী জনজাতীয় কমৰেড্ সকলে এই অঞ্চলৰ ঘাই খেতিয়ক কমৰেড্ আছিল। এই গোটেই অঞ্চলত কমৰেড্ ৰাভাৰ পৰিচয় হোৱাৰ পিছতে কমৰেড্ ৰাভাই বিপ্লৱৰ আগজাননীৰ প্ৰচাৰ কৰি সংগঠনৰ দৃঢ়তা বৃদ্ধিত বৰগুণি যোগাইছিল।

সেই ফালৰ পৰা ভাবিলে বাস্তৱক্ষেত্ৰত জনজাতীয় সম্প্ৰদায়ৰ মাজত ৰাভাৰ ভাবমূৰ্তিক জনপ্ৰিয় কৰি তুলিছিল বিপ্লৱী সাম্যবাদী দলৰ সহৃদয় কমৰেড্ সকলেই, কমৰেড্ ৰাভাইও তেওঁৰ দায়িত্বখিনি মৰ্য্যাদা সহকাৰে পালন কৰিছিল এজন মহান সাম্যবাদী ৰূপেই।

## প্ৰিয়বালাৰ লগত বিষ্ণু ৰাভাৰ বিবাহ
## ৰাভা চৰিত্ৰৰ কেইটামান দিশ

কমৰেড্ বিষ্ণু ৰাভাই ১৯৩৬ চনত সুগায়িকা শ্ৰীমতী প্ৰিয়বালাৰ লগত বিবাহ বন্ধনত আবদ্ধ হয়। এই মহীলা গৰাকীয়ে বিষ্ণু ৰাভাৰ জীৱনক ছন্দে গন্ধে সঙ্গীতে প্ৰেমৰ যৌৱনোচ্ছল মদিৰাত ভৰপূৰ কৰি ৰাখিছিল। প্ৰাণী যুগলে যেন অনাদি কালৰ পৰা ভাহি অহা দুটি ফুল বিকশিত কামনা বাসনাৰ আকুণ্ঠ তৃপ্তিৰ পথত যাত্ৰা কৰিছিল প্ৰণয় দিগন্তলৈ।

কিন্তু দুৰ্ভাগ্যবশতঃ ৰাভাককাইৰ বিয়াৰ ছ' মাহৰ পিছতেই তেখেতৰ সুযোগ্যা সুকল্যাণী পত্নীৰ অকাল মৃত্যুত ৰাভাই মৰ্মান্তিক আঘাত সহ্য কৰিব নোৱাৰি এখন বঠা ভগা, পাল চিঙা নাওৰ দৰেই বানপানীত উটি গৈ নিৰুদ্দেশ দিগন্তলৈ ভাঁহি গৈছিল। তেখেতৰ থকাৰ স্থান নাছিল, কেতিয়াবা ষ্টেচনৰ প্লেটফৰমত, কেতিয়াবা পি, ডাব্লিউ, ডি, ৰাস্তা বনোৱা বিহাৰী শ্ৰমিক-ভাইহঁতৰ অস্থায়ী তম্বুত থাকি ৰাতি কটাইছিল।

আকৌ অস্থিৰ যাযাবৰৰ দৰে ধূলিত ধূসৰিত এটি চঞ্চল বাটকৰা হৈ অনিৰ্দিষ্ট পথে খোজ মেলিছিল। সেই সময়ত তেওঁৰ নাছিল কোনো বন্ধু-বান্ধৱ। টকা-পইচাৰ বিচাৰত তেওঁ এজন সত্যধৰ্মী প্ৰোলেটাৰিয়েট। সেই সময়ত ৰাভা ককাইৰ অন্তৰৰ পৰা ওপজা এটি মাত্ৰ গীতেই আছিল তেখেতৰ হৃদয়গ্ৰাহী প্ৰেৰণাৰ উৎসস্থলী, —ৰাভাই গাই ফুৰিছিল বাট বুলি বুলি—

"পৰজনমৰ শুভলগণত যদিহে আমাৰ হয় দেখা
পুৰাবানে প্ৰিয়ে সেই জীৱনত মোৰ এই জীৱনৰ অপূৰ্ণ আশা।"

ৰাভা ককাইৰ মনত এটি মাত্ৰ অভিযোগ গুমৰি আছিল দূৰ দিগন্তৰ পৰা এটি মাত্ৰ ধ্বনি প্ৰতিধ্বনিত হৈছিল—

"প্ৰিয়বালা! তুমিয়েই মোৰ অসীম কালৰ অনিৰ্বচনীয়া—মোৰ প্ৰাণত গুনাইছিলা তুমিয়েই মোৰ প্ৰিয়া! আকৌ অভিমানত ছিয়াভৰা অভিযোগ বাহিৰ হৈ আহিব ধৰিলে, প্ৰিয়বালা:—এই জীৱন কৰিলা নিষ্ফল, ব্যৰ্থ কৰিলা মোৰ সকলো সাধনা। তাৰ পিছত আকৌ "পৰজনমৰ শুভ লগ্নত যদিহে আমাৰ হয় দেখা" এই গীতটি সহধৰ্মী অসমীয়া ৰাইজৰ মাজত চিৰ জাগৰুক হৈ আছে, থাকিবও।

ৰাভাই ভাবিছিল,—অনাহাৰ, অনিদ্ৰা, অনিয়ম, উচ্ছৃঙ্খলতাৰ মাজেৰে জীৱনটো ধ্বংস কৰি পেলাব। কিন্তু প্ৰকৃতি দেৱীয়ে ৰাভাক তেখেতৰ চেনেহৰ আশিষ উজাৰ কৰি দি এটি অজৰ অমৰ স্বাস্থ্য প্ৰাচুৰ্য্যৰ সম্পদৰে ভৰাই দিছিল। গতিকে অনিয়ম উচ্ছৃঙ্খলতাৰ আশ্ৰয় লৈ ৰাভাই নিজক ধ্বংস কৰিব নোৱাৰিলে।

এই সময়ছোৱাত বিষ্ণু ৰাভাৰ মনৰ অৱস্থা সম্পৰ্কে কাজী নজৰুল ইছলামৰ "বিদ্ৰোহী" নামৰ এটি কবিতাৰ আলম লৈ মই এটি উপমা দিব খুজিছো।

মই নামানো কোনো আইন, চিঙি যাওঁ যত বন্ধন
যত নিয়ম কানুন শৃঙ্খল, মই অঘৰী উচ্ছৃঙ্খল,
মই পাগলী বৰদৈচিলা, ধুমুহাৰ মহা কল্লোল
মই বিজুলীৰ হাঁহি হিল্‌দোল
মই নিজৰ তালতে নাচি যাওঁ, জাপ মাৰি দিওঁ তিন দোল
মই নট নাচনীৰ মৃদঙ্গ বোল।"

এই সময়ছোৱাত তেওঁ সুৰাপানৰ আসক্তিৰ গৰ্ভত আত্মবিসৰ্জন দিছিল। মনৰ অস্থিৰতাৰ পৰা অব্যাহতি পোৱাৰ আশাত সুৰা-পানেই আছিল তেখেতৰ শান্তি লাভৰ আশ্ৰয়। তেওঁৰ অৰ্থনৈতিক অৱস্থাও বৰ শোচনীয় হৈ পৰিছিল। তেখেতৰ খ্যাতিমান বন্ধু-

বান্ধৱৰ পৰাও বিচ্ছিন্ন হৈ পৰিছিল। অকলশৰীয়া জীৱন যাপন কৰিবলগীয়া হৈছিল বিষ্ণু ৰাভাই।

বিষ্ণু ৰাভাৰ স্ত্ৰীবিয়োগৰ প্ৰথম উত্তেজনা কিছু পৰিমাণে শাম কাটিল। জীৱন ধ্বংস কৰাৰ ব্ৰত অপূৰ্ণ হৈ ৰ'ল। তেওঁ তেতিয়া এজন পৰাজিত সুৰহাৰা সৈনিক। অৱসাদত ভাৰাক্ৰান্ত হৃদয়ৰ এটি যেন আশ্ৰয় বিচাৰি ভাগৰি পৰা পথিক মাথোন।

## নিৰুপমা দেৱীৰ সঙ্গলাভ

জীৱনৰ এই চৰম সন্ধিক্ষণত বিষ্ণু ৰাভাই নিৰুদ্দেশ পৰিক্ৰমাৰ অন্ত পেলাই পাহৰি ভাগৰি গুৱাহাটীলৈ উভতি আহি তেওঁৰ অতীতৰ ফিল্ম যুগৰ পৰা পৰিচিতা বান্ধৱী এগৰাকী সঙ্গীহীনা মহিলাৰ আশ্ৰয় লাভৰ সুযোগ পালে। কামাখ্যা পাহাৰৰ নামনিত এটি জুপুৰী পঁজা ঘৰত বাস কৰা এই মহিলা গৰাকীৰ নাম—নিৰুপমা দেৱী, (শৰ্মা) প্ৰথম যুগত অসমীয়া বোলছবিৰ অভিনয়ত অংশ গ্ৰহণ কৰাৰ বাবে এই ব্ৰাহ্মণ কন্যা গৰাকীয়ে অকলশৰীয়া হৈ নিঃসঙ্গ জীৱন যাপন কৰি আছিল।

এই মহিলা গৰাকীয়ে ৰাভাৰ অকলশৰীয়া নিঃসঙ্গ জীৱনৰ মৰ্মব্যথাৰ লগত একেডাল সূতাৰে নিজৰ জীৱনৰ অকলশৰীয়া অৱস্থাক গাঁঠি লৈ ইজনে আনজনৰ অবলম্বনৰ মাজেদি উভয়ে উভয়ৰ বেদনাৰ সমভাগী হৈ দিন নিয়াব ধৰিলে। ৰাভাৰ অৱসাদগ্ৰস্ত জীৱনৰ ক্ষীণ আশাৰ বন্তি নুমাই নগৈ আকৌ তেল সিক্ত হৈ ধীৰে ধীৰে প্ৰজ্বলিত হৈ উঠিব ধৰিলে। "মাথো এটি সৰু পঁজা আৰু মৰম সনা এখনি হিয়া," এই প্ৰাপ্তিৰ মাজেদি।

এই মহিলা গৰাকীয়ে প্ৰীতি বন্ধুত্বৰ বান্ধোনেৰে অৰুণ আভাৰ

তৰুণ বাভাৰ জীৱনলৈ আনি দিলে যেন মৰুভূমিৰ ধূসৰ প্ৰান্তৰত এজোপা খেজুৰি গছৰ ছাঁ।

এই মহিলা গৰাকীয়ে নিজৰ সামান্য খেতিৰ মাটিৰ পৰা যি শস্যৰ অংশ পাইছিল তাকেই দুয়ো মিলি ভাগ কৰি খাই হলেও নিৰ্বিকাৰ চিত্তে ভৱিষ্যতৰ চিন্তাক নিৰ্বাসন দি অকল বৰ্ত্তমানক লৈয়েই মছগুল হৈ আছিল। বিষ্ণু বাভাৰ কিবা অসুখ হলে প্ৰকাণ্ড মানুহজনে অস্থিৰ হৈ পৰিছিল। তেনে অৱস্থাতে এই মহিলা গৰাকীয়ে যথেষ্ট কষ্ট আৰু ধৈৰ্য্যেৰে শুশ্ৰূষা কৰি বাভাক আৰোগ্য কৰি তুলিছিল। নিৰুপমাৰ পুৰণি পঁজা ঘৰটিৰ খেৰৰ ছালৰ ফুটাৰে বৰষুণৰ পানী সৰকে, তেতিয়া বাভা ককায়ে তেখেতৰ পুৰণি জীৰ্ণ হাৰমোনিয়ামটো বজাই গীত গাবলৈ ধৰে,—

"শাওণৰ ধাৰাৰ দৰে নামি আহক মোৰ বুকুৰ পৰে
তোমাৰ সেই সুৰটি মোৰ দুখৰ সুখৰ পৰে
যি শাখাত ফল নধৰে ফুল নুফুটে একেবাৰে
তাকে তুমি জগাই দিয়া জগাই দিয়া বাদল বতাহে
যি কিছু জীৰ্ন আমাৰ শীৰ্ণ আমাৰ আপোন হাৰা
তাৰ স্তৰে স্তৰে ঢালি দিয়া তব কৰুণাৰ ধাৰা"

"ৰবীন্দ্ৰনাথ"

এনেকুৱা ৰোমান্টিক পৰিবেশত নিৰুপমা দেৱীয়ে পৰম নিশ্চিন্তে তেখেতৰ শাৰীৰ এটুকুৰা ফালি লৈ পৰম যত্নেৰে বাভাৰ কাৰণে এখন লুঙি চিলাই কৰি থাকে। বৰষুণৰ নেপুৰ নিক্কনৰ ঝৰ ঝৰ শব্দ যিমানেই উচ্চ মাৰ্গত উঠি থাকে, বাভা ককাইৰ উদাত্ত কণ্ঠস্বৰ সিমানেই ওপৰত উঠি থাকে। এনেকুৱা প্ৰীতিৰ প্ৰতিশ্ৰুতিৰ পৰিবেশত বন্তি জ্বলাই মহিলা গৰাকীয়ে সেই পঁজা ঘৰটিক তীৰ্থভূমিত পৰিণত কৰিছিল—আমাৰ বাবেও।

বাভাৰ দৰে এটি মুক্ত বিহঙ্গৰ দুৰন্ত তাৰুণ্যক নিৰুপমা দেৱীয়ে মাতৃৰ শাসন আনপিনে প্ৰিয়তমাৰ মৰম প্ৰীতিৰ চেকনিৰে সংযত

কৰাৰ দুঃসাধ্য প্ৰচেষ্টা কৰিছিল। কিছু পৰিমাণে কৃতকাৰ্য্যও হৈছিল।

সেই সময়তেই আমাৰ এজন জ্যেষ্ঠ কমৰেড্ শ্ৰীযুক্ত উপেন্দ্ৰনাথ শৰ্মা এড্ভোকেট ডাঙৰীয়াই বিষ্ণু ৰাভাক লগ পালে নিৰুপমা দেৱীৰ সেই জুপুৰী পঁজা ঘৰখনৰ পদুলি মুখতে। গুৱাহাটীৰ শান্তিপুৰৰ প্ৰাচীন নিবাসী শ্ৰীযুত উপেন শৰ্মা আমাৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ এজন অন্যতম প্ৰতিষ্ঠাতা। এখেতেই পোন প্ৰথমে বিষ্ণু ৰাভাক আমাৰ দলৰ সংস্পৰ্শত টানি আনে। তাৰ পিছত প্ৰয়াত কমৰেড্ হৰেন কলিতা আৰু শ্ৰীহৰিদাস ডেকাই ৰাভাক সাম্যবাদী জীৱন দৰ্শনত অনুপ্ৰাণিত কৰাৰ প্ৰশংসা পোৱাৰ যোগ্য। ইয়াৰ কেইদিনমান পিছতেই আমি বিষ্ণু ৰাভাৰ সংস্পৰ্শত আহোঁ।

মোৰ দাদাৰ লগত ৰহি ইমান কথা হোৱাৰ পিছত কমৰেড্ ৰাভাই ক'ব ধৰিলে—"মই মোহনলালহঁতৰ লগত আহি সাম্যবাদী আদৰ্শ গ্ৰহণ কৰিছোঁ। কিন্তু সৰু কালৰ পৰাই বঙ্গদেশৰ উত্তপ্ত ৰাজনৈতিক পৰিবেশত পঢ়া শুনা কৰি ডাঙৰ হোৱাৰ বাবে তেতিয়া বৃটিছ বিৰোধী প্ৰগতিশীল ৰাজনীতিৰ অনুগামী কিছুমান সঙ্গীৰ লগত মিলা-মিচা কৰিছিলোঁ—যাৰ ফলত সাম্যবাদী আদৰ্শৰ বিষয়েও গোপন কুঠৰীত বহি বহুকিছু শুনাৰ সুযোগ লাভ কৰিছিলোঁ। বৃটিছ বিৰোধী চিন্তাধাৰাৰ মানসিকতা মোৰ জাগি উঠিছিল সেই যুগত, বঙ্কিম চন্দ্ৰ চেটাৰ্জীৰ "আনন্দমঠ," শৰৎ চন্দ্ৰ চেটাৰ্জীৰ "পথেৰ দাবী," বিদ্ৰোহী কবি "নজৰুল ইছলামৰ" বিদ্ৰোহী গীত কবিতা, দ্বিজেন্দ্ৰলাল ৰায়ৰ নাটকে মোক আৰু সেই যুগৰ যুৱকবৃন্দক প্ৰবল ভাবেই প্ৰভাবিত কৰিছিল। ৰাভাই এটা হুমুনিয়াহ কাঢ়ি ক'লে,—"যদি মোৰ পত্নী বিয়োগ নহ'লহেঁতেন, তেনেহলে হয়তো জীৱনৰ এই কালছোৱাত উদ্‌ভ্ৰান্ত অৱস্থাৰ মাজত পৰি 'মানসিক ভেকুৱামৰ' চিকাৰ নহলোহেঁতেন। মোৰ পত্নী বিয়োগৰ পিছৰ মুহূৰ্তত আজিৰ দৰে সহৃদয় বন্ধুৰো অভাব আছিল। এতিয়া মোৰ কমিউনিষ্ট বন্ধুবিলাকে মৰমৰ ছেকনিৰে নিয়ন্ত্ৰণ কৰি

পৰামৰ্শ দিছে, সহায় কৰিছে, যদিও এওঁলোকতকৈ মই বয়সত ডাঙৰ।"

মোৰ দাদাই সুধিলে, "শ্ৰীযুত বাভা ডাঙৰীয়া, আপুনি গীতৰ ৰেকৰ্ড কৰিছে যদি আমি দুই এখন ফিল্ম বজাম"। বাভাকৰাই জনালে—তেওঁৰ নিজৰ কণ্ঠৰ কোনো গীত তেওঁ ৰেকৰ্ড কৰিব পৰা নাই। কাৰণ কলিকতাত গ্ৰামোফোন কোম্পানীত আৰু ৰেডিঅ'ত তেওঁৰ কণ্ঠ পৰীক্ষা কৰাইছিল,—কিন্তু দুৰ্ভাগ্যবশতঃ তেখেতৰ কণ্ঠ সেই যান্ত্ৰিক মাধ্যমত খাপ খোৱা নাছিল। এনেকুৱা অপ্ৰত্যাশিত বিপৰ্য্যয় নহলে আজি আমি কমকেও বাভাৰ কেইবাটাও গীত ৰেকৰ্ডত শুনাৰ সৌভাগ্য লাভ কৰিলোহেঁতেন।

ইয়াৰ পিছত দাদাই বাভাৰ ওচৰত ক্ষমা খুজিলৈ সুধিলে "বাভা ডাঙৰীয়া! মোৰ এটা কথা আপোনাক সুধিবলৈ ইচ্ছা হৈছে যদিও, কিন্তু সঙ্কোচ হৈছে। আপুনি যদি বেয়া নাপায় কওঁকচোন আপুনি উত্তৰাধিকাৰ সূত্ৰে সম্পত্তিশালী হোৱাটো স্বাভাৱিক, কিন্তু আপোনাৰ এনেকুৱা মলিন বেশ কিয় জানিব পাৰোনে?" মোৰ দাদাৰ এই প্ৰশ্নত বাভাই নিজৰ সম্পত্তিৰ বিষয়ে নিজে ক'বলৈ অলপ দ্বিধাগ্ৰস্ত বোধকৰা দেখি, মই দাদাক কলোঁ—"দাদা! এখেতে পিতৃৰ উত্তৰাধিকাৰ সূত্ৰে প্ৰায় দুই হাজাৰ বিঘা মাটিৰ মালিক, কিন্তু তেওঁৰ মাটিত বসতি কৰা খেতিয়কৰ পৰা নিজে একো খাজনা বা ধন ল'ব নোখোজে।" মোৰ কথাৰ আঁত টানিলৈ বাভাই ক'লে,—"আগতে দৰকাৰ পৰিলে মাজে মধ্যে কিছু কিছু লৈছিলো, পিছত আজি কেইবছৰ ধৰি একো আনিবলৈ নোযোৱা হৈছো। আৰু এতিয়াতো সাম্যবাদী পাৰ্টিৰ সদস্য হৈছো, 'নাঙল যাৰ মাটি তাৰ' শ্লোগান গাই ফুৰিছোঁ, কেনেকৈ খেতিয়কৰ পৰা মোৰ ধান আনিবলৈ যাওঁ" বুলি বাভাই হাঁহিব ধৰিলে, বাভাই ক'লে, "যাৰ ইচ্ছা মন গ'লে নিজেই দিব, নহ'লে খাই থাকক, মইতো হাল বাই খেতি নকৰোঁ।"

দাদাই ক'লে, "আপুনি আচৰিত মানুহ, প্ৰকৃতভেই এজন শিল্পী। সাহিত্যিক শৰৎ চন্দ্ৰ চেটাৰ্জীয়ে আপোনাৰ সাক্ষাৎ পালে, তেখেতে আৰু আন নতুন উপন্যাসৰ নায়কৰূপে আপোনাক ললেহেঁতেন। ৰাভা ককাইয়ে হাঃ হাঃ কৈ হাঁহিব ধৰিলে,— "আপুনি ঠিকেই কৈছে,—মই শৰৎ চেটাৰ্জীৰ লিখনিৰ ভক্ত। বিশেষকৈ তেখেতৰ 'দেবদাস' আৰু 'পথেৰ দাবী' উপন্যাস দুখনিয়ে মোৰ চৰিত্ৰৰ ওপৰত খুবেই প্ৰভাব বিস্তাৰ কৰিছিল।" ৰাভাৰ কথা কাঢ়ি লৈ অলপ সংযোজনা কৰি মই কলো—"ৰাভা-ককাই শৰৎ চেটাৰ্জীৰ জীৱন্ত "দেবদাস,"—কিন্তু পাৰ্থক্য এইখিনি যে শৰৎ চন্দ্ৰৰ "দেবদাসে" প্ৰেমিকাক নাপাই "হতাশ প্ৰেমিক" হৈ জীৱনটো ধ্বংস কৰি পেলালে। কিন্তু ৰাভাই প্ৰেমিকাক লাভ কৰাৰ পিছত "চিৰ-বিয়োগ বেদনা" সহ্য কৰিব নোৱাৰি জীৱন ধ্বংস কৰাৰ ব্ৰত লৈছিল।" মোৰ কথাৰ জবাব দি ৰাভাই ক'লে "সঁচাকৈয়ে, মানুহৰ জীৱনত প্ৰেম আহিবই, কিন্তু তাৰ বাবে জীৱন ধ্বংস কৰি দিয়াটো কোনো শুভ সিদ্ধান্ত নহয়। মোৰ জীৱনৰ এই কেইবছৰ এই দৰে পাৰ কৰি দিলো। এতিয়া উপেন শৰ্মা, হৰিদাস ডেকা, হৰেণ কলিতা, মোহনলালহঁতৰ লগ লাগিছোঁ নতুন আদৰ্শৰ পথত কাম কৰি যাম বুলি।"

প্ৰায় তিনিঘণ্টামান এইদৰে কথোপকথনৰ পিছত কমৰেড্ ৰাভাই বিদায় ললে। ৰাভাৰ জীৰ্ণ মলিন সাজ সলাই এটি পাঞ্জাবী চোলা আৰু ধুতি পিন্ধিব দিলো। আৰু সেই জীৰ্ণ কাপোৰবিলাক এটা জোলোঙাত ভৰাই ৰাভাৰ কান্ধত ওলোমাই দিলোঁ। দাদাই ৰাভা ককাইক আকৌ অহাৰ বাবে নিমন্ত্ৰণ জনাই থলে। মইও তেওঁৰ পঁজা ঘৰত যোৱাৰ প্ৰতিশ্ৰুতি দি তেখেতক আগ বঢ়াই থলোঁ।

## বিষ্ণু ৰাভাৰ বিপ্লবী কমিউনিষ্ট পাৰ্টিৰ সদস্য পদ গ্ৰহণ

কেইদিনমান পিছতে কমৰেড্ উপেন শৰ্মা, হৰেণ কলিতা (আৰ, চি, পি, আইৰ ৰাজ্যিক সম্পাদক ) হৰিদাস ডেকা, উপেন দাস, মই, গোবিন্দ কলিতাই ৰাভা ককাইৰ পঁজা ঘৰত গৈ উপস্থিত হলো। ৰাভা আৰু তেখেতৰ গৃহিণীয়ে আমাক আদৰি বহুৱালে। কিন্তু আলহীক আপ্যায়নৰ ইচ্ছা থাকিলেও উপায় নাই। ৰাভাৰ ঘৰত আজিকালি আলহী আহি থাকে। কথাটো অনুভৱ কৰি ক'লে,— "আমি প্ৰণামি লৈয়ে আহিছোঁ ধৰক, সকলো কমৰেডৰ বৰঙণি নহলে এনেকুৱা এখন ৰাজহুৱা ঘৰ কেনেকৈ চলিব পাৰে।" নিৰুপমা দেৱীৰ অনিচ্ছা সত্বেও আমি জোৰকৈ আগ বঢ়াই দিলোঁ, আমি অনা বৰঙণিখিনি।

যোৱা এক মাহমানৰ মাজত ৰাভা ককাই আমাৰ ভালে কেইখনমান কিতাপ পঢ়ি লৈছে। তেখেতে পৰম আগ্ৰহেৰে ক'লে,—"এই আদৰ্শকে মোৰ জীৱনৰ আদৰ্শ বুলি গ্ৰহণ কৰিছোঁ। অকল মাথোন দুখীয়া শ্ৰেণীৰ মুক্তিৰ বাবেই নহয়, এই আদৰ্শই সমগ্ৰ মানব জাতিৰ মাজত শোষক শোষিতৰ সীমাৰেখা লোপ কৰাৰ একমাত্ৰ বাস্তৱ পথ।" ই এটা সামগ্ৰিক আৰু বৈজ্ঞানিক প্ৰক্ৰিয়া। মই আপোনালোকৰ পাৰ্টিৰ সদস্য পদ লবলৈ সাজু আছোঁ।" দুই দিন পিছতে আমিও বিষ্ণু প্ৰসাদ ৰাভাক বিপ্লবী কমিউনিষ্ট দলৰ সদস্যৰূপে গ্ৰহণ কৰিলো। ইয়াৰ কিছুদিন পিছতেই কমৰেড্ ৰাভাই আমাৰ কৃষক সংগঠনৰ মাজত ঘূৰি কৃষক শ্ৰেণীৰ বিন্যাস, জমিদাৰ মহাজনৰ বহুবিধ শোষণৰ কলা কৌশলৰ বিপক্ষে কৃষকৰ স্বাৰ্থ ৰক্ষাৰ বাবে বিভিন্ন পদ্ধতিৰে সংগ্ৰাম চলোৱা, চৰকাৰী কৰ্তৃপক্ষৰ বিৰুদ্ধেও নানা

ধৰণৰ গণতান্ত্ৰিক আৰু প্ৰত্যক্ষ সংগ্ৰামৰ কৌশলৰ বিষয়ে অভিজ্ঞতা অৰ্জন কৰিব ধৰিলে। এই কামত কমৰেড্ গোবিন্দ কলিতা, তৰুণসেন ডেকা, কামিনী শৰ্মা, নবীন মেধীৰ সহযোগিতাত কমৰেড্ ৰাভাই তেখেতৰ অমৰকী চৰিত্ৰক ভালেখিনি সংশোধিত কৰি নিব পাৰিছিল।

কমৰেড্ ৰাভাক দ্বিতীয় পত্নী শ্ৰীমতী নিৰুপমা দেৱীয়ে এই সময়ত উৎসাহ উদ্দগনি আগ বঢ়াইছিল। তাৰ কাৰণ আমাৰ সংস্পৰ্শত আহি ৰাভাৰ সৰ্বনাশী সুৰাপানৰ অভ্যাসক কিছু-পৰিমাণে অৱদমিত কৰি ৰখা গৈছিল। তেখেতে নিজেও এই বিষয়ে সচেতন থকা সত্বেও ইয়াৰ প্ৰভাবৰ পৰা নিজক সম্পূৰ্ণ মুক্ত কৰিব পৰা নাছিল। যাৰ কাৰণে তেখেতক লৈ আমাৰ ধাৰাবাহিক ক্ৰমগতিৰ পথত মাজে মাজে ছেদ পৰিছিল। তেওঁৰ লেখাৰ কাৰ্য্যতেও বিচ্ছিন্ন ধাৰাৰ ব্যতিক্ৰম হোৱা নাছিল। এই সম্পৰ্কে ৰাভাৰ সচেতকৰ কাম কৰিছিল কমৰেড্ হৰিদাস ডেকা কমৰেড্ হৰেণ কলিতাই স্বতন্ত্ৰ প্ৰহৰীৰ দৰেই ৰাভাৰ ঘৰত গৈ তেখেতৰ লিখিত সম্পদক সম্পূৰ্ণায়ত্ত কৰাৰ বাবে পৰিপূৰকৰ কৰ্তব্য বাস্তৱ ক্ষেত্ৰত সম্পাদন কৰিছিল। ইয়াৰ বাবে সহমৰ্মী পৰিবেশ গঢ়ি তুলিছিল কমৰেড্ চিন্তাহৰণ কলিতা, নীৰেন্দ্ৰমোহন লাহিড়ী, উপেন দাস, নীহাৰ মুখাৰ্জী, উমা শৰ্মা আদিয়ে, বয়সত নাবালক হলেও শ্ৰীমান গোপাল দাস আৰু এই লেখকজনৰ আন্তৰিক সখ্যতাৰ মাধ্যমে। এইখিনি নহলে ৰাভাৰ লিখিত সামগ্ৰী সূচনাতেই বাধাপ্ৰাপ্ত হৈ থাকিলহেঁতেন মদীৰাৰ তৰলিত আবেশৰ প্ৰভাৱত। এইখিনিতে মই উল্লেখ কৰিবলৈ বাধ্য হৈছোঁ, যে, প্ৰাচীন কালৰ পৰা অৰ্বাচীন কাললৈকে অনেক বিখ্যাত কবি, দাৰ্শনিক, সাহিত্যিক, শিল্পীৰ জীৱনত প্ৰাচ্য পাশ্চাত্যৰ উভয় ক্ষেত্ৰতেই বহুবিধ চাৰিত্ৰিক দুৰ্বলতাৰ কথা জনা যায়। মহাকবি কালিদাস, বৈষ্ণৱ কবি জয়দেৱ, বিদ্যাপতি, চণ্ডীদাস, ঋষি বিশ্বামিত্ৰ, পৰাশৰ মুনি, পশ্চিমীয়া সাহিত্যৰ

কবি ৰাজনীতিবিদ দাৰ্শনিক বহুতৰ চাৰিত্ৰিক দুৰ্বলতা, ত্ৰুটি, বিচ্যুতি পদস্খলনৰ বহু নিদৰ্শন উল্লেখ কৰা যায়। যদিও এই প্ৰতিভাশালী মনিষীসকলৰ সাহিত্য কাব্য শিল্প কলাৰ সৃষ্টি সম্ভাৰ ইমান বিস্তীৰ্ণ আৰু হৃদয়গ্ৰাহী আছিল যে, তেওঁলোকৰ দুৰ্বলতাখিনি প্ৰতিভা বিকাশৰ পথত অন্তৰায় হৈ উঠিব পৰা নাছিল। তেওঁলোকৰ সৃষ্টিৰ মনীষাতকৈ দুৰ্বলতাখিনিয়ে প্ৰাধান্য লাভ কৰিব পৰা নাছিল, খৰ্ব কৰিব পৰা নাছিল।

সেই তুলনাতে আধুনিক যুগত সাহিত্য কবিতা ছপাই প্ৰকাশৰ ইমান সুবিধা সত্বেও বিষ্ণু ৰাভাৰ যোগ্যতাৰ জোখত আশানুৰূপ বিকাশ লাভ কৰিব নোৱাৰিলে বুলি ক'লে ভুল নহব। তেওঁৰ জীৱন কালত মাত্ৰ পাঁচখন চুটি কিতাপ ছপা হোৱাৰ বাহিৰে আন বিষয়ৰ ওপৰত লেখা আৰম্ভ কৰিও পূৰ্ণাঙ্গ ৰূপে সমাপ্ত কৰিব পৰা নাছিল।

কলিকতাৰ আন্তৰ্জাতিক খ্যাতি সম্পন্ন ব্যক্তি সৌম্যেন্দ্ৰনাথ ঠাকুৰ, বিপ্লবী পান্নালাল দাসগুপ্তৰ উদ্গনি, আৰ্থিক সাহায্য আদি আগ নবঢ়োৱা হ'লে ৰাভা ককাইৰ দ্বাৰাই সেই কেইখন চুটি কিতাপও প্ৰকাশিত হোৱাৰ সম্ভাৱনা নহ'লহেঁতেন। সূচনাৰ পৰ্বতেই বৈ থাকিলহেঁতেন। ৰাভাৰ প্ৰথম তিনিখন চুটি কিতাপৰ সংশোধনী আৰু সম্পাদনা হৰিদাস ডেকা, হৰেণ কলিতাই কৰিছিল। এইখিনি প্ৰকাশ কৰাৰ প্ৰয়োজন হৈ পৰিছে এই কাৰণে যে, সেই সময়ত বিষ্ণু ৰাভাক ধৈৰ্য্যহীন মানসিক অৱস্থা আৰু আনুসাঙ্গিক দুৰ্বলতা, বিচ্যুতিৰ গ্ৰাসৰ পৰা তুলি আনি এটি জীৱন্ত গতিধৰ্মী প্ৰতিভাত ৰূপান্তৰিত কৰাৰ বাবে তেওঁৰ সুৰাপান-জনিত স্থবিৰতাক দূৰ কৰি অনুপ্ৰাণিত নকৰা হলে বিষ্ণু প্ৰসাদ ৰাভাৰ জীৱনত সেই সময়ত ভৱিষ্যতৰ প্ৰতিশ্ৰুতিখিনিও বিকাশ লাভ নকৰি মৰহি যোৱাৰ সম্ভাৱনাই অধিক আছিল। এই আশা কৰিয়েই বিষ্ণু ৰাভাক কলিকতালৈ লৈ গৈ সৌম্যেন্দ্ৰনাথ

ঠাকুৰৰ ( কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভ্ৰাতুষ্পুত্ৰ ) এলগিন ৰোডৰ বাসভৱনত নি ঠাকুৰ ডাঙৰীয়া আৰু তেখেতৰ সহধৰ্মিনী শ্ৰীমতী ঠাকুৰৰ ( বিখ্যাত নৃত্য শিল্পী ) লগত চিনাকি কৰাই তাতেই থাকি সাহিত্য সেৱাৰ সুযোগ কৰাই দিয়া হৈছিল।

সৌম্যেন্দ্ৰনাথ ঠাকুৰে ৰাভাক আদৰ অভ্যৰ্থনাৰে নিজৰ বাসভৱনত থকাৰ ব্যৱস্থা কৰি দি ৰাভাক এটি সোণৰ নিবৰ কলম উপহাৰ আগ বঢ়াই কৈছিল—"কমৰেড্ ৰাভা! আপুনি মোৰ ইয়াত থাকি নিশ্চিন্ত ভাবে সাহিত্য সেৱাত মনোনিবেশ কৰক। ইয়াত আপুনি সকলো ৰকমৰ সুবিধা পাই থাকিব। দৰকাৰ হ'লে ইয়াৰ 'নেচনেল লাইব্ৰেৰীৰ' পৰাও আপোনাক কিতাপ আনি দিয়া হব। অসম সম্পৰ্কেও আপুনি ইয়াৰ পৰাই বহুখিনি লিখিব পাৰিব।"

আপুনি অসমৰ কৃষ্টি, জনজাতীয়, উপজাতীয়, সম্প্ৰদায়তান্ত্ৰিক বিষয়ৰ ওপৰতে সমীক্ষামূলক গ্ৰন্থ, গল্প, কবিতা, নৃত্য নাটিকা, বুৰঞ্জীভিত্তিক গ্ৰন্থ নাটকো লিখিব পাৰিব। আমি "আপোনাৰ কিতাপ ছপোৱাৰ ব্যৱস্থা কৰি দিব পাৰিম। সৌম্যেন্দ্ৰনাথ ঠাকুৰৰ পত্নী শ্ৰীমতী ঠাকুৰ ভাৰতীয় আৰু পাশ্চাত্য নৃত্যকলাৰ বিশেষ পাৰদৰ্শিনী মহিলা আছিল। তেখেতে ৰাভাক কৈছিল আপোনাক এজন নৃত্য শিল্পী বুলি জানিয়েই মই কব খোজো আপুনি অসমৰ নৃত্যকলাৰ বৈশিষ্ট্যৰ বিষয়ে গবেষণা কৰি লিখাৰ চেষ্টা কৰক। মোৰ পৰা আৱশ্যকীয় সহায় পাব।" তাৰ পিছতে প্ৰখ্যাত বিপ্লবী নেতা শ্ৰীযুত পান্নালাল দাসগুপ্তই ৰাভাৰ লগত বহু কথা পাতি তেখেতক সকলো সহায় দিয়াৰ প্ৰতিশ্ৰুতি দিছিল।

কিন্তু বিষ্ণু ৰাভাই দুই চাৰিদিনৰ ভিতৰতেই ঠাকুৰ পৰিয়ালৰ আভিজাত্যপূৰ্ণ অতি পৰিমাৰ্জিত নিয়মানুৱৰ্তিতাৰ পৰিবেশত খাপ-খুৱাই থাকিবলৈ অস্বস্তি বোধ কৰিব ধৰিলে। পানীয় দ্ৰব্য পান কৰাৰ সুযোগৰ অভাৱ হোৱাত বৰ অসুবিধাত পৰিছিল। এদিন

কমৰেড্ ৰাভাই নিজেই ক'লে যে, যিখিনি বিষয়বস্তু তেওঁ ইয়াত থাকি লিখিব পাৰিছে, সেইখিনি লৈ অসমলৈ উভতি গৈ ভাল দৰে সমাপ্ত কৰিব পৰা হ'ব।"

সৌম্যেন্দ্ৰনাথ ঠাকুৰে প্ৰস্তাব কৰিলে, যে মণিপুৰী নৃত্যকলাৰ বিষয়ে তথ্য সংগ্ৰহৰ বাবে শ্ৰীমতী ঠাকুৰৰ লগত কমৰেড্ ৰাভা আৰু দুজন কমৰেড্ ইম্ফললৈ যাব লাগে। তেওঁলোকে গুৱাহাটীত এ, টি, ৰ'ডত থকা "জেনেৰেল মটৰ্চ" প্ৰতিষ্ঠানৰ মালিক শ্ৰীযুত প্ৰভাত কুমাৰ বেনাৰ্জীক লগতলৈ ইম্ফল লৈ ৰাওনা হৈছিল। এওঁলোকে তিনিদিন ইম্ফলত থাকি মণিপুৰী নৃত্যৰ বিষয়ে বহু তথ্যাদি সংগ্ৰহ কৰি আনিছিল। এই অভিযানৰ সকলো খৰচ শ্ৰীমতী ঠাকুৰেই বহন কৰিছিল। কিন্তু মণিপুৰী নৃত্যৰ বিষয়ে ৰাভা ককাইয়ে সংগৃহীত তথ্যাদিৰ পৰিণাম কি হ'ল ক'ব নোৱাৰো। ৰাভা ককাইৰ এইটো এটা চাৰিত্ৰিক লক্ষণ যে তেখেতে আৰম্ভণীৰ কামখিনি উৎসাহেৰে কৰিব পাৰিছিল। কিন্তু তাৰ পৰিসমাপ্তি কৰাৰ কামত ৰাভা ককায়ে যেন নিজেই হেৰাই গৈছিল।

ইয়াৰ পিছত গুৱাহাটীত আহি আমি বহু চেষ্টা কৰি ৰাভাৰ আৰম্ভ কৰা এখনি চুটি কিতাপ সম্পূৰ্ণ কৰাব পাৰিছিলোঁ। এই কিতাপখন আমাৰ এক ছাত্ৰ অধিবেশনত "কণিহাৰ বিহুতলীত" (ৰহা, নগাওঁ) সংস্কৃতি বিভাগৰ সভাপতি বিষ্ণু ৰাভাৰ ভাষণ ৰূপে পাঠ কৰা হৈছিল। তাৰ পিছত কিতাপখনি "অসমীয়া কৃষ্টিৰ চমু আভাষ" নাম দি "প্ৰগতি প্ৰকাশ ভৱনৰ" পৰা সঞ্চালক হৰিদাস ডেকাৰ দ্বাৰাই ছপোৱা হৈছিল। ১৯৪৫ চনত ইয়াৰ ছপোৱাৰ খৰচ তেতিয়াৰ কমৰেড্ নীৰেন্দ্ৰমোহন লাহিড়ীয়ে বহন কৰিছিল। তাৰ কিছুদিন পিছতে "মুক্তি দেউল" নামেৰে এখনি চুটি নৃত্য নাটিকা ছপোৱা হৈছিল। এই কিতাপখনিও "প্ৰগতি প্ৰকাশ ভৱনৰ" পৰাই ছপোৱা হৈছিল নীৰেন্দ্ৰমোহন লাহিড়ীৰ প্ৰচেষ্টাত। এই কবিতাৰ কিতাপত স্বনামধন্য ড° ভূপেন হাজৰীকাৰ এটি গীতও

প্ৰকাশ কৰা হৈছিল "অগ্নি যুগৰ ফিৰিঙতি মই নতুন অসম গঢ়িম।" এইখনো ১৯৪৬ চনতে ছপোৱা হৈছিল।

ইয়াৰ পিছতে ৰাভাই লিখা "অসমীয়া কৃষ্টি" নামৰ আৰু এখনি চুটি কিতাপ "প্ৰগতি প্ৰকাশ ভৱনৰ" পৰাই প্ৰকাশিত হৈছিল ১৯৪৬ চনতে। তাৰ পিছত আমাৰ বিপ্লবী গীত কবিতাবিলাকক ৰাভাই বড়ো ভাষাত অনুবাদ কৰা "ন পৃথিবীত নতুন যুগ" নাম দি এখনি চুটি নৃত্য নাটিকা আমাৰ কমৰেড্ ৰজনী হাজৰিকাই মৰাণৰ পৰা ১৯৪৮ চনত প্ৰকাশ কৰিছিল। কিন্তু দুখৰ বিষয় তেতিয়া অসমৰ কংগ্ৰেছ চৰকাৰে সেই কিতাপখন "বেআইনি" ঘোষণা কৰি সকলো সংখ্যা জব্দ কৰি থৈছিল। আমি বহুতেই সেই সময়ত নিৰাপত্তা বন্দী হৈ অসমৰ কাৰাগাৰত আবদ্ধ হৈ আছিলোঁ। তাৰ পিছত ১৯৪৯ চনৰ শেষত কাৰাগাৰৰ পৰা মুক্তি লাভ কৰি আমি অজ্ঞাতবাসৰ জীৱনলৈ অন্তৰ্ধান কৰিছিলোঁ।

গতিকে এই চুটি নৃত্য নাটিকাখনি "ন পৃথিবীৰ নতুন যুগ" আমাৰ দেখাৰ সুযোগ হোৱা নাই। পিছত কাৰাগাৰৰ পৰা মুক্তি লাভ কৰি কমৰেড্ ৰাভাই এই নৃত্য নাটিকাখনি তেজপুৰত প্ৰদৰ্শন কৰিছিল। আৰু ১৯৪৬ চনত কমৰেড্ ৰাভাৰ পৰিবেশনাত "মুক্তি দেউল" নৃত্য নাটিকাখনি গুৱাহাটীৰ "আৰ্য্যনাট্য প্ৰেক্ষাগৃহত" ৰাভাই নিজে ভাওৰীয়া হৈ পৰিবেশন কৰিছিল। তাৰ লগতে "নটৰাজৰ তাণ্ডব নৃত্য"ও গুৱাহাটীত আৰ্য্যনাট্য প্ৰেক্ষাগৃহত বিষ্ণু ৰাভাই ১৯৪৬ চনতেই নিজেই পৰিবেশন কৰিছিল।

তাৰ পিছতে "গোল্ডেন ফ্লাৱাৰ" নামৰ এটি চীন দেশৰ গল্পৰ ইংৰাজী অনুবাদৰ ভেটিত কমৰেড্ ৰাভাই "সোণপাহী" নাম দি অসমীয়াত অন্যান্য গল্পৰ লগত এটি সংকলন প্ৰকাশ কৰা হয়। উল্লিখিত কিতাপ কেইখন চুটি প্ৰবন্ধ নৃত্য নাটিকা, কবিতাৰ সংকলন আছিল।

## "কমৰেড্ ৰাভাৰ সঙ্গীতৰ বিষয়ে দুই এষাৰ"

কমৰেড্ ৰাভাৰ সঙ্গীতৰ বিষয়ে ধ্যান জ্ঞান আৰু ধাৰণাৰ তুলনাত মই নিজক অৰ্বাচীন বুলিয়েই ভাবোঁ। তথাপি এই বিষয়ে ক'ব খোজোঁ যে, কমৰেড্ ৰাভাৰ কণ্ঠত বিভিন্ন পৰিবেশত আমি মাৰ্গ সঙ্গীতৰ শ্ৰেণী ভুক্ত গীত শুনা নাছিলোঁ। তেখেতৰ নিজৰ ৰচিত, নিজৰ কণ্ঠত সাত আঠটা যি গীত শুনিছোঁ বা আজিকালি বিভিন্ন শিল্পীৰ কণ্ঠত ৰেকৰ্ডত শুনিবলৈ পাওঁ সেইবোৰ মিশ্ৰ সঙ্গীতৰ গীত। অৱশ্যে সঙ্গীতৰ সুৰ সম্বন্ধে বা ধ্ৰুপদী সঙ্গীতৰ বিষয়ে যে তেখেতৰ গভীৰ জ্ঞান আছিল সেইটো বুজিব পাৰিছিলো ; যি কোনো গীত ৰচনা কৰি দিলে তেখেতে গীতৰ শব্দৰ অৰ্থৰ লগত সামঞ্জস্য ৰাখি ভালদৰেই সুৰৰ সংযোজনা কৰি দিছিল। এই বিষয়ে কোনো বিতৰ্কৰ অৱতাৰণা নকৰি মোৰ কোৱাৰ যিটো উদ্দেশ্য সেই সম্পৰ্কে ব্যাখ্যা দাঙি ধৰিছো। কাৰা-গাৰত অনেকদিন একেলগে কটাইছোঁ, তেখেতক সুৰ বা গীতৰ ৰেৱাজ কৰা শুনা নাছিলোঁ। সঙ্গীত, গীত নাট্যৰ উৎপত্তিৰ বিষয়ে মানৱ ইতিহাসৰ বস্তুনিষ্ঠ বিশ্লেষণ বা সিদ্ধান্তত উপনীত হোৱাটোৱেই মোৰ লেখাৰ লক্ষ্য। ১৯৪৬ চনত আমাৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ মুখপত্ৰ সাতদিনীয়া "পঞ্চায়ত" নামৰ পত্ৰিকাত কমৰেড্ ৰাভাই "সঙ্গীত নাট নৃত্য কলাৰ" বিষয়ে এটি প্ৰবন্ধ লিখিছিল। এই প্ৰবন্ধটো মাত্ৰ এটা সংখ্যাত প্ৰকাশিত হোৱাৰ পিছত আমি এই প্ৰবন্ধৰ প্ৰকাশ বন্ধ কৰিবলৈ বাধ্য হৈছিলোঁ। তাৰ কাৰণ কমৰেড্ ৰাভাই আদি পুৰাণ পুথিত বৰ্ণিত দেৱ-দেৱীৰ কাল্পনিক মুখ নিসৃত যিটো গীতৰ ধাৰা প্ৰচলিত আছিল

সেই ধ্যান ধাৰণা বা জ্ঞানৰ সীমা অলৌকিকতাৰ গৰ্ভৰ মাজতেই সঙ্গীতৰ উৎপত্তিস্থলী বুলি কৈছিল। আমি কমৰেড্ ৰাভাৰ এনেকুৱা প্ৰতিপাদ্য বিষয় বুৰঞ্জীৰ বস্তুনিষ্ঠ যুক্তিত প্ৰতিষ্ঠিত নোহোৱা গতিকে পাৰ্টিৰ মুখপত্ৰত প্ৰকাশিত হোৱাটো বঞ্চিত হ'ব নোৱাৰে বুলি বন্ধ কৰিলোঁ।

কমৰেড্ ৰাভাই লিখিছিল—সঙ্গীতৰ উৎস সৃষ্টি হৈছিল পৰম ব্ৰহ্মৰ ওঁকাৰ ধ্বনিৰ পৰা, অৰ্থাৎ আদি স্ৰষ্টা ব্ৰহ্মাৰ নাভীৰ পৰা ধ্বনি উৎসাৰিত হৈ ব্ৰহ্মাণ্ডত সুৰৰ তৰঙ্গ সৃষ্টি কৰিছিল। পুৰাণত বৰ্ণিত সৃষ্টি স্থিতি ধ্বংসৰ নায়ক হৈছে তিনিজন পুৰুষ দেৱতা, "ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ"। এওঁলোক তিনিজনৰ ইচ্ছা অনিচ্ছাৰ ওপৰতেই নিৰ্ভৰ কৰিছে বিশ্ব চৰাচৰৰ প্ৰাণী জগতৰ উদ্ভিদ জগতৰ কীটপতঙ্গৰ, বতাহ পানীৰ, প্ৰবাহৰ, আনন্দৰ গীত কবিতা সুৰৰ উত্থান পতনৰ তৰঙ্গ। তেতিয়ালৈকে ৰাভাৰ জ্ঞান পৌৰাণিক যুগৰ অলৌকিকতাৰ সীমাতেই আবদ্ধ হৈ আছিল বুলি ভাবিব পৰা যায়। তাৰ পিছত মানৱ জাতিৰ জ্ঞানৰ সীমা যে সেইখিনিতেই আবদ্ধ হৈ থকা নাই, মানুহৰ ক্ৰমবিকাশৰ জয়যাত্ৰাৰ পথত মানুহে যে নিতৌ নব নব জ্ঞান সঞ্চয় কৰি আগৰ যুগৰ জ্ঞানৰ ভাণ্ডাৰৰ লগত তাৰ পিছৰ যুগৰ নতুন অভিজ্ঞতালব্ধ জ্ঞান, অধীত জ্ঞানৰ সংযোজন কৰি আছে সেইখিনি নুবুজি পুৰাকালৰ জ্ঞানৰ দ্বাৰাই সেই যুগত বহুতো সমস্যাৰ সমাধান উলিয়াব নোৱাৰি অলৌকিকতাৰ পতুলিত সমাধানৰ উৎস সন্ধানৰ প্ৰয়াস কৰাৰ যুক্তি মানি ললে অপ্ৰাজ্ঞৰ দৰেই সিদ্ধান্ত লোৱা হ'ব।

নৃত্যৰ উৎসৰ উৎপত্তি স্থলীৰ বিষয়ে বিষ্ণু ৰাভাই লেখিছিল। "মহাকাল মহেশ্বৰে, পত্নী বিয়োগৰ বিৰহত কাতৰ হৈ বাহ্যজ্ঞান লোপ পাই পত্নীৰ শবদেহ কান্ধত লৈ অস্থিৰ উন্মাদনাত দৌৰি ফুৰিছিল। তাৰ মাজেদিয়েই প্ৰথম নৃত্য ছন্দৰ উৎপত্তি হ'ল।" কাল্পনিক প্ৰলয় দেৱতা মহেশ্বৰৰ বলিয়ালি বিশ্ব ব্ৰহ্মাণ্ডক লণ্ড ভণ্ড

কৰি পেলোৱাৰ নিৰ্মম কাৰ্য্যখিনিৰ মাজত নৃত্য ছন্দৰ উৎস বুলি প্ৰমাণ কৰাৰ প্ৰাচীন যুগৰ ধ্যান ধাৰণাক আজিৰ যুগত মানি চলাৰ প্ৰয়াসটোৱেই অজ্ঞতাৰ গৰ্ভত জন্ম লোৱা অন্ধ সংস্কাৰৰ দৰেই প্ৰগতি বিৰুদ্ধ বুলি কবই লাগিব। কাল্পনিক দেৱ-দেৱীৰ ধ্বংসকাৰী প্ৰবৃত্তিৰ মাজত মহত্ব বিচাৰি নৃত্যৰ ছন্দ অন্বেষণ কৰিবলৈ যোৱাটোৱেই এটা বলিয়ালি। পুৰাকালৰ কাল্পনিক দেৱ-দেৱীৰ কাহিনীবিলাক সাধুকথাৰ সীমাৰ মাজতে নাৰাখি যদি মানুহৰ বহু-কালৰ সাধনালব্ধ কষ্টসাধ্য কৃষ্টি সংস্কৃতিৰ কৃতিত্বৰ বস্তুনিষ্ঠ বুৰঞ্জীৰ পাতত অজ্ঞতাৰ কলুষ লেপি দি মানব জাতিৰ মহান সুন্দৰ প্ৰয়াসৰ পথত হেঙাৰ সৃষ্টি কৰা হয়, তেন্তে সেই কথাখিনি মানি ল'ব নোৱাৰি।

নটৰাজৰ মূৰ্তি সাজি ভাস্কৰ্য্যৰ নিদৰ্শনৰ উৎকৰ্ষতা প্ৰকাশ কৰাটো এটা সুকীয়া চাৰুকলাৰ দৃষ্টিকোণ। সেইটো মানুহৰ নিজৰ সৃষ্টি, শিল্পীৰ কাৰুকাৰ্য্যেৰে নিষ্প্ৰাণ ধাতুৰ মূৰ্তিক ছন্দময় ৰূপ দিয়াৰ প্ৰয়াস, এই সৃষ্টিত অলৌকিকতা নাই। বিগ্ৰহটো অলৌকিক কল্পনা যদিও কিন্তু ভাস্কৰ্য্যটো অলৌকিক নহয়।

ইয়াৰ কাৰণ বিষ্ণু ৰাভাৰ নৃত্য গীতৰ আৰম্ভণী হৈছিল দেৱ দেৱীৰ বিষয়ে পুৰাণত বৰ্ণিত অলৌকিক কাল্পনিক সাধুকথাৰ পৰিবেশত। গতিকে সেই সময়ত ৰাভাৰ প্ৰথমা পত্নী প্ৰিয়লতাৰ বিয়োগৰ পিছতে ৰাভাৰ বিভ্ৰান্ত মানসিক অৱস্থাত নতুন জ্ঞানৰ চৰ্চা কৰাৰ পৰা ৰুদ্ধগতি হৈ আছিল। তেখেতে কেইবছৰমান গতিহীন মানসিক শূন্যতাত নিমজ্জিত হৈ পৰিছিল! বিপ্লবী কমিউনিষ্ট পাৰ্টিত যোগ দিয়াৰ এবছৰমানলৈকে ৰাভাই পুৰণি যুগৰ অলৌকিক প্ৰভাবৰ পৰা মুক্ত হ'ব পৰা নাছিল। কাৰণ নতুন কোনো গীত ৰচনা কৰা নাছিল। আমাৰ কৃষক সভা বা ছাত্ৰ সভাৰ গীত গাব ক'লেও ৰাভাই তেখেতৰ আগতে ৰচনা কৰা গীতবিলাকৰ বাহিৰে আন গীত গোৱা নাছিল।

যেনে :—(১) "মোৰ কবিতাৰ ছন্দ লাগি স্পন্দন তোৰ জাগেনে"

(২) "লগন উকলি গ'ল তেওঁযে নহ'ল কোৱা।"

(৩) "নাহৰ ফুলে সুগুৱায়, তগৰ ফুলে শুৱাব"

(৪) "পৰ জনমৰ শুভ লগনত যদিহে আমাৰ হয় দেখা"

কমৰেড্ ৰাভাৰ এই গীতবিলাক অতি সুন্দৰ সুললিত শব্দেৰে মালা গঁথা ব্যক্তিগত জীৱনৰ ভাবপ্ৰকাশৰ গীত, সাংস্কৃতিক, অনুষ্ঠানত গোৱাৰ যোগ্য আছিল। আমি ৰাভাক কৃষক বন্ধুৱাৰ প্ৰেৰণামূলক গীত ৰচনাৰ বাবে অনুৰোধ কৰিছিলোঁ। তাৰ পিছতেই তেওঁ আমাৰ এটি আন্তৰ্জাতিক বৈপ্লবিক গীতৰ পৰা অনুবাদ কৰি লিখিছিল—

"বল আগুৱাই ব'ল, কৃষক শক্তি দল

ও বন্ধুৱা সমনীয়া আগ বাঢ়ি যাওঁ ব'ল"

এই গীতটো শেষত গৈ আমাৰ কৃষক সকলোৰে ৰণ সঙ্গীতৰ দৰেই গোৱা হৈছিল। এই গীতটি লিখাৰ পৰাই বিষ্ণু ৰাভাই আমাৰ কৃষক ৰাইজৰ মাজত জনপ্ৰিয় হৈ উঠিছিল।

## সংস্কৃতিৰ ৰূপান্তৰৰ বিষয়ে ৰাভাৰ লগত আলোচনা

কমৰেড্ ৰাভাৰ সেই সময়ত সংস্কৃতিৰ ৰূপান্তৰৰ আধুনিক যুগৰ বিশ্লেষণৰ বিষয়ে অনুশীলনৰ অপূৰ্ণতাৰ বাবে নতুন যুগৰ ভাবধাৰাৰ লগত ৰাভাৰ চিন্তামানসত আমাৰ মতামতৰ পোহৰ পেলোৱাৰ উদ্দেশ্যে তেখেতৰ লগত আমি আলোচনাত বহাৰ কাৰণে অনুৰোধ কৰিলোঁ। ৰাভাই কোনো আপত্তি নকৰাকৈ আগ্ৰহেৰে আলোচনা কৰিবলৈ সন্মতি জনালে।—

আমি কলো :—কমৰেড্ ৰাভা! অকল মাথোন বিৱৰ্তনৰ ধাৰাৰ ওপৰত নির্ভৰ কৰিলে আমি প্রতিক্রিয়াশীল শক্তিৰ আক্রমণত তিষ্ঠিব নোৱাৰিম। প্রগতিৰ পথত হেঙাৰ সৃষ্টি কৰি গোটেই মানব সমাজৰ সভ্যতাক বিকাৰগ্রস্ত কৰি পেলোৱাৰ সম্ভাৱনাই দেখা দিব। গতিকে সুপৰিকল্পিত প্রণালীবদ্ধভাবে বৈপ্লবিক কর্ম ধাৰাই বা শোষকৰ বিৰুদ্ধে শোষিতৰ প্রত্যক্ষ সংগ্রামৰ আঁচনি মুক্তি সংগ্রামৰ কৃতকার্য্যতাৰ বাবে যথেষ্ট হৈ নুঠিব। তাৰ বাবে লাগিব সংস্কৃতিমূলক আঁচনি। সেই কাৰণেই আমি মানৱ সমাজৰ সংস্কৃতিৰ উৎস আৰু তাৰ ৰূপান্তৰৰ বিষয়ে আলোচনা কৰি গৈ আমাৰ নতুন কার্য্যপন্থা নির্দ্ধাৰণ কৰিব খুজিছো।

"প্রগতিশীল সাংস্কৃতিক পণ্ডিতসকলৰ মতে—"আদি যুগৰ পৰা প্রবাহিত হৈ অহা সর্বসাধাৰণ সাংস্কৃতিৰ উৎসই হ'ল লোকসংস্কৃতি। বিশ্বৰ কাব্য নাটৰ অদ্বিতীয বুলি স্বীকৃত "ৰামাযণ" "মহাভাৰত" আৰু "ইলিযাদ-ওদিচি" আদি কাব্য মহাকাব্য সমূহ ৰচিত হোৱাৰ বহু আগৰ লোকসংস্কৃতিৰ "বাহক গাযক" সকলে প্রচাৰ কৰা কার্য্য গীত শ্রেষ্ঠ ব্যক্তিসকলৰ হাতত পৰাত হে মহাকাব্যবিলাকৰ ৰচনা হ'ব পাৰিছে। কবিগুৰু ৰবীন্দ্রনাথ প্রমুখ্যে বৰেণ্য ব্যক্তিসকলে এই তথ্য প্রমাণ কৰি গৈছে। ৰবীন্দ্র নাথ ঠাকুৰৰ "সাহিত্য" নামৰ প্রবন্ধ সংকলনত—এই সম্পর্কে বিশদভাবেই ব্যাখ্যা দাঙি ধৰা হৈছে। ৰবীন্দ্র নাথ ঠাকুৰৰ মতে ধর্মৰ ক্ষেত্রত তথাকথিত উচ্চ স্তৰৰ ধ্যান ধাৰণাৰ বিৰুদ্ধে বিদ্রোহ ঘোষণাই হ'ল—লোক সংস্কৃতিৰ প্রথম প্রকাশ। মূল "ৰামায়ণৰ" লগত মিল নথকা বহু কাহিনীত বিভিন্ন ভাষাত, ৰূপত এই একে কথাকেই প্রকাশ পাইছে।

লোক সংস্কৃতিৰ এই ধাৰাটোৰ সম্পর্কে আন দেশৰ উদাহৰণ বাদ দিলেও আমাৰ দেশৰ মুকুন্দ দাসৰ পল্লী গীতি বা অসমৰ বৰফুকনৰ গীত, বিহু গীত, বিযানাম, ইত্যাদি লোক সংগীতে

সাম্ৰাজ্যবাদৰ বিৰুদ্ধে জনসাধাৰণক অনুপ্ৰাণিত কৰিছিল। লোক সংস্কৃতিৰ মাজত নিৰবিচ্ছিন্ন ভাবে বৈ থকা এই ধাৰাই হ'ল মানব সমাজ পৰিবৰ্তন সাধনৰ অন্যতম প্ৰধান সামগ্ৰী।

সমাজতান্ত্ৰিক বাস্তবতাৰ ঘাই ৰূপকাৰ নোবেল বঁটা বিজয়ী সাহিত্যিক "মেক্সিম গৰ্কীৰ" সাহিত্য সম্ভাৰতো ঠিক এনে কথাকেই কোৱা হৈছে। মেক্সিম গৰ্কী'য়ে বহু তথ্য সহকাৰে প্ৰমাণ কৰিছে যে মানব সংস্কৃতিৰ প্ৰথম বাস্তব স্ৰষ্টা হ'ল লোক সংস্কৃতিৰ ধাৰক আৰু বাহকসকলেই।

সংস্কৃতিৰ প্ৰধান বাহক হৈছে ভাষা। ভাষাৰ শ্ৰেণীভেদ নাছিল। কিন্তু ভাষাক কেন্দ্ৰ কৰি যি সংস্কৃতি সেইটো শ্ৰেণীগত-ভাবে বিভক্ত হৈ গ'ল। শোষক আৰু শাসকশ্ৰেণীৰ ধৰ্ম, আইন, নীতিবচন, সাহিত্য, কবিতা আদিৰ সমন্বয়ত সংস্কৃতিক বেলেগ পথত প্ৰবাহিত কৰি লোৱাৰ প্ৰচেষ্টা চলোৱা হ'ল, শোষিত শ্ৰেণীৰ মাজত আতঙ্ক, ভয়, বিহ্বলতা সৃষ্টি কৰি শোষক সমাজৰ নিজৰ শ্ৰেণী শোষণক অব্যাহত ৰখাৰ ব্যৱস্থা কৰা।

আন হাতে বঞ্চিত হৈ থকা শোষিত শ্ৰেণীয়ে শোষণৰ অত্যা-চাৰৰ পৰা মুক্তি পোৱা, নিজৰ শ্ৰেণীস্বাৰ্থ পূৰণৰ বাবে সংগ্ৰামক কেন্দ্ৰ কৰি বিপৰীত এক সংস্কৃতিৰ মঞ্চ গঢ়ি তুলিলে। শ্ৰেণী বিভক্ত সমাজৰ প্ৰত্যেক স্তৰতেই বঞ্চিতসকলৰ সংস্কৃতিৰ নিজস্ব চৰিত্ৰৰ নিদৰ্শন বিদ্যমান।

সমাজ বিবৰ্তনৰ বৰ্তমান অধ্যায়ত প্ৰত্যেক জাতীয় সত্বাই নিজস্ব স্বকীয়া বৈশিষ্ট্যৰে পৰিপূৰ্ণ আত্মবিকাশৰ পথ অনুসৰণ কৰিছে। নিজস্ব মাতৃভাষা আৰু সংস্কৃতিৰ প্ৰতি থকা গভীৰ অনুৰাগ, অকৃত্ৰিম দেশপ্ৰেম হৈছে সমাজতন্ত্ৰৰ অপৰিহাৰ্য্য ধাৰাৰ আন এটা দিশ, লোক সংস্কৃতিৰ অবিচ্ছেদ্য অঙ্গ। সেই বাবেই বিভিন্ন জাতিৰ সাংস্কৃতিক ভাব ধাৰাৰ লগত সহমৰ্মীতাৰ মনোভাব লৈ আৰু পৰম্পৰাৰ লগত ভাবাদৰ্শৰ বিষয়বস্তুৰ সমন্বয় ঘটোৱাটোৱেই বৰ্তমান

সাংস্কৃতিক আন্দোলনৰ মুখ্য দায়িত্ব বুলি ক'লেও অত্যুক্তি কৰা নহ'ব।

উল্লেখিত আলোচনাৰ ফলস্বৰূপে কমৰেড্ ৰাভাই অনুপ্ৰাণিত হৈছিল। আৰু তেওঁৰ মনৰ লগত খাপ খোৱা বিষয়বস্তুৰ লগত কোনো পাৰ্থক্য নাই বুলি মন্তব্য কৰিছে। কিন্তু ইয়াৰ পিছৰ পৰাই আমাৰ ৰাজনৈতিক জীৱনৰ সংগ্ৰামৰ গতি কৃষক আন্দোলনৰ মাজেদি তীব্ৰভাবেই বাঢ়ি যাব ধৰিলে। যাৰ বাবে অধ্যয়ন অনুশীলনতকৈ বাস্তৱ জীৱনৰ কৰ্মধাৰাই আমাক অধিক ব্যস্ত কৰি ৰাখিব ধৰিলে।

সংস্কৃতিৰ ৰূপান্তৰৰ বিষয়ে উল্লেখিত বিৱৰণখিনি মই আমাৰ প্ৰয়াত কমৰেড্ দধী মহন্ত ডাঙৰীয়াৰ লগত আলোচনাৰ মাধ্যমেই লেখাৰ প্ৰয়াস কৰিছোঁ।

## ১৯৪৫ চনৰ শেষ ভাগত কৃষক সভাৰ অধিবেশনত বিষ্ণু ৰাভাৰ অংশ গ্ৰহণ—"ভাঙুৰীপাৰা" (পলাশবাৰী)

দক্ষিণ কামৰূপৰ পলাশবাৰীৰ ওচৰত ভাঙুৰিপাৰা নামৰ এখন গাঁৱৰ পথাৰত ১৯৪৫ চনৰ শেষ ভাগত আমাৰ সদৌ অসম কৃষক সভাৰ অধিবেশন পতা হয়। কমৰেড্ বিষ্ণু ৰাভাই সেই অধিবেশনত নিৰ্দিষ্ট বক্তা ৰূপে ভাষণ দিছিল। এই অধিবেশনৰ মাজেদিয়েই কমৰেড্ ৰাভাৰ সাম্যবাদী আদৰ্শৰ শ্ৰেণীসংগ্ৰামৰ সাংগঠনিক কৰ্মধাৰাৰ লগত বাস্তৱ চিনাকি আৰম্ভ হয়। আমাৰ অবিসম্বাদী কৃষক নেতা কমৰেড্ গোবিন্দ কলিতাৰ ব্যৱস্থাপনাত

অধিবেশনৰ প্ৰস্তুতি হৈছিল। কমৰেড্ ৰাভাক কৃষক বন্ধুৱাৰ শ্ৰেণীৰ সম্পৰ্কে উদ্দীপনামূলক গীত কবিতা ৰচনাৰ বাবেও অনুৰোধ কৰা হ'ল। সৌকত ওচমানী নামৰ এজন মিচৰৰ পৰা শিক্ষিত আৰবীয় ভাষাৰ পণ্ডিত সাম্যবাদী আদৰ্শত আস্থাবান ব্যক্তিক প্ৰধান অতিথি ৰূপে নিমন্ত্ৰণ কৰি অনা হৈছিল।

ধ্বজা পতাকা শোভিত বিশাল বৰ্ণাঢ্য প্ৰাঙ্গণত হাজাৰ হাজাৰ কৃষকৰ সন্মিলন মহা সমাৰোহেৰে সম্পাদিত হৈছিল। এই অধিবেশনতেই বিষ্ণু ৰাভাক কৃষক ৰাইজৰ মাজত ব্যাপক চিনাকি কৰাই দিয়া হৈছিল। এই সভাতেই তেওঁ তেওঁৰ বিখ্যাত বিপ্লবী গীত (ইংৰাজী বিপ্লবী গীতৰ অসমীয়া অনুবাদ) উদাত্ত কণ্ঠত গাই শুনাইছিল। কৃষক সন্মেলনৰ সমূহ ৰাইজেই এই গীতটো বিষ্ণু ৰাভাৰ কণ্ঠৰ লগতে কণ্ঠ মিলাই গাইছিল। পিছত আমাৰ কৃষক সংগ্ৰামৰ গোটেই অধ্যায়ত ৰণ সঙ্গীতৰ দৰেই গোৱা হৈছিল। গীতটি :—

ব'ল আগুৱাই ব'ল কৃষক-শক্তি দল
ও বন্ধুৱা সমনীয়া আগ বাঢ়ি যাওঁ ব'ল"

এই গীতটি গাই একতাবদ্ধ হোৱাৰ শপথ লৈ সংগ্ৰামৰ বাবে সাজু হোৱাৰ আহ্বান জনাইছিল বিষ্ণু ৰাভাই। কমৰেড্ ৰাভাৰ দ্বিতীয়া পত্নী শ্ৰীমতী নিৰুপমা দেৱীয়েও মহিলাসকলৰ মাজত ঘূৰি ঘূৰি প্ৰেৰণা আগবঢ়াইছিল। কমৰেড্ ৰাভাৰ জীৱনত এই-খনেই প্ৰথম ডাঙৰ ৰাজনৈতিক সভা—য'ত ৰাভাই বহুদিন পিছত হতাশাৰ গৰ্ভৰ পৰা উঠি আহি আকৌ জীৱনৰ মৰ্য্যদাত ভূষিত হৈ বিমোহিত হৈ গৈছিল।

কমৰেড্ ৰাভাই সমবেত কৃষক ৰাইজৰ আগত শপথ লৈ ঘোষণা কৰিলে—"মই জীৱনৰ ইমান দিন পাৰ হৈ আহি নতুন দৃষ্টি ভঙ্গীৰে জীৱনৰ সঠিক পথৰ সন্ধান পাই কৃষক বন্ধুৱাৰ ৰাইজৰ মুক্তিৰ বাবে সংগ্ৰাম কৰি যোৱাৰ প্ৰতিজ্ঞা কৰিলোঁ।" সমবেত ৰাইজে বিষ্ণু

ৰাভাৰ শপথ বাক্যৰ ঘোষণাক সমৰ্থন জনাই, "বিষ্ণু ৰাভা জিন্দাবাদ, জিন্দাবাদ" ধ্বনিৰে অভিনন্দন জনালে। প্ৰধান অতিথি 'সৌকত ওছমানী' চাহাবৰ লগত ৰাভাৰ হিন্দি-উৰ্দু-মিশ্ৰিত ভাষাত বহু আলোচনা কৰা হ'ল। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ চৰিত্ৰৰ বিষয়েও ৰাভাই বহু কথা জনাব পাৰিলে। এই অধিবেশনতেই ৰাভাৰ শ্ৰেণী সংগ্ৰাম বিষয়ে নতুন দিক্‌দৰ্শন হৈছিল বুলি ক'ব পৰা যায়।

## উজনি অসমত কয়লাখনি, তেল পুং, চাহ বাগিচাৰ শ্ৰমিকৰ মাজত বিষ্ণু ৰাভা

১৯৪৬ চনৰ মাজভাগত কমৰেড্ বিষ্ণুৰাভাক আমাৰ ট্ৰেড্ ইউনিয়ন সংগঠনৰ কোলিয়ৰী, চাহ বাগিচা, তেল পুঙৰ নিযুক্ত শ্ৰমিক, ছোটোনাগপুৰী, বিহাৰী, বঙালী, নেপালী, পাঠান, মাদ্ৰাজী, কাশ্মিৰী, উড়িয়া, চাওতালী, অসমীয়া শ্ৰমিক কেৰাণী সকলৰ মাজত থাকি অভিজ্ঞতা অৰ্জন কৰি তেওঁলোকৰ জীৱনৰ বিষয়ে গীত, কবিতা, প্ৰবন্ধাদি লিখাৰ কাৰণে উজনি অসমলৈ লৈ যাওঁ।

সেই সময়ত কয়লা খাদৰ. চাহ বাগিচাৰ শ্ৰমিকৰ জীৱন অমানুষিক পৰিবেশত নিষ্পেষিত হৈ আছিল। প্ৰচলিত গল্প-উপন্যাসত সেই যুগৰ কয়লা খাদৰ চাহ শ্ৰমিকৰ জীৱনৰ বিষয়ে প্ৰকাশিত চিত্ৰৰ লগত সেই যুগৰ বাস্তৱ ক্ষেত্ৰৰ কোনো তুলনাই নহয়। সেই যুগত কয়লা খাদৰ শ্ৰমিকৰ জীৱন পশুতকৈ সামান্য ওপৰত আছিল বুলি ক'ব পৰা যায়।

কমৰেড্ ৰাভাই হিন্দী, নেপালী, চাওতালী ভাষাও জনাৰ কাৰণে শ্ৰমিকবিলাকৰ মাজত ঘূৰি ফুৰি ভালদৰেই কথা-বতৰা

পাতিব পাৰিছিল। কিন্তু ওঠৰ দিন থকাৰ পিছত ৰাভাই প্ৰবল জ্বৰত আক্ৰান্ত হৈ পৰিছিল। আমাৰ কমৰেড্ বিষ্ণু হাজৰিকাৰ ভিনদেউৰ ঘৰত ৰাভাৰ থকাৰ ব্যৱস্থা কৰা হৈছিল। কমৰেড্ ৰাভাই তাত থকাৰ সময়ত অসুস্থ হৈ অস্থিৰ হৈ পৰিছিল। শ্ৰীঅধৰ কাকতিৰ সহৃদয় পৰিয়ালে অতি যত্নেৰে ৰাভাক শুশ্ৰূষা কৰি আৰোগ্য লাভ কৰাই গুৱাহাটীলৈ পঠোৱাৰ ব্যৱস্থা কৰি দিয়াৰ কাৰণে আমি সকলোৱে শ্ৰীঅধৰ কাকতিৰ পৰিয়ালৰ প্ৰতি চিৰ কৃতজ্ঞ হৈ আছোঁ। কোলিয়াৰীত থকাৰ সময়ত ৰাভাই শ্ৰমিক-সকলৰ জীৱনৰ ছবি দাঙি ধৰি এটি মৰ্মস্পৰ্শী কবিতা লেখিছিল।

কোলিয়াৰী শ্ৰমিকৰ জীৱনৰ এটি কবিতা—বিষ্ণুৰাভাই ১৯৪৬ চনৰ মাজ সময়ত লিখিছিল।

"কাৰখানাৰ চিটিৰ হুমুনীয়া/কলৰ ঘৰঘৰনীৰ বুকু কঁপোৱা/
পুৱাই লঘোন ভাত নাইকীয়া/হায় হায় হায় দুৰ কপলীয়া/
কান্দে দুখীয়া বন্ধুৱা" এই কবিতাটি আমি গীতৰ সুৰত গাইছিলোঁ।

এই অঞ্চলৰ পৰা ঘূৰি গৈ ৰাভাই "চিৰাজ" নামৰ বোলছবিখনৰ নিৰ্মাণ কাৰ্য্যত, নটসূৰ্য্য ফণী শৰ্মাৰ লগত কলিকতালৈ যায়।

এই সন্দৰ্ভত ৰাভা চৰিত্ৰৰ এটি বিশেষ দিশৰ বিষয়ে উল্লেখ কৰাৰ প্ৰয়োজন বোধ কৰিছোঁ। কমৰেড্ ৰাভাই গাঁৱৰ খেৰ বাঁহেৰে সজা সেউজ পৰিবেশত সংগঠনৰ কামত, মন্থৰ গতি কৃষকৰ জীৱন ধাৰাৰ লগত নিজক যিদৰে খাপ খুৱাব পাৰিছিল, ঠিক সেইদৰে কয়লাখনিৰ শ্ৰমিকহঁতৰ তীব্ৰ প্ৰাণচঞ্চল গতিশীল যান্ত্ৰিক জীৱন ধাৰাৰ প্ৰতিযোগিতাৰ লগত নিজক খাপ খুৱাই লব পৰা নাছিল যেন অনুমান হৈছিল। ইয়াত আমনি পোৱাৰ ঠাই নাই, বিশ্ৰামৰ অৱকাশ নাই, অসুস্থতাৰ অজুহাত নাই, কোনো কাম পিছত কৰিম বুলি ৰাখি থোৱাৰ সুযোগ নাই। নিতৌ কয়লা খাদৰ ভিতৰত সাংঘাতিক দুৰ্ঘটনাৰ বাবে শ্ৰমিকসকলৰ ক্ষতিপূৰণ, চিকিৎসাৰ

ব্যৱস্থা, শ্ৰমিকসকলৰ পৰিয়ালৰ নিৰাপত্তা বিধান, মালিকপক্ষৰ অত্যাচাৰ আক্ৰমণৰ পৰা ৰক্ষা কৰা, পুলিচী জুলুমৰ পৰা বচোৱা, মামলা মোকৰ্দমা চলোৱা আদিৰ বাবে খৰচ সংগ্ৰহ কৰা—এইবিলাকৰ মাধ্যমেই শ্ৰমিক সংগঠনক জীয়াই ৰখাৰ প্ৰতিযোগিতা চলাই যোৱাৰ দুঃসাধ্য কৰ্মধাৰাত নিজক প্ৰস্তুত ৰাখি, তাৰ বাহিৰেও সদায় নিজৰ প্ৰাণৰক্ষা কৰাৰ ব্যৱস্থা কৰিহে চলি থকাৰ ধাৰাবাহিক কাৰ্য্যাৱলীৰ বাবে সদায় যেন যুদ্ধক্ষেত্ৰত প্ৰস্তুত হৈ থকাৰ দৰেই উত্তেজিত মুহূৰ্তৰ মুখামুখী হোৱাৰ লগত কমৰেড্ ৰাভাৰ ধমনীৰ গতিবেগে খোজ মিলাব পৰা নাছিল। —আচলতে ৰাভাৰ শিল্পী মনৰ সুকুমাৰ বৃত্তিৰ অন্তৰৰ নিৰ্দেশ আছিল, "নিৰ্য্যাতিত মানুহৰ সুখ দুখৰ লক্ষ ধাৰাৰ সূক্ষ্ম দ্বন্দ্বৰ ঘাত-প্ৰতিঘাতৰ স্ৰোতৰ ধাৰাক সুচাৰু কৰি সাহিত্য কাব্যৰ মাধ্যমেৰে জনমানসৰ মাজত প্ৰতিফলিত কৰা। কিন্তু কোলিয়াৰীৰ ৰূঢ় যান্ত্ৰিক চাঞ্চল্যক প্ৰকাশ কৰাৰ শিল্পীকৌশল আয়ত্ত কৰাৰ ধৈৰ্য্যৰ অভাৱ আছিল বিষ্ণুৰাভাৰ। সেই কাৰণেই কমৰেড্ ৰাভাৰ পক্ষে তাত থকাৰ মানসিকতা শিথিল হৈ পৰিছিল। ১৯৫৯ চনত গণনাট্য সংঘৰ শিল্পীৰ লগতে ৰাভাই মাৰঘেৰীটাত মোৰ ঘৰত গৈ আলহী হৈ আছিল।

সেই সময়ন আমাৰ দেশৰ স্বাধীনতা লাভৰ প্ৰথম পৰ্ব্বৰ সূচনা। ভাৰতৰ ইংৰাজসকলৰ মালিকানাত থকা সমগ্ৰ স্থাৱৰ অস্থাৱৰ সম্পত্তি কল কাৰখানা চাহ বাগিচা, বাণিজ্য প্ৰতিষ্ঠানৰ ৰক্ষণাবেক্ষণৰ সামূহিক দায়িত্বভাৰ আমাৰ স্বাধীন ৰাষ্ট্ৰৰ প্ৰশাসক বৰ্গৰ হাতত অৰ্পণ কৰাৰ কলা কৌশল চলি আছে। শ্ৰমিক কৃষক মধ্যবিত্তৰ মাজত প্ৰবল উত্তেজনা। আশা নিৰাশাৰ মিশ্ৰ প্ৰতিক্ৰিয়াত উদ্বেলিত হ'ব ধৰিছে। জমীদাৰ-মহাজন, ৰজা-মহাৰজা, উদীয়মান দেশী শিল্পপতি গোষ্ঠীয়ে কংগ্ৰেছ দলক সম্পূৰ্ণ কৰায়ত্ব কৰি লোৱাৰ ষড়যন্ত্ৰ চলিব ধৰিছে।

সুবিধাবাদী মানুহবিলাকেও চৰকাৰৰ অনুগ্ৰহভাজন হোৱাৰ

সুৰুওা বিচাৰিব ধৰিছে। কৃষক ৰাইজৰ ওপৰত শোষণ বজাই ৰখাৰ উদ্দেশ্যে জমিদাৰ মহাজনবিলাকেও চৰকাৰী প্ৰশাসন যন্ত্ৰক ব্যৱহাৰ কৰি হাজাৰ হাজাৰ কৃষক ৰাইজক কাৰাগাৰত নিক্ষেপ কৰিব ধৰিছে। 'ভাৰতৰ বিপ্লৱী কমিউনিষ্ট' পাৰ্টিৰ আৰু ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ বহু নেতৃস্থানীয় কমৰেডক গ্ৰেপ্তাৰ কৰিব ধৰিছে। মোক আৰু কমৰেড্ উপেন দাসক উজনি অসমৰ পৰা, তাৰ পিছত কামৰূপ জিলাৰ পৰাও বহিষ্কাৰৰ আদেশ জাৰি কৰা হৈছে। কমিউনিষ্ট পাৰ্টিৰ দৈনিক মুখ পত্ৰিকা "স্বাধীনতাক" বেআইনী ঘোষণা কৰি প্ৰকাশ বন্ধ কৰি থৈছে।

আমি কংগ্ৰেছ চৰকাৰৰ শ্ৰেণী চৰিত্ৰৰ বিষয়ে নিঃসন্দেহ হৈ আমাৰ তৃতীয়া শ্ৰেণীৰ সংগ্ৰামৰ তীব্ৰতাক বঢ়াই নিয়াৰ চেষ্টা কৰিব ধৰিলোঁ। আমাৰ বহুতক তেতিয়া ১৯৪৮ চনৰ ফেব্ৰুৱাৰী মাহতে নিৰাপত্তা আইনত বন্দী কৰি বিভিন্ন জেলত ভৰাই থৈছিল, তেতিয়া আমাৰ যিবিলাক কমৰেডে ধৰা নপৰাকৈ আত্মগোপন কৰিব পাৰিছিল—যেনে গোবিন্দ কলিতা, উপেন দাস, কামিনী শৰ্মা, বিষ্ণু প্ৰসাদ ৰাভা আদিয়ে দক্ষিণ কামৰূপত মাটিহীন খেতি-য়কৰ দ্বাৰাই চৰকাৰী মাটি দখলৰ আন্দোলন সুসংবদ্ধভাবে চলাই যাব ধৰিলে।—দক্ষিণ কামৰূপৰ বকোৰ ওচৰত থকা "মাকেলি ৰিজাৰ্ভ" দখলৰ সংগ্ৰাম চলাবলৈ গৈ বহু কৃষকেই গ্ৰেপ্তাৰ হ'ব লগীয়া হৈছিল। সশস্ত্ৰ পুলিচ বাহিনীয়ে গৰু, ম'হ লগাই পকি উঠা ধানৰ খেতিত ধান খুৱাব ধৰিলে। মৈ লগাই ধানৰ খেতিক মোহৰিব ধৰিলে। বাধা দিবলৈ গৈ বহু দুখীয়া খেতিয়কে জখম হ'ল, আজীৱন ঘুণীয়া হৈ থাকিল। মাটিহীন খেতিয়কৰ মাটি দখলৰ এই সংগ্ৰাম চৰকাৰৰ বিৰুদ্ধে প্ৰত্যক্ষ সংগ্ৰাম আছিল। এই সংগ্ৰামৰ ঘাই প্ৰণেতা আছিল আমাৰ দলৰ কৃষক সংগঠনৰ প্ৰধান নেতা গোবিন্দ কলিতা, হৰিদাস ডেকা, কামিনী শৰ্মা। সহযোগীৰূপে প্ৰচাৰ কাৰ্য্যাৱলীৰ ভূমিকা পালনত কমৰেড্ বিষ্ণু

প্ৰসাদৰ জ্বালাময়ী বক্তৃতাও কৃষকসকলৰ সংগ্ৰামী মনোবল অটুট ৰখাৰ কামত অনমনীয় কৰি ৰাখিছিল। চৰকাৰ পক্ষৰ পৰা কৃষক-বিলাকক কোনো ক্ষতিপূৰণ দিয়া নাছিল। এই সংগ্ৰামৰ মুখামুখী যুদ্ধত বহুতেও গ্ৰেপ্তাৰ হ'ব লগীয়া হৈছিল কিন্তু কমৰেড্ গোবিন্দ কলিতা, উপেন দাস আৰু কমৰেড্ বিষ্ণু ৰাভাক সেই সময়ত গ্ৰেপ্তাৰ কৰিব পৰা নাছিল।

এই সংগ্ৰামৰ ঢৌ গোটেই কামৰূপ আৰু গোৱালপাৰাত বিয়পি পৰিছিল। উল্লিখিত ঘাই কমৰেড্ কেইজনৰ ওপৰত গ্ৰেপ্তাৰী পৰোৱানা থকাৰ কাৰণে এওঁলোকে আত্মগোপন কৰি চলিব লগা হৈছিল। কমৰেড্ ৰাভাই কমৰেড্ অৰবিন্দ ঘোষৰ সৈতে মঙ্গলদৈ অঞ্চলত "ভকত পাৰাক" কেন্দ্ৰ কৰি গোপনে কৃষক সংগঠন আগ বঢ়াব ধৰিলে। কমৰেড্ ৰাভা আৰু অৰবিন্দ ঘোষে এই অঞ্চলৰ জনজাতীয় আৰু মুছলিম কৃষকৰ মাজতো ভাল কৃষক সংগঠন গঢ়ি তুলিছিল। কমৰেড্ ৰাভাই মুছলিম ধৰ্মৰ বিষয়ে আমাৰ দৃষ্টি ভঙ্গীৰে বিশ্লেষণ কৰি মনোজ্ঞ ভাষণেৰে মুছলমান ৰাইজৰ মাজত আমাৰ দলৰ আসন ভালদৰেই প্ৰতিষ্ঠা কৰিব পাৰি-ছিল। সেই সময়তে অনেক বয়োবৃদ্ধ মুছলমান ব্যক্তিয়ে ৰাভাৰ সম্বন্ধে মন্তব্য কৰিছিল, "এওঁ কেৱল কমিউনিষ্টেই নহয়, এওঁ মুছলমান ধৰ্মৰ বিষয়েও ভালদৰেই জানে। এখেতক এজন 'পীৰ' বুলিও ক'ব পাৰি।"

কেইদিন মান পিছতে কমৰেড্ ৰাভা আৰু কমৰেড্ অৰবিন্দ ঘোষে পুলিচৰ তালাচীৰ পৰা বচাৰ কাৰণে আমাৰ সংগঠিত এখন খৃষ্টান গাঁৱত গৈ আশ্ৰয় লৈ আছিল। আমাৰ উপস্থিতিৰ কথা জানিব পাৰি খৃষ্টান পাদ্ৰীবিলাকে কমিউনিষ্টৰ প্ৰাদুৰ্ভাব বাঢ়ি যোৱাটো বন্ধ কৰাৰ উদ্দেশ্যে চিলঙৰ পৰা এজন পাদ্ৰীক গাঁৱখনলৈ পঠাই দিলে। পাদ্ৰীজনে আহি কমিউনিষ্টৰ বিপক্ষে জঘন্য অপপ্ৰচাৰ কৰি সভা পাতি ফুৰিব ধৰিলে। কিন্তু আমাৰ প্ৰভাব আৰু জনপ্ৰিয়তা

কৰিব নোৱাৰি পাদ্ৰীজনে এটা বুদ্ধি পাঙি কমৰেড্ ৰাভাক আৰু অৰবিন্দ ঘোষক এঘৰত ভাত খাবলৈ নিমন্ত্ৰণ কৰি পঠালে। কমৰেড্ ৰাভা আৰু ঘোষে গৈ দেখিলে,—এজন পাদ্ৰী চাহাবো বহি আছে। তিনিজনকেই একেটা ঘৰতেই খাবলৈ দিলে। গিৰিহঁতে উইচিৰিঙাৰ আঞ্জা পৰিবেশন কৰা দেখি ৰাভা আৰু ঘোষে সেই ভাজিখন খাব নোৱাৰে বুলি কোৱাত পাদ্ৰীজনে এই সুযোগ লৈ আমাৰ কমৰেড্ দুজনৰ বিৰুদ্ধে মন্তব্য কৰিলে--"চোঁৱা এওঁলোকে তোমালোকক ঘিণ কৰে, তোমালোকে দিয়া আঞ্জা নাখায়। কিন্তু মোক যি দিছা তাকেই খাবলৈ লৈছো। আমি খৃষ্টান, মানুহক ভাল পাওঁ কাকো ঘিন নকৰোঁ"—পাদ্ৰীজনৰ পৰা এনেকুৱা কথা শুনি কমৰেড্ ৰাভাই তৎক্ষণাৎ জবাব দিলে—

"For the sake of freacluing your religion, if stool is served with food will you take it ?"

"ধৰ্ম প্ৰচাৰৰ নামত তোমালোকক যদি "মল মূত্ৰ" খাবলৈ দিয়ে তুমি সেইবোৰও খাবা নেকি ?" পাদ্ৰীজনে হঠাতে কোনো জবাব দিব নোৱাৰি উঠি গুচি গ'ল।

কমৰেড্ ৰাভাই গিৰিহঁতক বুজাই ক'লে যে, "আমি কমিউনিষ্টে কাকো ঘিণ নকৰো। আমাৰ কমিউনিষ্ট পাৰ্টিত সকলো ধৰ্মৰ মানুহেই আছে। এই কমিউনিজম খৃষ্টান দেশ জাৰ্মানী, ৰুছিয়াতেই প্ৰথম জন্ম লয়, আৰু তাতেই প্ৰথম প্ৰতিষ্ঠিত হয়, তেওঁলোকৰ মুক্তিৰ বাবেই। আমাৰ উদ্দেশ্য হৈছে দুখীয়া শ্ৰেণীৰ ৰাইজক লৈ সংগ্ৰাম কৰা,—ধনী, অত্যাচাৰী শোষকৰ বিৰুদ্ধে, সি যিকোনো ধৰ্মৰেই নহওক। ধৰ্মৰ ভেঁটিত আমাৰ কোনো ভেদাভেদ নাই। আমাৰ ভেদাভেদ আছে ধনী দুখীয়াৰ দুটা শ্ৰেণীৰ মাজতেই।"— ৰাভা ককাইৰ কথা শুনি ৰাইজে ক'লে,—"আমি আপোনালোকক বেয়া পোৱা নাই। আপোনালোকে আহি থাকিব। আমি বহুতো

নতুন কথা শুনিবলৈ পাইছো আপোনালোকৰ পৰা। আপোনালোকৰ কিতাপবিলাকো পঢ়ি আমি ভাল কথাই শিকিছোঁ।”

তাৰ কেইদিনমান পিছতে জনজাতীয় গাঁওখনত থকাৰ সময়তে এদিন অৰবিন্দ ঘোষক সশস্ত্ৰ পুলিচে ঘেৰি পেলাই গ্ৰেপ্তাৰ কৰে। ৰাইজেও পুলিচৰ গাড়ীখন ঘেৰি ধৰি অৰবিন্দ ঘোষক বলেৰে কাঢ়ি আনিবলৈ প্ৰস্তুত হয়। পুলিচেও গুলি চলোৱাৰ সাৱধান বাণী শুনায়। অৰবিন্দ ঘোষে ৰাইজক মৃত্যুৰ মুখে ঠেলি নিদি বুজোৱাৰ চেষ্টা কৰে। কিন্তু কৃষক ৰাইজে অৰবিন্দ ঘোষৰ কথাত পতিয়ন নগৈ সশস্ত্ৰ পুলিচৰ কবলৰ পৰা কমৰেড্ ঘোষক মুক্ত কৰাৰ কাৰণে আগবাঢ়ি যায়। প্ৰবল উত্তেজনাত পুলিচে গুলি চলায়। গুলি বৰ্ষণত কাতিৰাম কছাৰী নামৰ এজন যুৱকে প্ৰাণ বলিদান দিয়ে। পুলিচে গুলি চলাই আৰু বহুতক জখম কৰে। পিচত অৰবিন্দ ঘোষক থানালৈ লৈ যায়। থানাত পুলিচ বিষয়া বিলাকে অৰবিন্দ ঘোষক সুধিছিল—আপোনালোকে ভকতপাৰাৰ ৰাইজক কি বাণী শিকাইছিল যাৰ ফলত আপোনাক মুক্ত কৰাৰ কাৰণে এজন জনজাতীয় যুৱকে প্ৰাণ দিবলৈকো দ্বিধা বোধ নকৰিলে?”

কমৰেড্ ৰাভাই কোনোমতে সেই অঞ্চলৰ পৰা সাৰি যাব পাৰিছিল। ইয়াৰ কেইদিনমান পিছতে পুলিচ বাহিনী আহি কমৰেড্ ৰাভাক নাপাই জনজাতীয় কৃষক ৰাইজৰ ওপৰত বৰকৈ অত্যাচাৰ চলাইছিল। ৰাইজৰ ঘৰৰ পৰা থালি, বাটি, কঁাহী, চৰু, গিলাচ, ছাগলী, কুকুৰা জব্দ কৰি নীলাম কৰা হৈছিল—“পুলিচ বাহিনীৰ খৰচ উঠোৱাৰ কাৰণে।” কংগ্ৰেছ চৰকাৰৰ গান্ধীবাদী অহিংস নীতিৰ উজ্জ্বল উদাহৰণ দাঙি ধৰাৰ নিৰ্লজ্জ নমুনা দেখুৱাইছিল। কেৱল মাথো নৰহত্যা কৰিয়েই ক্ষান্ত নাছিল।

ইয়াত এটা কথা ক'ব লগীয়া যে—বিষ্ণু ৰাভাৰ কোনো ঠাইত দুই তিনি দিনৰ বেছি লুকাই থকাটো সম্ভৱ হোৱা নাছিল। কিয়নো তেখেতৰ প্ৰকাণ্ড স্বাস্থ্য, কণ্ঠস্বৰ, বহল মুখাকৃতি, সুললিত ভাষাৰে

কথা কোৱাৰ ধৰণে সকলোৰেই দৃষ্টি আকৰ্ষণ কৰিছিল। বিশেষকৈ এখন গাঁৱত গ'লে ডেকা গাভৰুৰ সমাৰোহ বাঢ়ি যায়। নৃত্য গীতৰ অনুশীলন আৰম্ভ হৈ যায়। যাৰ ফলত অনতি পলমেই ৰাভাৰ উপস্থিতিৰ কথা ৰাষ্ট্ৰ হৈ পৰে। পুলিচৰ আক্ৰমণো ঘনাই আহে। ৰাভাৰ উপস্থিতিত পাৰ্টিৰ ক্ষেত্ৰ প্ৰস্তুত কৰাত সহায়ক হলেও সাংগঠনিক বিস্তাৰ, ৰাজনৈতিক শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত অনেক বাধা বিঘিনিও হৈছিল।

তেখেতক আন ঠাইলৈ নিয়াৰ কাৰণেও তিনি চাৰি জনে লগ লাগি বাট দেখুৱাই পহৰা দি জঙ্গল হাবিৰ মাজেদি বনৰীয়া হিংস্ৰ জন্তুৰ আক্ৰমণৰ পৰা। চোৰাংচোৱাৰ চকুৰ পৰা বচাই নিয়াৰ কাৰণেও নিতৌ শঙ্কিত পৰিবেশৰ সৃষ্টি হৈছিল। যাৰ ফলতে ৰাইজৰ মাজত আমাৰ ৰাজনৈতিক শিক্ষা দিয়াৰ কামতো যথেষ্ট বাধা বিঘিনিৰ সৃষ্টি হৈছিল।

প্ৰতিদিনেই দুৰ্গম পথত দৈহিক নিৰ্য্যাতন সহ্য কৰি, সাধাৰণ বাট এৰি পথাৰে পথাৰে, কেতিয়াবা গভীৰ অৰণ্যৰ মাজেদি সাপ, জোঁক, বাঘ হাতীৰ পালৰ সন্মুখীন হৈ বৰষুণ বজ্ৰপাতৰ ভ্ৰূকুটিক ওফোৰাই বাৰ চৈধ্য মাইল দূৰ পথ অতিক্ৰম কৰি যোৱাত কমৰেড্ ৰাভাৰ ক্লান্তি দেখা নাছিলোঁ, বা আমনি পোৱাৰ কথাও কোনো দিনাই ৰাভা ককাইৰ মুখৰ পৰা শুনা নাছিলোঁ। তেতিয়া ৰাতিৰ আন্ধাৰত আমাৰ টৰ্চ জ্বলোৱাও নিষেধ আছিল। জংঘলৰ গছ গছনিৰ এটা পাত বা এডাল ঠানিও কটা নিষেধ আছিল। পুলিচে আমাক বিচাৰি ফুৰাৰ সময়ত হাবিৰ মাজত গছ গছনিৰ ঠানি কটা দেখিলে মানুহৰ উপস্থিতি গম ধৰিব পাৰে, টৰ্চৰ পোহৰত দূৰৰ পৰাই দেখা পাব পাৰে। আমি অহা যোৱা কৰা বাটত যেন কোনো চিন এৰি থৈ নাযাওঁ তাৰ বাবে আমি সদায় সতৰ্কতা অবলম্বন কৰি ঘূৰিব লগা অৱস্থা আছিল।

ৰাভাককাইয়ে এই নিয়মবোৰ সুকলমেই পালন কৰি চলিছিল।

তেখেতে আমাৰ দুই তিনিজনৰ বোজা ষ্টেনগান, ৰাইফেল, তাৰ গুলি কান্ধত ওলোমাই বোকোচাত কম্বল কাপোৰ, দৰৱ পাতিৰ বোজা কঢ়িয়াই মাইলৰ পিছত মাইল এটা মাত নমতাকৈ অম্লান বদনে আগ বাঢ়িছিল। কেতিয়াও প্ৰতিবাদ কৰা নাছিল। পাৰ্টিৰ সিদ্ধান্তৰ প্ৰতি ৰাভা ককাইৰ অবিচল আনুগত্য আৰু নিষ্ঠা প্ৰশ্নাতীত আছিল।

মই দুবছৰ নিৰাপত্তা আইনত বন্দী হৈ থকাৰ পিছতে ১৯৪৯ চনৰ শেষত মুক্তি পাই পাৰ্টিৰ নিৰ্দেশত উজনি অসমত গৈ কমৰেড্ ৰাভাক লগ পাইছিলোঁ। তেতিয়া তেখেতে আমাৰ আহোম আৰু সোনোৱাল কছাৰী কৃষক সংগঠিত অঞ্চলতেই পাৰ্টিৰ নিৰ্দেশতে সাংগঠনিক কাম কৰি ফুৰিছিল। উজনি অসমৰ বহু গাঁৱৰ চাৰিওপিনে ঘন অৰণ্য বিস্তৃত হৈ সংৰক্ষিত বনাঞ্চলৰ লগত মিহলি হৈ আছিল। এই অৰণ্য অতি গভীৰ। তাত নাহৰফুটুকি বাঘৰ উপদ্ৰৱত গৰু ছাগলী বচোৱাত টান হৈছিল। মাজে মাজে মানুহৰ জীৱনো বিপন্ন হোৱাৰ উপক্ৰম হৈছিল। আমি মাজে সময়ে পিস্তল বন্দুক লৈ এই অৰণ্যৰ মাজত আশ্ৰয় লোৱাত গাঁওবাসীয়ে কিছু পৰিমাণে নিৰাপত্তা বোধ কৰিছিল যদিও আমাৰ কথা প্ৰকাশ হলে পুলিচৰ উপদ্ৰৱৰ ভয়ও আছিল। কিন্তু কোনোবাই কৈ নিদিলে সেই অৰণ্যত আমাক বিচাৰি পোৱাটোও টান আছিল। পুলিচৰ পক্ষেও বিপদৰ শঙ্কা আছিল। জংঘলত বেতনীৰ কাঁইট, জোঁকৰ উপদ্ৰৱে সাংঘাতিক বিপদৰ সম্মুখীন কৰিছিল আমাক। জোঁকবিলাকে লোহাৰ গজালৰ দৰে গছ পাতত ঠৰঙা ভাবে লাগি থাকে। বাট বুলি যোৱাটোৱে টান হৈ পৰে। জোঁকৰ পৰা বচাৰ কাৰণে আমি কেৰাচিন তেল, নিমখ, চূণ লৈ ফুৰিছিলোঁ। কোনো ঠাইত জুই জ্বলোৱা হলে নিশ্চিহ্ন কৰা হৈছিল। এই দৰে প্ৰতি মুহূৰ্তেই হৰিণা পহুৰ দৰেহে সতৰ্ক জীৱন নিয়াই আছিলোঁ।

আমাৰ গোপন আশ্ৰয় দাতা এই অৰণ্যৰাজিৰ মাজেদি বৈ

যোৱা জুৰি, পথাৰৰ সুঁতিবিলাকৰ পৰা কমৰেড্ ৰাভাই বৰশীৰে এক সাঁজ খোৱাৰ জোখ মাছ প্ৰায়েই ধৰিব পাইছিল। সেইবোৰ আমি বাঁহৰ শলা সুমাই পুৰি খাইছিলো। কমৰেড্ ৰাভা মাছ ধৰাত বৰ পাকৈত আছিল। ওচৰত গাঁও নথকা অৰণ্যৰ আশ্ৰয়ত আমি সকলো বস্তুৰেই পুৰি খাইছিলোঁ। বনৰ ফল-ফুল, কলডিল জঙ্গলী আলুৰ শিপা পুৰি খাইছিলোঁ। চাউলখিনি আসি বাঁহৰ চুঙাত সিজাই খাইছিলোঁ। এইবিলাক কামত কমৰেড্ ৰাভাৰ বিশেষ উৎসাহ আছিল। গাঁৱৰ ওচৰৰ জংঘলত আশ্ৰয় লৈ থাকিলে গাঁৱৰ ৰাইজে আমাক ভাত ৰান্ধি, কেতিয়া বা ৰাজ হাঁহ, পাতি হাঁহ, মুগা লেটা ভাজিও পঠাইছিল। কমৰেড্ ৰাভাই মুগা লেটা ভাজি খাবলৈ বৰ ভাল পাইছিল।

## "অসমীয়া জাতীয় চৰিত্ৰৰ এটি মনোমোহা বৈশিষ্ট্য।"

আমি উজনি অসমৰ গাওঁবিলাক ঘূৰি এটা বিষয়ে লক্ষ্য কৰিছিলোঁ—তাৰ ট্ৰাইবেল গাঁওবিলাকত নামনি অসমৰ দৰে গাহৰী পালন কৰা দেখা পোৱা নাছিলোঁ। ৰাভা ককায়ে ক'লে, "তেওঁ আৰু আমাৰ আৰু এজন কমৰেড্ ট্ৰাইবেল নেতা অনিৰাম বসু-মাতাৰীয়ে (পুলিচ চাব-ইন্সপেক্টৰ আছিল) নামনি অসমত উপজাতীয় গাঁৱত গাহৰী পালন বৰ্জন কৰাৰ কাম হাতত লৈছিলেঁ, সামান্য কৃতকাৰ্য্যতাও অৰ্জন কৰিব পাৰিছিলেঁ। আহোম গাওঁ বিলাকত গাহৰী পালন আমি একেবাৰেই দেখা পোৱা নাছিলোঁ। যদিও তেওঁলোকে গাহৰীৰ মাংস খায় বুলিয়েই জানো। হাঁহ কুকুৰা সকলোৱে পুহি থাকে। সেই বিলাক মহিলা সকলৰ সম্পত্তি বুলি

ক'ব পৰা যায়। উজনি অসমত আমি তেতিয়াই দেখিছিলোঁ ল'ৰা-ছোৱালীবিলাকক শিক্ষা দিয়াৰ বিপুল আগ্ৰহ। শিক্ষা লাভৰ কাৰণে বিৰাট জাগৰণ দেখা পাইছিলোঁ। তাত ৰাইজৰ খোৱা লোৱাৰ জীৱন ধাৰণৰ মান অনাড়ম্বৰপূৰ্ণ সাধাৰণ হ'লেও পৰিমাণৰ অভাৱ নাছিল। লঘোণে থকা বা আধাপেটি থকাৰ কথা ভাবিবও নোৱাৰে। প্ৰত্যেকৰ স্বাস্থ্য চকুত পৰিব লগা বিধৰ দেখিছো। ৰাইজৰ সাধাৰণ প্ৰবৃত্তি হৈছে চাফচিকুণ হৈ থকা। পৰিপাটি পৰিচ্ছন্নতা এটা জাতীয় চৰিত্ৰৰ মধুৰ গুণ। নগৰীয়া জীৱনৰ মানৰ প্ৰতি বিশেষ আগ্ৰহশীল। কোনো কোনো গাঁৱত আমাৰ সম্পৰ্ক ইমান আন্তৰিক হৈ উঠিছিল যে আমি পলাই ভাগৰি সেই গাঁওবোৰত আশ্ৰয় বিচাৰি গ'লে আমাক আদৰ আপ্যায়ন কৰি ৰাজহাঁহ মাৰি খুৱাইছিল। ডেকা-গাভৰু, বুঢ়া-বুঢ়ীসকলে ৰাতি জাগি পহৰা দি পুলিচৰ হাতত গ্ৰেপ্তাৰ হোৱাৰ পৰা আমাক ৰক্ষা কৰিছিল।

তেওঁলোকৰ আৰু এটা লক্ষণীয় বৈশিষ্ট্যই আমাক মোহিত কৰিছিল। সেইটো হৈছে এখেতসকলৰ আলহীৰ প্ৰতি আদৰ আপ্যায়নৰ অপূৰ্ব আন্তৰিকতা। তাত এনেকুৱা এখন গাঁও পোৱা নাছিলোঁ য'ত সোমাই আমি ভাত এসাজ নোখোৱাকৈ সাৰি যাব পাৰিছিলোঁ। চিনা-অচিনা যাকেই হওক এই মিত্ৰতাৰ আহ্বান সংস্কৃত ভাষাত যাক কোৱা হৈ থাকে "বসুধৈব কুটুম্বকম" "পৃথিৱীৰ সকলোৱেই আমাৰ কুটুম্ব মিত্ৰ" এখন ঘৰলৈ গ'লেই যেন গোটেই গাঁওখনৰেই আলহী হৈ যাব লগীয়া হয়। এই মধুৰ গুণ যেন সামাজিকভাৱেই অন্তৰৰ সৌৰভ বিকিৰণ কৰিছিল।

কমৰেড্ ৰাভা, হৰেণ কলিতা, মই এঘৰত খাবলৈ বহিছিলোঁ। জীয়ৰী ছোৱালীগৰাকীয়ে আহি অলপ পানী ছটিয়াই ঘৰৰ মজিয়াখন সাৰি নিলে। পিৰা পাতি দি আমাক বহিব ক'লে। মুগাৰ মেখেলা চাদৰ পিন্ধি অপৰূপা তনুশ্ৰীৰ মধুৰ ভঙ্গিমাৰে বোৱাৰী জীয়ৰীয়ে আহি বান কাঁহী, মান বাটিত ভাত আঞ্জা নমাই ৰাখি আঁঠুকাঢ়ি

আমাক সেৱা জনাই বিনম্রভাৱে উঠি গৈ দুৱাৰদলিত থিয় হৈ থাকিল। গিৰিহঁতে ক'লে, "লওক, আৰম্ভ কৰক হাকিমহঁত।" পাছলিৰ পৰা মহিলা দুজনী আমাৰ খোৱা নিৰীক্ষণ কৰি থাকে। অলপ ৰখি অপৰাধীৰ দৰেই যেন মন্তব্য কৰিলে—"আমি ৰান্ধিব নাজানো, আপোনালোকে বেয়া পোৱা নাইতো?" ৰাভাককাইয়ে তৎক্ষণাৎ জবাব দিলে, "নাই ন ই বৰ ভাল হৈছে।" বোৱাৰীজনীয়ে সুধিলে, "সিজিছেনে?" জীয়ৰীজনীয়ে সুধিলে, "মিঠা হৈছে নে?" আমাৰ কথা কোৱাৰ আগতেই আকৌ ভাত আঞ্জা আনি কাঁহী ভৰাই দিলে। কমৰেড্ ৰাভাই ক'লে, "থাক থাক, আৰু কিমান দিব। খাব নে'ৱাৰিলে নষ্ট হ'ব।" গিৰিহঁতে জবাব দিলে, "নাই, খাব পাৰিব, নোৱাৰিলেও নষ্ট নহয়, হাঁহ, পাৰ, গৰু, ছাগলী আছে নহয়। আমাৰ পথাৰৰ ধান, কিম ন খাব?" হৰেণ কলিতাই হাঁহি মন্তব্য কৰিলে,—"এৰা আমাৰ নগৰৰ কিনা চাউলৰ দৰে হিচাপ কৰি ভাত নিসিজায় নেকি আপোনালে কে? আমি খাব নোৱাৰিলেও ঘৰৰ পোহনীয়া জীৱবিলাকে খাব।" আমি গোটেইখিনি খাব নোৱাৰি এৰি থ'বলৈ বাধ্য হলোঁ। কমৰেড্ ৰাভাই গোটেইখিনি খাই বহি থাকিল। বোৱাৰীজনীয়ে আকৌ ভাত আঞ্জা আনি ৰাভাৰ কাঁহিত বাকি দিলে। ৰাভাই "নিদিব নিদিব" বুলি বাধা দিব খুজিলে। কিন্তু কোনো ইতস্ততঃ নকৰি ৰাভাই গোটেইখিনি খাই পেলালে। কমৰেড্ ৰাভাই বাধা দিয়া সত্বেও বোৱাৰী জীয়ৰীয়ে ৰং পাই হাঁহি উঠি ক'লে—"নহয আপোনাৰ ভোখতহে খাব বুলি আৰু অলপ দিওঁ বুলিছো।" ৰাভাইও দ্বিধা সঙ্কোচ নকৰাকৈ একোকেই এৰি নথলে। মুখত ক'লে, "মই বেছি নাখাওঁ, কিন্তু আঞ্জা ভাজিখিনি বৰ ভাল হৈছে।" আচলতে বিষ্ণুৰাভাই মিতাহাৰী আছিল যদিও, কিন্তু বহুত খাব পাৰিছিল। বেছি খোৱা বা কম খোৱাৰ মাজত তেওঁ বিশেষ তাৰতম্য বোধ কৰা নাছিল। যিমানেই খাওক নিশ্চিন্তে উঠি বিশ্ৰাম নোলোৱাকৈ বাট বুলি যোৱাত কোনো

অসুবিধাই বোধ কৰা নাছিল বিষ্ণুৰাভাই। আকৌ খাই উঠি বিশ্ৰাম কৰিব পালেও একমুহূৰ্তৰ মাজতেই গভীৰ টোপনিৰ কোলাত আশ্ৰয় লৈছিল।

জানিব লগীয়া কথা হ'ল যে, ১৯৪৮ চনৰ শেষ ভাগত কমৰেড্ খগেন বৰবৰুৱাৰ আমন্ত্ৰণত আমাৰ ৰাজ্যিক সম্পাদক হৰেণ কলিতা, উপেন দাস, ছত্ৰচিং টেৰাঙে উজনি অসমত আহোম আৰু সোণোৱাল কছাৰীসকলৰ মাজত বৈপ্লৱিক সংগঠন গঢ়ি তোলাৰ কাৰণে গৈছিল। এওঁলোক চাৰিজনেই তাত্ত্বিক আৰু সংগঠনৰ কামত সুদক্ষ স্বয়ং সম্পূৰ্ণ কমৰেড্। সোণোৱাল কছাৰী আৰু আহোম কৃষক ৰাইজৰ মাজত ডুয়োখন জিলাতেই দৃঢ় সংগঠন গঢ়ি তুলিছিল। তাৰ পিছতে কমৰেড্ ৰাভাক আমি তালৈকে লৈ গৈছিলোঁ। কিছুদিন পিছত আমি তেখেতক নামনিলৈ লৈ আহিছিলোঁ।

## বনবাসী জীৱনত মৃত্যুৰ মুখামুখি ঘটনা

১৯৫০ চনৰ মাজ সময়ত। আমাৰ সংগঠনৰ বিৰুদ্ধে সশস্ত্ৰ পুলিচ বাহিনীৰ আক্ৰমণ বাঢ়ি যাব ধৰিছে। গাঁওবিলাকৰ ডেকা-গাভৰু, বুঢ়া-বুঢ়ীবিলাকক ধৰি নি আছে। মই, কমৰেড্ বিষ্ণুৰাভা, হৰেণ কলিতা (আমাৰ দলৰ ৰাজ্যিক কমিটিৰ সম্পাদক) তেতিয়া উজনি অসমৰ দিহিং নৈৰ ওচৰত থকা সোণোৱাল কছাৰী গাঁৱৰ এঘৰত আত্মগোপন কৰি আছোঁ। তেতিয়া বেলি মাৰ গৈছে। গিৰিহঁতে আমাৰ খোৱাৰ যোগাৰ কৰিছে। আমি খাই লৈ অলপ নিলগত থকা সংৰক্ষিত গভীৰ অৰণ্যৰ ভিতৰতে আশ্ৰয় লোৱাৰ কথা ঠিক কৰিছোঁ, হঠাতে ডুগৰাকী গাভৰু ছোৱালী দৌৰি আহি আমাক

জনালে যে আমি থকা ঘৰখনৰ পৰা কিছু দূৰত গাঁৱৰ চাৰিটামান ঘৰ পুলিচে ঘেৰি পেলাই বন্দুক দেখুৱাই গাঁৱৰ মানুহক টনা-আজোৰা কৰিব ধৰিছে। আপোনালোকৰ খবৰ বিচাৰিছে, যদি নকয় তেন্তে বান্ধি লৈ যোৱাৰ ভয় দেখুৱাইছে। এইপিনে এতিয়াই আহি যাব পাৰে। আপোনালোকে এতিয়াই পলাই গ'লে ভাল হয়।

আমি ভাবিলোঁ, পলাই যাব নোৱাৰিলে যুদ্ধং দেহি কৰিলে বিপদ মাতি অনাই হ'ব। গাঁৱৰ মানুহ কিছুমানও মৰিব পাৰে, তাৰ পিছতে গাঁওখনৰ পুৰুষ-তিৰোতাৰ ওপৰত জুলুম অত্যাচাৰ বাঢ়ি যাব। আমাৰ সংগঠন গঢ়ি উঠাৰ আগতেই ভাঙি পেলাব। ভবাৰ সময় নাই, খোৱাৰো সময় নাই। গিৰিহঁতেও পৰিণামৰ কথা ভাবি ক'লে পলাই যোৱাটোৱেই উচিত হ'ব। নহ'লে আপোনালোকক ইয়াতে বিচাৰি পালে সংগঠনৰ ক্ষতি হ'ব, গোটেই অঞ্চলত অত্যাচাৰ হ'ব। আমি অস্ত্ৰ-শস্ত্ৰ টোপোলা আদি দাঙি লৈ গাঁৱৰ দুজন ডেকা ল'ৰাক পথপ্ৰদৰ্শকৰূপে লগত লৈ দুৰ্ঘোৰ আন্ধাৰত অদৃশ্য হৈ গ'লোঁ।

ইমান আন্ধাৰ যে নিজৰ হাতখনে দেখা নাযায়। মাজে মাজে মেঘৰ গৰ্জন, বিজুলীৰ হিংস্ৰ দাঁতৰ গিৰগিৰণি কাণ আৰু চকু তলা লগাই অন্ধ কৰি পেলোৱাৰ উপক্ৰম কৰিছে। বেতনীৰ কাঁইট, চৰতৰ জংঘল গছকি বোকা পানী খচি আমি আন্ধাৰৰ দিগন্তলৈ খোজ মেলিলোঁ। সম্মুখভাগত আন্ধাৰ আৰু গছবিলাকৰ মাজত যেন প্ৰতিযোগিতা হৈ আছে কোনে কিমান দুৰ্ভেদ্য হ'ব পাৰে তাৰ বাবেই। আমাৰ পথ প্ৰদৰ্শক দুজনৰ বাহিৰে আমি কোনেও ক'ব নোৱাৰোঁ ক'লৈ গৈ আছোঁ। আমি কোনো কথা নোকোৱাকৈ আগবাঢ়ি আছোঁ। টৰ্চ লাইটও জ্বলাব পৰা নাই, দূৰৰ পৰা পুলিচে আমাৰ উপস্থিতি যেন গম ধৰিব নোৱাৰে তাৰ বাবেই। আমাৰ প্ৰত্যেকজনৰ পিঠিতেই দহ বাৰ সেৰ ওজনৰ মাল-বস্তু লৈ খোজ কাঢ়ি আছোঁ। কমৰেড্ ৰাভা অকলেই আধামোণ মাল বস্তুৰ বোজা বোকোচাত আৰু কান্ধত ওলোমাই মণ্ডা ম'হৰ দৰেই

আগুৱাই আছে। এই বিচাৰত ৰাভাই এজন আদৰ্শ সৈনিক পুৰুষ। আমি ঠিকমতেই সংৰক্ষিত বনাঞ্চলত সোমাই গলোঁগৈ। গছবিলাক ইমান ওখ যে চিকাৰীৰ বন্দুকৰ গুলিয়ে ঢুকি নাপাব। অৰণ্যৰ মৰ আঁউসীয়ে আমাক গ্ৰাস কৰি পেলালে।

আমি গভীৰ অৰণ্যত সোমাই যোৱাৰ পিছতে নিৰাপদ ভাবি আমনি দূৰকৰাৰ কাৰণে নিৰৱতা ভঙ্গ কৰি লাহে লাহে কথা পাতিব ধৰিলোঁ। কমৰেড্ হৰেণ কলিতাই ৰাভাক সুধিলে, "কমৰেড্ ৰাভা আমি যদি সশস্ত্ৰ পুলিচৰ মুখামুখি হৈ পৰো, আমি আত্মসমৰ্পণ কৰিম নে সংঘাত কৰিম ?" ৰাভাই তৎক্ষণাত উত্তৰ দিলে, "আমি অস্ত্ৰসংঘাত নকৰাকৈ কাষ কাটি পাৰ হৈ যোৱাটোৱেই বুদ্ধিমানৰ কাম হব। কিন্তু সেই সম্ভাৱনা নাথাকিলে অস্ত্ৰ সংঘাত কৰাত পিছ হোঁহকিলে, ইমান দিন ধৰি অস্ত্ৰ সংগ্ৰহ কৰি কমৰেড্‌বিলাকক কি শিক্ষা দিলো ?" মই সুধিলোঁ, "অ'চ্ছা, যাৰ লগত আমাৰ ব্যক্তিগত কোনো কাজিয়া নাই, শত্ৰুতাও নাই, তাৰ মুখামুখি বন্দুকৰ নলী পোনাই ধৰি গুলিবিদ্ধ কৰিব পাৰিব জ'নো ?" ৰাভাই জবাব দিলে, "আমি যদি বন্দুক নচলাওঁ তেনেহলে সিহঁতে আমাক মাৰিব। কাৰণ আমাক জীৱিত নাইবা মৃত অৱস্থাত ধৰি নিব পাৰিলেও আমাৰ প্ৰতিজনৰ নামত ঘোষিত ৫০০০্ টকা বা ১০,০০০্ টকাৰ পুৰস্কাৰ লাভ কৰিব পুলিচ পাৰ্টিটোৱে। গতিকে গুলি চলোৱাত সঙ্কোচ কৰি মানৱতা দেখুৱালে আমাৰ মূৰ্খামী হ'ব। তথাপি আমি যদি সুযোগ নাপাওঁ তেন্তে সেই পৰিস্থিতিত যি হয় হব।" ৰাভাই মোক সুধিলে, "মোহনলাল, তুমি কি কৰিলা হয় ?" মই কলোঁ— "আপোনাৰ লগত মোৰ একমত, কিন্তু অনৰ্থক নৰহত্যা কৰাত মোৰ উৎসাহ নাই।" ৰাভাককাইয়ে আকৌ কৈ যাব ধৰিলে,—"পুলিচকতো আমি মাৰিবলৈ খেদি ফুৰা নাই। সিহঁতেই ধনিক শ্ৰেণীৰ শোষণৰ নীতি ৰক্ষাৰ্থে দুখীয়া ৰাইজৰ স্বাৰ্থৰক্ষাকাৰী আমাক খেদি ফুৰিছে, আৰু তাৰ বিনিময়তে পুলিচে দৰমহা লৈ আছে। সিহঁতক

ধনিক শ্রেণীৰ ৰাষ্ট্ৰ ৰক্ষাৰ কাৰণে ভাড়া কৰা বাহিনী বুলি ক'ব পৰা যায়। কিন্তু আমি আদৰ্শৰ কাৰণে যুজিছোঁ। ইয়াৰ বিনিময়ত কি লৈছোঁ? সংসাৰ পৰিয়াল বিসৰ্জন দি ইমান কষ্ট নিৰ্য্যাতন সহ্য কৰিও বৰ্তমান ভৱিষ্যতৰ সকলো প্ৰশ্নক বিসৰ্জন দি প্ৰতি মুহূৰ্ত্তেই মৰণৰ লগত কোলাকুলি কৰি আছো। আৰু এই চিপাহী দাৰোগা-হঁতে দুখীয়া শ্ৰেণীৰ, মধ্যবিত্ত শ্ৰেণীৰ ঘৰত জন্ম লৈও সিহঁতৰ শ্ৰেণী শত্ৰুৰ হকেই যুঁজি আছে। গতিকে সিহঁতক বাধা দিবলৈ সঙ্কোচ কৰিলে এই সংগ্ৰাম এৰি থৈ কোনো ধৰ্মীয় প্ৰতিষ্ঠানত যোগদি খোল মৃদঙ্গ লৈ কীৰ্ত্তন গোৱাই ভাল আছিল।"

আমি কমৰেড্ ৰাভাক আৰু অলপ গৰম উঠোৱাৰ কাৰণে "ব্ৰাভো ব্ৰাভো" (সাধু সাধু) বুলি সমৰ্থন জনালোঁ। আমি ঘোষণা কৰিলোঁ,—আজি আমাৰ এই পৰিক্ৰমাৰ প্ৰধান সেনাপতি হৈছে "কমৰেড্ ৰাভা।" কমৰেড্ হৰেণ কলিতাই ক'লে, "আজি ৰাভা, সঁচাকৈয়ে কবিৰ কলম এৰি অন্যায়ৰ মুখামুখি সৈনিক শৃঙ্খলাৰ কঠিন ভাষা তেওঁৰ চকু মুখতে ফুটি উঠিছে"—মই কবি বিবেকানন্দ মুখাৰ্জীৰ ভাষাত গাই উঠিলোঁ,—মোৰ অসমীয়া অনুবাদ—

"এতিয়া কবিতা নহয় কলমৰ আয়ু হ'ল শেষ,
দাণ্ডি ধৰা তৰোৱাল, চোকা তাৰ ধাৰেৰে
লিখি যাম তেজৰ আখৰে অঁকা, কবিতা আমাৰ।"

বিষ্ণু ৰাভাক আমি আত্ম-অহঙ্কাৰ প্ৰকাশ কৰা ইয়াৰ আগতে কেতিয়াও দেখা নাছিলোঁ, কিন্তু আজি ৰাভাই দঢ়াই দঢ়াই ক'লে— "তোমালোকে সম্মুখত আগুৱাব নালাগে, মই যাম, গুলিৰ আগতে মই থিয় হ'ম, মইও চলাম গুলি, মৰিলে মৰিম।" ৰাভাককাইৰ কথাত আমি সকলেই উত্তেজিত হৈ উঠিলোঁ। মই ৰাভাক উদ্দেশ্য কৰি মোৰ লিখা এটি কবিতা গাই শুনালোঁ—

"ৰাভাই আজি আদৰ্শৰ প্ৰেৰণাত সাম্যবাদী দূত,
মাৰ্ক্স-লেনিন সুত, অদম্য নিখুঁত"

কমৰেড্ হৰেণ কলিতাই ক'লে, "কমৰেড্ ৰাভা! দূৰৰ পৰা গুলি মাৰিলে কোনে কাৰ গুলিত মৰিলে বুজা নাযায়। গুলি লগা মানুহজনৰ মৃত্যু যন্ত্ৰণাও দেখা পোৱা নাযায়। নিজেও হত্যা কৰাৰ অপৰাধীৰ মানসিকতাৰ পৰাও কিছু পৰিমাণে ৰেহাই পোৱা যায়। আগৰ যুগৰ দৰে তৰোৱাল, যাঠী দাৰে খুচি বিন্ধি মৰাটো বৰ নৃশংস। সেই অৱস্থাত আপুনি হ'লে কি কৰিব?" ৰাভাই অলপ সমবেদনাৰ হাঁহিৰে ক'লে, "এৰা! বৰ কঠিন প্ৰশ্ন কৰিলে। যাৰ লগত কোনো শত্ৰুতা নাই, আখেজ নাই অচিনা মানুহক দা'ৰে ঘপিয়াই বা যাঠীৰে খুচি মৰা কামটো বৰ বৰ্বৰ, নৃশংস।" এইখিনিও ক'ব লগীয়া যে কমৰেড্ ৰাভাই কোনোদিনেই বন্দুক চলোৱাৰ পৰিস্থিতিৰ সম্মুখীন হ'ব লগীয়া হোৱা নাছিল। ৰাভাই ক'ব ধৰিলে, "আজিৰ যুগৰ আগ্নেয় অস্ত্ৰ আৱিষ্কাৰ হোৱাৰ পিছত বোধকৰো সৰহ ভাগ সৈনিকেই দা বা যাঠীৰে শত্ৰু সৈন্যক বধ কৰাৰ নৃশংস কাৰ্য্য কৰিবলৈ দ্বিধাবোধ কৰিব।" মই অলপ যোগ দি ক'লোঁ, "মাৰ্ক্সবাদী তত্ত্বতে আগ্নেয় অস্ত্ৰ আৱিষ্কাৰৰ পিছতেই মানুহে সভ্য হোৱাৰ কথাকেই কয়। তাৰ আগতে মানুহ বৰ্বৰেই আছিল।" ৰাভাই ক'লে, "বন্দুকৰ বুলেট ইমান বেগে আৰু গৰম অৱস্থাত ফুটি ওলাই যায় যে, মূৰত বা বুকুত বিন্ধিলে মানুহজনে তাৰ মৃত্যু যন্ত্ৰণা গমেই নাপায়।" হৰেণ কলিতাই ক'লে, সভ্যতাৰ বিবৰ্তনৰ বহুবছৰৰ বিৱৰণৰ সিদ্ধান্ত এইটোৱেই।

"আমি খৰকৈ আৰু আগুৱাব পৰা নাই, কিন্তু পুলিচে আমাক ধৰি নিয়াৰ ভয় কমি গ'ল। ইয়াত টৰ্চ জ্বলালেও বিশেষ ভয় নাই। ভীষণ ঘন জংগল। কিন্তু জোঁকৰ উপদ্ৰব বাঢ়ি গ'ল। ভৰিত কেৰাচিন তেল, নিমখ ঘঁহি ল'লোঁ। কিন্তু কিছু পথ যোৱাৰ পিছতেই বোকা পানীত ধুই যাব ধৰিলে। উজনি অসমৰ অৰণ্যৰাজি গোটেই বছৰ ধৰি পানী বোকাত ভৰি থাকে প্ৰায় সৰ্বত্ৰই।

এনেতে বৰষুণ ধুমুহাৰ প্ৰচণ্ড আক্ৰমণ আৰম্ভ হ'ল। বৰষুণৰ

ভাণ্ডৱ ডাণ্ডৱ টোপবিলাকে বন্দুকৰ ছাৰা গুলিৰ দৰে চকু মুখত বিন্ধিব ধৰিলে। ৰতাহৰ বেগে দৈত্যৰ দৰে বিশাল গছবিলাকৰ চুলিৰ মুঠিত ধৰি যেন টানি চোঁচৰাই বগৰাই পেলাই দিয়াৰ বাবে মল্লযুদ্ধ কৰি আছে। ইয়াৰ ওপৰত টেকা মাৰি আকাশৰ বুকু ফালি বিজুলীৰ চোকা শিখাও চকু পুৰি দিয়াৰ প্ৰদৰ্শনী চলি থাকিল। ই যেন "আকাশে, পাতালে, মদাহী, পাগল, যক্ষ দানবৰ হট্টগোল" আমাৰ ভয় লাগিল ধুমুহাৰ কোবত গছবিলাক বাগৰি পৰি আমাৰ মৃত্যুৰ কাৰণ হোৱাটোও বিচিত্ৰ নহয়। অকস্মাৎ মোৰ পৰিহাসত বজ্ৰ বিদ্যুতৰ প্ৰকাণ্ড এখন উজ্জ্বল চোকা তৰোৱালে যেন আকাশৰ কলিজা ফালি পেলালে। পৰমুহূৰ্তেই নিশ্চিদ্ৰ আঁউসীৰ জাৱণিত আমি হেৰাই গ'লোঁ। সম্বিত ঘূৰাই পোৱাৰ আগতেই দিকচক্ৰ কঁপাই অট্টহাহিৰ বিদ্ৰূপে আমাৰ চেতনা লোপ কৰি পেলালে। ভাবিলোঁ মোৰ বাহিৰে আনবিলাকে বিদ্যুৎপৃষ্ঠ হৈ মহাপ্ৰয়াণৰ পথেই ৰাওনা হ'ল নেকি? কাণত আঙুলি দি থিয় হৈ থাকিলোঁ। ভয়ে ভয়ে প্ৰশ্ন কৰিলোঁ, "কমৰেড্ জীয়াই আছেতো?" ৰাভা ককাইৰ গম্ভীৰ মাত শুনিলোঁ, "মইওতো তাকেই সুধিব খুজিছিলোঁ, মোৰ বাহিৰে বাকীকেইজনে হয়তো?" কমৰেড্ হৰেণ কলিতা সূক্ষ্মৰসিক ব্যক্তি—মন্তব্য কৰিলে, "বৰ নিৰ্মম পৰিহাস কৌতুক কৰিলে দেই!" হাঁহি ৰোধ কৰিব নোৱাৰিলে। সেই হাঁহিখিনিও বৰ অসহায় করুণ যেন লাগিল। সকলোৱে যেন ভয় খেদাৰ কাৰণেই হাঁহিব ধৰিছে। কমৰেড্ ৰাভাই সুধিলে—"মোহনলাল! শৰৎ চেটাৰ্জীৰ 'পথেৰ দাবী'ৰ নায়ক সব্যসাচীৰ কথা মনত পৰেনে তোমাৰ?" মই ক'লো, "আমাৰ প্ৰথম অৰণ্যত এই কিতাপখনে এটা ৰোমাণ্টিক বৈপ্লৱিক চিন্তাৰ সৃষ্টি কৰিছিল। আমি সকলোৱে গোপনে লুকাই এই কিতাপখন পঢ়িছিলোঁ।" কমৰেড্ ৰাভাই মোৰ কথা কাঢ়ি লৈ ক'লে—পথেৰ দাবীৰ নায়ক সব্যসাচীয়ে অস্ত্ৰ শস্ত্ৰে সজ্জিত হৈ ঠিক যেন এনেকুৱা ধুমুহা দুৰ্যোগপূৰ্ণ ৰাতিৰ আন্ধাৰত

পুলিচৰ হাতৰ পৰা সাৰি যোৱাৰ কাৰণে এটা গুপ্ত আশ্ৰয়স্থলীৰপৰা ওলাই গৈছিল। ঠিক যেন এনেকুৱা এটা বাতিৰ কথাকেই শৰৎ চন্দ্ৰই কল্পনা কৰি বোধকৰো নায়ক সব্যসাচীক সৃষ্টি কৰিছিল, আৰু সেই বাতিটো আহি দেখা দিলে আজি আমাৰ জীৱনৰ প্ৰত্যক্ষ বাস্তৱৰূপত। পিছে শৰৎ চন্দ্ৰৰ কিতাপখনত এজন সব্যসাচীৰ কথাই আছিল। কিন্তু আজি আমি অনেকেই সব্যসাচী হৈ পৰিছোঁ। ৰাভাককাইৰ মন্তব্যৰ পৰিপূৰক হিচাপে মই উত্তৰ দিলো—"নহয় কমৰেড্! আমাৰ সব্যসাচী আপুনি হ'লেই আমি ভাল পাম, ভৰিৰ তলেদি পানীৰ শ্ৰোত প্ৰবল বেগেৰে বৈ গৈ আছে। এপাল হৰিণা পহু বাম ঠাই বিচাৰি গৈ থাকোতে আমাৰ ওচৰ আহি পাইছিল। আন্ধাৰ আৰু বিপদৰ শঙ্কাত সিহঁতে আমাৰ উপস্থিতি গম ধৰিব পৰা নাছিল। সিহঁতে কৰ্কশভাবে আৰ্তনাদ কৰি বিজুলীৰ গতিৰে পলাই গ'ল। সিহঁতৰ তীক্ষ্ণ চিয়ঁৰ বেচ কিছু সময় ধৰি অৰণ্যৰ নিস্তব্ধতাৰ মাজত প্ৰতিধ্বনিত হৈ তৰঙ্গৰ দৰেই ভাঁহি থাকিল। বজ্ৰ বিদ্যুতৰ প্ৰকোপ কমিলেও বৰষুণ জাক প্ৰবল ভাবেই চলি থাকিল। এখন গাঁৱৰ কমৰেডে ক'লে—"এইদৰে বৰষুণ হৈ থাকিলে কিছু সময়ৰ ভিতৰতেই এক আঁঠু পানী হৈ যাব।" কমৰেডজনে আকৌ ক'লে, "ওখ বাম ঠাই বিচাৰি বনৰীয়া জন্তু-বিলাক দৌৰি ফুৰিব ধৰিছে। চাব দেই কমৰেড্! আকৌ আমাৰ আগত হৰিণা পহু বা গাহৰিৰ পাল বা বনৰজা আহি পৰিব পাৰে। এইবাৰ সুবিধা পালে গুলি মাৰিব দেই।" ৰাভাককায়ে প্ৰতিবাদ কৰি ক'লে, "এইটো ঠিক নহ'ব। ইহঁতে প্ৰাণৰ ভয়ত বাম ঠাই বিচাৰি দৌৰি ফুৰিব ধৰিছে। সিহঁতক মৰা কথাটো বৰ অন্যায় হ'ব।"

এনেতে কিছু নিলগৰ পৰা অৰণ্যৰ গছ-গছনিৰ বুকু ফালি দীঘলীয়া নিনাদ দিক বিদিক কঁপাই ভাঁহি আহিল। কমৰেড্ এজনে ক'লে, "হাতীৰ পালে চিয়ঁৰিছে, অলপ ৰোৱাই ভাল হ'ব।

আকৌ এবাৰ সিহঁতৰ নিনাদ শুনি আগ বাঢ়িব লাগিব। সিহঁতে নিশ্চয় সোঁতৰ বিপৰীত পিনে বাম ঠাই বিচাৰি আহি আছে, গছ-গছনি, লতা-পাত ভাঙি-চিঙি মহতিয়াই আহি আছে। আমাৰ মুখামুখি হৈ যাব পাৰে। আমি দিক পৰিবৰ্তন কৰি সোঁতৰ বিপৰীত পিনেই যাব ধৰিলোঁ। আমাৰ ভৰিবিলাক পিছল বাটেৰে খোজ কঢ়াৰ কাৰণে বিষাব ধৰিছে—আৰু যেন টানি নিব পৰা নাই। বৰষুণ কমি আহিলেও মেঘৰ ডম্বৰু নিনাদ তেতিয়াও হৈ আছে। আমাৰ গতিৰ বিৰাম নাই। হৰেণ কলিতাই এজন পথপ্ৰদৰ্শক ডেকা কমৰেডক সুধিলে, "আৰু কিমান যাব লাগিব হে, এই বনৰ পৰা ওলাব পাৰিম কেতিয়া?" ডেকা কমৰেডজনে ক'লে, "যদি দিক ভুল হোৱা নাই তেন্তে আৰু দুই ঘণ্টামান সময় লাগিব পাৰে।" আমি একো নোখোৱাকৈ ৰাওনা হৈছিলোঁ, তিতি বুৰি অৱসন্ন হৈ পৰিছো। দেহৰ পেশীবিলাক অৱশ হৈ যাব ধৰিছে। এডোখৰ শুকান ঠাই নাই য'ত অলপ জিৰণি ল'ব পাৰো।

এনেতে হঠাৎ আমাৰ পৰা অলপ নিলগতেই টৰ্চৰ পোহৰ দেখা পালোঁ। মানুহৰ মাতৰ দৰেও যেন শুনা গ'ল। আমি তৎক্ষণাৎ জাপ মাৰি ডাঙৰ গছৰ আঁৰত লুকাই থাকি অৱস্থাটো বুজাৰ চেষ্টা কৰিলোঁ। মই, কমৰেড্ ৰাভা, হৰেণ কলিতাই এডাল গছৰ আঁৰত লুকাই উশাহ ল'ব নোৱাৰা একাগ্ৰতাৰে অৱস্থাটো বুজাৰ চেষ্টা কৰিব ধৰিলোঁ। ইমান ভৰ নিশাও দুৰ্যোগৰ বতৰত গভীৰ অৰণ্যত কাৰ টৰ্চ হ'ব পাৰে। হয়তো আমাৰেই আন এটা দল। কাৰণ পুলিচে ইমান বৰষুণত আমাক বিচাৰি অহা নাই; কিজানি আৰু কোনো ঠাইত পুলিচৰ অভিযানত খেদা খাই আমাৰ কমৰেড্-বিলাকেই পলাই আহি জংগলত আশ্ৰয় লৈছে। তেনেহ'লে আমি কোনপিনে আগ বাঢ়িম? কোনোবা ধৰা পৰিল নেকি, মাৰ পিটনৰ কোবত যদি কিবাকিবি কৈ পেলায়? বৰকৈ চিন্তাত পৰিলোঁ। যি কি হওক আমি দৃঢ়তাৰে প্ৰতিৰোধ কৰিম বুলি সাজু হলোঁ।

আমি গছৰ আঁৰত থিয় হৈ ষ্টেনগান, পিস্তল, হাতবোমা লৈ প্ৰস্তুত হৈ থাকিলোঁ। হৰেণ কলিতাই সাৱধান কৰি দি ক'লে, "দেখিব হঠাতে যেন গুলি নচলায়, কাৰণ আমাৰ কমৰেডবিলাকে কোনে যে ক'ত লুকাই আছে ক'ব নোৱাৰোঁ।" মই ক'লোঁ, "আপোনালোকে মনে মনে থিয় হৈ অপেক্ষা কৰি থাকক, মই আগুৱাই গৈ বিচাৰোঁ আমাৰ লগত অহা কমৰেড্ দুজনে ক'ত লুকালে ?" মই হাতত ষ্টেনগান লৈ সম্মুখপিনে হালি পৰি সাৱধানে যাব ধৰিলোঁ। মোৰ হাততে টৰ্চ আছে কিন্তু জ্বলাবলৈ সাহস হোৱা নাই। মই অলপ দূৰতেই আকৌ টৰ্চৰ পোহৰ দেখা পালোঁ। টৰ্চৰ পোহৰত বুজিব পাৰিলে। এজন ধুতি পিন্ধা মানুহ। ভাবিলোঁ আমাৰ কমৰেড্ কেইজন হ'ব পাৰে। মই সাহস কৰি মিহি মাতেৰে মাতিলোঁ, "কোন তোষেশ্বৰ নেকি ?" লগে লগেই জবাব পালোঁ, "নহয় মই লম্বোদৰ, তোষেশ্বৰতো আমাৰ লগত অহা নাই।" মই আকৌ সুধিলো, "তুমি কোন ?" মানুহজন মোৰ ওচৰতেই থিয় হৈ থকা যেন লাগিল। মই আকৌ সুধিলোঁ—"কিয় তোষেশ্বৰ, অনিলহঁতে কোনপিনে গ'ল ?" মানুহজনে জাপ মাৰি মোৰ ওচৰ চাপি আহি টৰ্চ জ্বলাই চালে, মই তৎক্ষণাত ষ্টেনগান টোঁৱাই মানুহজনক সাৱধান কৰিলোঁ,—"কোৱা তুমি কোন, নহ'লে মই ষ্টেনগানেৰে গুলি চলাম, পলাই নাযাবা।" ল'ৰাজনে হাঁহি সুধিলে—"আপুনি কমৰেড্ মজুমদাৰ মাষ্টাৰ নহয় জানো ?" মই অলপ ইতঃস্তত কৰি ক'লোঁ, "হয় ঠিকেই কৈছা, তুমি ক'ৰ পৰা আহি ওলালা, কি নাম তোমাৰ ?" মোৰ কথাৰ জবাব দিয়াৰ আগতেই আৰু কেইজন ল'ৰাৰ মাত শুনিলোঁ মোক সম্বোধন কৰি কৈছে, "কমৰেড্! আমি তেতেলীগুৰিৰ পৰা আহি আছোঁ, আপোনালোকে কোনপিনৰ পৰা আহি আছে ?" মই জনালো কথাটো, সিহঁতে ক'লে "আমি আপোনালোকে এৰি থৈ অহা গাঁওখনলৈ যাব ধৰিছিলোঁ।" মই, হৰেণ কলিতা, বাস্তা আৰু আমাৰ কমৰেড্ দুজনক মাতি আনিলো।

তাৰ পিছতে দুইপক্ষই আত্মঘাতী যুদ্ধৰ পৰা বাচি যোৱাৰ বাবে প্ৰত্যেকে প্ৰত্যেকক আলিঙ্গনেৰে আবদ্ধ কৰি বৰ সন্তোষ পালোঁ।

গোটেই ৰাতিৰ ইমান দুখ কষ্ট আৰু লোমহৰ্ষক বিপদৰ পৰা ৰক্ষা পাইও আমাৰ দুখ কষ্টৰ ওৰ নপৰিল। কাৰণ যিখন গাঁওত গৈ বিশ্ৰাম লভাৰ আশা কৰিছিলোঁ সেই গাঁওখনৰ পৰা কিছুদূৰত এদল ম'হ গোৱালক ডকাইতি কৰাৰ বাবে পুলিচ আহি তিনিজনক ধৰি নিছে। কমিউনিষ্টবিলাকক বিচাৰি আছে। যদিও এই ডকাইতিটো কোনো গাঁওলীয়া ডকাইতৰ কাম বুলিহে সন্দেহ কৰিছে পুলিচে। গতিকে গাঁওখনত পুলিচৰ গতি বিধি বাঢ়ি যাব। ৰাইজে ভয় খাই আছে। তাত আমাৰ যোৱা ঠিক নহ'ব। ইয়াৰ পৰা পাঁচ মাইলমান গ'লে আৰু এখন আমাৰ সংগঠিত ভাল গাঁওলৈকেহে যাব লাগিব। ৰাতিৰ আন্ধাৰ তেতিয়াও মাৰ যোৱা নাই। আমি আকৌ বোকা পানী খচি হাবিয়ে বননিয়ে আশ্ৰয়ৰ বাবে খোজ মেলিলোঁ।

## "এটি মৰণ আলিঙ্গনৰ পৰা ৰেহাই"

আমাৰ আত্মগোপন কৰি থকাৰ জীৱনত আকস্মিক মাৰাত্মক ঘটনাৰ সম্মুখীন হৈছিলোঁ অনেকবাৰ। কিন্তু স্থিৰবুদ্ধি সাহস আৰু ধৈৰ্য্যৰ সহায়ত আমি জীৱন মৰণৰ সন্ধিক্ষণত থিয় হৈও প্ৰাণে বাঁচি তেনেকুৱা আৰু এটি প্ৰাকৃতিক আকস্মিক মৃত্যু আলিঙ্গনৰ পৰা সাৰি যাব পাৰিছিলোঁ, কেৱল মাথো পূৰ্বৰ পৰা সাৱধানতা অৱলম্বনৰ বাবেই।

এই ঘটনাত বিষ্ণুৰাভা, মই আৰু তিনিজন কমৰেডৰ জীৱনৰ সংশয় হৈছিল। শিৱসাগৰৰ ডিমৌৰ চাৰিআলিৰ পৰা প্ৰায় বাৰ

মাইল দূৰত এখন সোণোৱাল গাঁওত ৰাতিৰ আহাৰ কৰি লৈ নিৰা-পদ ঠাইত ৰাতি কটোৱাৰ বাবে এখন প্ৰকাণ্ড ডাঙৰ ধাননি পথাৰৰ মাজেদি তিনিজন গাঁওৰ কমৰেডক লগত লৈ আমি গৈ আছিলোঁ। পথাৰৰ ধানৰ পুলিবিলাক সাৰুৱা মাটিত হোৱাৰ কাৰণে মস্ত ডাঙৰ হৈ উঠিছে। গতিকে অলপ তলমূৰকৈ গ'লে ধান পুলিৰ আঁৰত লুকাই গুচি যাব পৰা যায়। তলত পানী থকাৰ কাৰণে দীঘলীয়া পৰিক্ৰমা কষ্টসাধ্য হলেও গোপনে অহা যোৱাৰ কাৰণে আদৰ্শ ক্ষেত্ৰ আছিল। আমি পথাৰৰ সিপাৰৰ গাঁওখনত আশ্ৰয় লোৱাৰ কাৰণে গৈ থাকিলোঁ। সামান্য জোনাকৰ পোহৰত আমাক দূৰৈৰ পৰা মণিব নোৱাৰি। কিন্তু আমাৰ দিশ ঠিক ৰাখি যোৱাৰ অসুবিধা নহয়। বৰষুণ আহিল, ক্ৰমে বেগ বাঢ়িব ধৰিলে। আকাশত বজ্ৰ বিদ্যুতৰ ৰাজত্ব আৰম্ভ হ'ল। আমাৰ লগত দুটা ছাতি আছিল। কাপোৰৰ টোপোলাবিলাক তাৰ তলত ৰাখি কোনোমতে বচোৱাৰ চেষ্টা কৰিলোঁ। কমৰেড্ ৰাভাই সাৱধান কৰি ক'লে, "লোহাৰ নাল লগোৱা ছাতি দুটা মূৰৰ পৰা নমাই লৈ জাপি লোৱা, নহ'লে ইমান বহল পথাৰত আমাৰ মূৰৰ ওপৰত উঠি থকা লোহাৰ নাল-বিলাকেই বিদ্যুতক আকৰ্ষণ কৰি আমাৰ মৃত্যু ঘটাব পাৰে। মইও সমৰ্থন জনাই ক'লো, "প্ৰতিবছৰেই বাৰিষাৰ সময়ত খেতিয়কে পথাৰত খেতিৰ কাম কৰি থকা অৱস্থাত বজ্ৰপাতত প্ৰাণান্ত হৈ থাকে। কাৰণ মুকলি পথাৰত কাম কৰা মানুহৰ মূৰবিলাকেই ওখ হৈ থাকে।" ভৰিত জেঁাকৰ আক্ৰমণ, সাপে খোটাৰ ভয়, আকাশত অশনিৰ মৃত্যু সংকেতৰ গাজনিৰ মাজেদি আমি ছজন প্ৰাণী আগুৱাই আছোঁ।

অকস্মাতে বিজুলীৰ হিংস্ৰ পোহৰে দিক বিদিক প্ৰজ্বলিত কৰি তুলিলে। চকুৰ আগতেই দেখা পালোঁ এটা ডাঙৰ 'উই হাফলু'। আকৌ বিদ্যুতৰ দীপ্ত পোহৰত দেখিলোঁ উই হাফলুৰ পৰা কিছুদূৰত এটা খেৰৰ এচালিয়া টঙি চাংঘৰ। সেই গাঁৱৰ গণেশ লাহনে ক'লে,

"বলক আজি ৰাতিটো টঙিঘৰটোতেই থাকিব পৰা যাব। কথাটো খুবেই যুগুত যেন লাগিল। টঙিঘৰটোৰ বাঁহৰ চাংখন আমাৰ ছয়-জনৰ বাবে অলপ ঠেক হ'লেও কোনোমতে থাকিব পৰা হ'ব। পানীৰ পৰা প্ৰায় দুই ফুট ওপৰত চাংখন। তাত বাগৰি থাকিলে পথাৰৰ মাজেদি গৈ থকা আন মানুহে আমাৰ অস্তিত্বকে ধৰিব নোৱাৰিব। ৰাভাককাইয়ে কাব্য কৰাৰ সুৰত ক'লে—"বোলা নীলাঞ্জনৰ বুকুত এনেকুৱা এটি চেনেহীয়া পৰশেৰে সজা 'লখিমী ৰক্ষাৰ দুৰ্গ' আমাৰ দ্বাৰাই উদ্বোধন কৰা হ'ব।" আমি ৰাভাৰ কথাত বৰ আনন্দেৰে চাংখনৰ ওপৰত উঠি বহিলোঁ। আমাৰ ছ'জনৰ ভৰত চাংখন লৰি থাকিল। খুব সাৱধানে লৰা চৰা কৰি নিজৰ নিজৰ ধোচা-কম্বল-চাদৰ পাৰি অস্ত্ৰবোৰ চাঙৰ পৰা ওলাই থকা বাঁহৰ তলৰ পিনে ওলোমাই থলোঁ।।

আকাশত বিদ্যুতৰ লেলিহান শিখা সাপৰ দৰেই খেলি আছে। বিৰাম নাই, বসুমতীক ধৰ্ষণ কৰাৰ বাবে উল্লাসত প্ৰমত্ত হৈ পৰিছে যেন। কমৰেড্ বিষ্ণুৰাভাই কিন্তু তেখেতৰ জ্যেষ্ঠতৰ দায়িত্ববোধ পাহৰা নাই। তেখেতে কমৰেড্ স্বৰ্গীয়াৰীক ক'লে, ছাতি দুটা আৰু টৰ্চটো লৈ যোৱা সৌ হাফলুটোৰ ওপৰত থিয় কৈ পুতি থৈ আহা। ছাতিটোৰ হেণ্ডেলটো যেন ওপৰমুৱাকৈ থাকে। এতিয়াই যোৱা পলম নকৰিবা। সেই দুটাই আমাক বচাই দিব পাৰে। আমি বাগৰ দিলোঁ। চাৰিওপিনৰ ওখ ধাননিৰ জেওৰাই আমাক ঘেৰি থৈ অস্তিত্ব বুজিব নোৱাৰা কৰি পেলালে। বতাহৰ প্ৰাবল্যত ধানৰ পুলিবিলাক সৰ্বশক্তিৰে থিয় হৈ থকাৰ বাবে সম্মিলিত প্ৰয়াস চলাই থাকিল। সোঁ সোঁ শব্দেৰে বতাহে ৰাতিক জগাই ৰাখিছে। বৰষুণৰ টোপালবিলাকে কাষত শুই থকা কমৰেড্ দুজনৰ ওপৰত চেঁচা মৰম সানি আছে। স্বৰ্গীয়াৰীয়ে ছাতিটোক উই হাফলুৰ ওপৰত পুতি থৈ টৰ্চটো ছাতিৰ ভিতৰত সুমাই থৈ আহি চাঙত উঠি বহিল।

ঠিক হ'ল ৰাত্তিটো এজনকৈ জাগি থাকি পহৰা দিব লাগিব দুই ঘণ্টাকৈ। সকলোৱে ভাগৰি আছিল গতিকে অলপ পিছতেই মই টোপনিত আচ্ছন্ন হৈ পৰিলোঁ। স্বৰ্গীয়াৰীয়ে চাঙখনৰ শেষ সীমাত উঁই হাফলুটোৰ পিনে পিঠি দি শুই পৰিল। এজনৰ ৰাতি পহৰাৰ পাল শেষ হ'ল। ৰূপ গগৈয়ে টোপনিৰ পৰা উঠি পহৰা দিব ধৰিলে। আমি বাকী কেইজনে টোপনিত আচ্ছন্ন। এনেতে হঠাৎ মই যেন গম পালোঁ গণেশ লাহনে মোৰ ওপৰত বাগৰি পৰিছে। মোৰ টোপনি ভাঙি গ'ল। চাঙৰ এক কাষত শুই থকা স্বৰ্গীয়াৰীয়ে "আই ঐ মোৰ পিঠি পুৰি গ'ল" বুলি জাপ মাৰি উঠি বহিল। স্বৰ্গীয়াৰীয়ে দুই হাতেৰে পিঠিত চাপৰ মাৰিব ধৰিলে। চোলা খুলিব গৈ ফালি গ'ল যেন লাগিল। এনেতে আকাশৰ পৰা প্ৰচণ্ড শব্দেৰে মেঘৰ গৰ্জনে আমাক কঁপাই দিলে। গণেশ লাহনে সম্বিত ঘূৰাই পাই ক'লে,—ভীষণ বজ্ৰপাতৰ পোহৰে তাক বেহুচ কৰি পেলাইছিল। তাৰ চকু তেতিয়াও পুৰি আছে ভালকৈ মেলিব পৰা নাই। স্বৰ্গীয়াৰীৰ পিঠিত দিয়াচলাই জ্বলাই চাই দেখিলোঁ তাৰ পিঠিটো ৰঙা হৈ আছে, পুৰি আছে। চোলাটোৰো প্ৰায় পুৰি যোৱাৰ দৰে হৈ গৈছিল। গণেশক সুধিলোঁ তুমি বিজুলীৰ চমক কোনপিনৰ পৰা দেখিছিলা? সি জনালে তাৰ বাওঁফালৰ পৰা বিজুলীৰ শলা যেন নামি আহিল, যদিও পোহৰটো চাৰিওপিনেই বিয়পি গৈছিল। তেতিয়াই সি অচেতন হৈ বাগৰি পৰিছিল। পিছত আকৌ মেঘৰ গৰ্জনত চেতনা ঘূৰাই পালে।

আমি মৰণৰ পৰা বাঁচি যোৱাৰ বাবে কিছু সময় স্তব্ধ হৈ বহি থাকিলোঁ। ৰাভাককায়ে মন্তব্য কৰিলে—"খি হৈছে, ছাতি দুটাৰ লোহাৰ নালে আৰু টৰ্চৰ বেটাৰীয়ে উঁই হাফলুৰ পৰা আমাক আজি বচাই থৈ গ'ল নিশ্চয়। ডিম্বেশ্বৰক ক'লে অলপ পিছতে উঁই হাফলুটো চাই আহিবা। ছাতি দুটা আৰু টৰ্চটো বোধকৰো পুৰি গৈছে। স্বৰ্গীয়াৰীৰ পিঠিত আমাৰ লগত থকা মলম লগাই দিলোঁ। "ত্ৰাহি

ত্ৰাহি” শব্দ উচ্চাৰণ কৰি আকৌ শুই পৰিলো। স্বৰ্গীয়াবীয়ে পিঠি ওপৰমুৱাকৈ বাগৰি থাকিল। আৰু কাৰো টোপনি নাহিল। মই অলপ প্ৰেৰণা যোগোৱাৰ বাবে ক'লোঁ, “এই সময়ত অলপ গৰম চাহ খাব পালে বৰ ভাল পালোঁ হয়। ...লাহে লাহে দিনৰ পোহৰে চকু মেলি চাব ধৰিলে। ডিম্বেশ্বৰে উঠি গৈ উই হাফলুৰ ওচৰ পাই চিঞৰি উঠিল—“ছাতি দুটা পুৰি শেষ, টৰ্চটো পুৰি ক'লা হৈ বেঁকা হৈ পৰি আছে। হাফলুৰ মাটিখিনিও পুৰি গৈছে।” ৰাভা ককাইয়ে বাওঁ হাতৰ নাড়ী টিপি ধৰি ঘোষণা কৰিলে,—“নাই আমি মৰা নাই, জীয়াই আছোঁ কোনো সন্দেহ নাই।” মই বাকী কেইজনৰ নাড়ী চাবলৈ কলোঁ। জীয়াই থকা কথাটো খাটাংকৈ বুজিব লাগিব! ডিম্বেশ্বৰে ছাতি দুটা আৰু টৰ্চৰ কঙ্কালটো লৈ আহিল। সেই তিনিটাক আমি শ্বহীদৰ সন্মানেৰে ভূষিত কৰি পানীৰ তলত সমাধিস্থ কৰি দিলোঁ। হৰেণ কলিতাই ক'লে, “আজি কমৰেড্ ৰাভাৰ নিৰ্ভুল সিদ্ধান্তৰ কাৰণে আমাৰ জীৱন ৰক্ষা পালে, তাৰ বাবে ৰাভাককাই জিন্দাবাদ, জিন্দাবাদ।” বনবাসী জীৱনৰ দুখ কষ্টৰ মাজত আমি এইদৰেই হাঁহি কৌতুকৰ মাজেদিয়ে বৈচিত্ৰ্য লাভৰ প্ৰয়াস কৰিছিলোঁ।

## বিষ্ণু ৰাভাৰ এটি অজ্ঞাত অন্তৰ্ধান

আমি ৰাতিৰ ৰোমাঞ্চকৰ পৰিক্ৰমা অতিক্ৰম কৰি সেই বনাঞ্চলৰ বিপৰীত প্ৰান্তত থকা আমাৰ এখন অতি বিশ্বস্ত গাঁওত ৰাতি পুৱাতেই উপস্থিত হলোঁ। গাঁওবাসী সকলোৱেই অৱস্থাসম্পন্ন খেতিয়ক। সকলোৱেই বেচ শিক্ষিত। আৰু ৰাজনীতিৰ বিষয়েও কিছু জ্ঞান থকা ব্যক্তিও আছে। আমাক যথেষ্ট মৰম যত্ন কৰি

আশ্ৰয় দিছিল। আমি স্থিৰ কৰিলোঁ অন্ততঃ কেইদিনমান বিশ্ৰাম ল'ব পাৰিম। চাৰিওপিনেই মুকলি পথাৰ। দূৰৰ পৰাই বুজিব পৰা যায় শত্ৰু মিত্ৰৰ আগমন নিৰ্গমন। গতিকে আমিও নিৰাপদ।

যি ঘৰত সোমালোঁ তেওঁলোক ছুই ভাই ককাই। দেখনিয়াৰ চেহেৰাৰ মানুহ। নাৰী পুৰুষ নিৰ্বিশেষেই সুন্দৰ শুৱনি কল্যাণ কল্যাণীয়া মূৰ্ত্তিৰ মাধুৰ্য্য প্ৰকাশ কৰিছে। আমাৰ পৰিক্ৰমা আৰু নিশাৰ ক্লান্তিৰ কথা শুনি ভালদৰেই খোৱালোৱাৰ ব্যৱস্থা কৰিব ধৰিলে। কমৰেড্ ৰাভাৰ লগত এজন ডেকা কমৰেডক থৈ মই আৰু হৰেণ কলিতাই গাঁওখনৰ পৰা অলপ দূৰৈত থকা আৰু এঘৰত গৈ আমি থৈ অহা কিছু বস্তুৰ খবৰ কৰিবলৈ আহিলোঁ।

বহুদিনৰ মূৰত লগ পাই গিৰিহঁতে আমাক এৰি নিদি তাতেই খুৱাই ৰাখি বিশ্ৰামৰ ব্যৱস্থা কৰি দিলে। আমি বিয়লি তিনিটামান বজাত ঘূৰি আহিব ধৰিছো, এনেতে পিস্তল ফুটোৱাৰ শব্দ শুনি থমকি ৰলোঁ। তাৰ পিছত আগুৱাই ৰাভাককাইক থৈ যোৱা ঘৰখনৰ চোতালত আহি ওলালেঁা। চোতালখন ডাঙৰ, ঘৰৰ ভিতৰৰ পৰা তিৰোতা মানুহৰ গালি-শপনিৰে কান্দি থকা মাত শুনিবলৈ পালোঁ। কোনো কথা বুজাৰ আগতেই চোতালখনৰ আন মূৰৰ হাবিৰ পৰা ঘৰৰ প্ৰধান গিৰিজনাক হাতত পিস্তল ধৰি ওলাই অহা দেখি আচৰিত হৈ সোধাৰ উপক্ৰম কৰাৰ সুযোগ নাপালোঁ। মানুহজনৰ মুখখন খঙতে ৰঙা হৈ পৰিছে, সেই অৱস্থাত হাতত পিস্তল দেখি আমি ভয় পালোঁ। বুজিলোঁ পিস্তলটো তেঁৱেই ফুটাইছে,—"কিজানি খঙৰ ভমকত আমালৈ মাৰি পঠিয়ায় নেকি?" আমাৰ শঙ্কা লক্ষ্য কৰি মানুহজনে গৰ্ গৰাই উঠি ক'লে, "ভয় নাই আপোনালোকক নামাৰো, মই পিস্তল চলাব নাজানো বুলিয়েই আপোনালোকৰ ডাঙৰ মানুহজনে বাচি গ'ল। নহলে—তাক আৰু দেহাটো লৈ যাবই নিদিলোঁ হয়। আমি ৰাভাক দেখা নাপাই বুজিলোঁ মানুহজনে ৰাভাক গুলি মাৰিছিল, ৰাভাই পলাই সাৰিলে



৬

নহলে সর্বনাশ হ'লহেঁতেন। কিজানি পিস্তলটো ঘূৰাই নিদিয়ে? কিন্তু আমি একো কথা কোৱাৰ সাহসেই নাপালোঁ। কিজানি খঙতে আকৌ,...... .....? ৰাভাই নিশ্চয় কোনো অন্যায় কাম কৰিছে ; নহলে ইমান ভাল মানুহজনে............?

মানুহজনে ঘৰৰ ভিতৰৰ পৰা আমাৰ আৰু বিষ্ণু ৰাভাৰ টোপোলাবিলাক আনি আমাৰ হাতত দি ক'লে "আপোনালোক গুচি য'ক, দেৰী নকৰিব, কিয়নো গুলিৰ শব্দ শুনি গাঁৱৰ ম'নুহ আহি পাবহি। কথাটো মই আৰু পাতিবই নোখোজো। আপোনা-লোকে আৰু ইয়ালৈ নহাই ভাল", ইয়াৰ আগতে আমি বিদায় লোৱাৰ সময়ত ঘৰৰ মানুহজনীয়ে আমাক আদৰি বিদায় জনাইছিল ; সেই অমায়িক মহিলা গৰাকী আজি ওলাই নাহিল... .....! "আমি আহিলোঁ, আমাক ক্ষমা কৰিব", বুলি আমি লাহে লাহে গুচি যোৱাৰ বাবে খোজ লওঁতে মানুহজনে আমাৰ পিস্তলটো ঘূৰাই দি ক'লে "আপোনালোকৰ বস্তু নাৰাখোঁ, যি কামৰ বাবে এই বস্তুবোৰ আনিছে সেই কামতেই লগাওক, আজি মই বেলেগ কামতে লগাব খুজিছিলোঁ, এতিয়া আপোনালোকে আহক। মই এটা গুলি ফুটাইছো মাত্র। ভাগ্য ভাল মানুজনৰ গাত নালাগিল।

তাৰ পৰা প্ৰায় বিশ মাইল মান দূৰৰ এখন গাঁওত আমি ৰাভাক দুদিন পিছত বিচাৰি পাইছিলোঁ। বহুদিন আমি সেই গাঁৱলৈকো যোৱা নাছিলোঁ। ৰাভাই যি পিস্তলটো এৰি থৈ আহিছিল সেই বিষয়ে তেওঁ এষাৰ কথাও আমাৰ আগত উলিওৱা নাছিল বা দুদিন আগতে যে তেওঁ মাৰাত্মক পৰিণামৰ গ্ৰাসৰ পৰা জীৱনলৈ ঘাঁটি আহিব পাৰিছিল সেই বিষয়েও এটা কথাও পতাৰ আগ্ৰহ নেদেখুৱালে। নিৰ্বিকাৰ নিশ্চিন্ততাৰ প্ৰাণবন্ত পুৰুষৰ দৰেই বিৰাজ কৰি থাকিল।

কমৰেড্ ৰাভাই বনবাসী জীৱনৰ কঠিন শৃঙ্খলাৰ বন্ধনত এপিনে বায়োলজীৰ অদম্য দাহনত জৰ্জ্জৰিত, আন পিনে সামাজিক অনু-

শাসনৰ সুসভ্য নিয়ণন্ত্ৰৰ অবদমনত নিৰ্য্যাতিত হৈ আছিল। এই দুই দ্বন্দৰ প্ৰান্তবিন্দুৰ মাজত ৰাভাই ভুলি থকা এটি অসহিষ্ণু অতৃপ্ত সত্বা নিষ্ঠুৰ পীড়নত দলিত দ্ৰাক্ষাৰসৰ দৰেই তৃষ্ণা ৰঙীন হৈ আছিল। ৰাভাৰ যৌৱনৰ সূচনাতেই নাৰীৰূপৰ বিবসা লাবণ্যৰ যি মোহনীয়া আবেদন দেখিবলৈ পাইছিল তেওঁৰ প্ৰথমা পত্নীৰ লাজনম্ৰা মূৰ্ত্তিৰ আত্মসমৰ্পনৰ পৰিতৃপ্তিৰ মাজেদি তাক আকণ্ঠ আহৰণৰ অতৃপ্ত অৰণ্যত বিষ্ণু ৰাভাই যেন মৃগয়াভিলাষী দুষ্মন্তৰ দৰেই প্ৰণয় বিগ্ৰহৰ অন্বেষণৰ তীৰ্থ যাত্ৰী হৈ পৰিছিল।

সেই কাৰণেই বৈষ্ণৱ কবি বিদ্যাপতি ৰচিত যুবহৃদয়ৰ চিৰন্তন বাসনাৰ সতৃষ্ণ আবেদনত ইমান মোহিত হৈছিল বিষ্ণু ৰাভাই, বিদ্যাপতিৰ ভুবন বিখ্যাত কবিতাৰ দুটি বাক্য'—

"লাখ লাখ যুগ হিয়ে হিয়া ৰাখলু
তবু হিয়া মোৰ জুড়ান না গেল—
লাখ লাখ যুগ ওৰূপ নেহাৰিলু
কভু নয়ন না তিৰপিত ভেল!"

ৰবীন্দ্ৰনাথৰ এটি কবিতাৰ স্মৰণত ৰাভাৰ মন উদ্বেলিত হৈ উঠে

"শুধু বিধাতাৰ সৃষ্টি নহ তুমি নাৰী
পুৰুষ গঢ়েছে তোমায় সৌন্দৰ্য্য সঞ্চাৰী"

ৰাভাই সৌন্দৰ্য্য সঞ্চাৰী লেখিলে—

"নাহৰ ফুলে নুশুৱায়, টগৰ ফুলে শুৱাব
টগৰ ফুলে নুশুৱায়, কপৌ ফুলে শুৱাব"

বিষ্ণুৰাভাৰ সমূহ প্ৰতিভা মনীষাৰ সমান্তৰাল গতিবেগত তেওঁৰ যৌৱনৰ উচ্ছল তৰঙ্গ নিজৰাৰ দৰেই প্ৰবাহিত হৈ আছিল। দলিত শ্ৰেণীৰ অশ্ৰুৰ মাজত জিলিকি থকা ৰত্ন-হীৰাৰ ৰশ্মিত ক্ৰোধাগ্নি অন্বেষণ কৰি আছিল ৰাভাই। ধনতান্ত্ৰিক ব্যাধিগ্ৰস্ত বিশ্বত নৱ-জাতকৰ জন্মৰ বেদনাসঙ্কেত শুনা ব্যক্তি আছিল বিষ্ণু ৰাভা। সেই জন্মবেদনাৰ মাজত ন সৃষ্টিৰ সঙ্গীতৰ আহ্বান শুনিছিল তেওঁ। ৰাভা

আছিল সেই সঙ্গীতৰ প্ৰকাশকাৰী ব্যক্তি। কিন্তু দিক্ দৰ্শনৰ দিশাৰী হ'ব পৰা নাছিল। আদেশ দিয়া নিৰ্দেশক নিয়ন্তা নাছিল। দীঘলীয়া লীয়া শ্ৰেণীসংগ্ৰামৰ বাস্তবায়িত নেতৃত্ব নিজে স্বকীয়াকৈ পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰাত অনাগ্ৰহী ব্যক্তি আছিল বিষ্ণুৰাভা। পাৰ্টিৰ গুৰুত্বপূৰ্ণ মিটিংবিলাকত সিদ্ধান্ত লোৱাৰ বাবেও তেওঁ মতামতৰ বৰঙণি আগ বঢ়োৱা তকৈ মিটিঙৰ সমূহীয়া সিদ্ধান্তক সমৰ্থন জনাই মানি চলাৰ নিয়মানুবৰ্তিতা নিষ্ঠাৰেই পালন কৰাৰ পক্ষপাতি আছিল তেওঁ। গণসংগঠন নিজে গঢ়ি তোলাতকৈ ৰাইজৰ মাজত সাম্যবাদৰ তৰঙ্গ প্ৰচাৰক হৈ নিপুণ ভাষণ শিল্পীৰূপে যোগ্যতাৰেই সম্পন্ন কৰি গৈছিল ৰাভাই। ঠিকমতে কবলৈ গলে তেওঁৰ সাবজেক্টিভ কলাৰ অভাব আছিল। ক্ষেত্ৰগতভাবে নেতৃত্বৰ ভূমিকা পালনৰ নিয়ামক তেওঁ হব পৰা নাছিল। ৰাজনীতিত তেওঁ সদায় এজন "নবীন আগন্তুকৰ" দৰেই ৰৈ গৈছিল। এইটোৱেই ৰাভা চৰিত্ৰৰ স্বাভাবিক বিকৰ্ষণ দেখা গৈছিল। তাত্বিক আলোচনাতকৈ সহজ সৰলভাবে সাম্যবাদৰ আবেদন প্ৰচাৰ কাৰ্য্যত আগ্ৰহশীল আছিল।

উল্লিখিত চাৰিত্ৰিক বৈশিষ্ট্যৰ গৰ্ভতেই ৰাভাৰ অপূৰ্ণতা অসমাপ্তি বন্দী হৈ আছিল। আচলতে ৰাভাৰ চৰিত্ৰৰ মৌলিক উপাদান বহল মানবিকবাদৰ প্ৰেৰণা, আবেদনৰ প্ৰতি সমাহীত উদ্ধীবিত আছিল। ৰাজনৈতিক দলৰ আৰু তাৰ গণসংগঠন গঢ়ি তোলাৰ বাবে সমূহ ৰাইজৰ মাজত বিভিন্ন শ্ৰেণীৰ, গোষ্ঠীৰ শোষণৰ ক্ৰিয়া কলাপৰ প্ৰতি সজাগ দৃষ্টি ৰাখি তাৰ অনুধাবন, বিশ্লেষণ কৰি প্ৰতিবোধৰ বাবে কুটিল, জটিল, সৰ্পিল নীতি কৌশল অবলম্বনৰ আৱশ্যকীয় মানসিক ধৈৰ্য্য, অধ্যবসায়, প্ৰণালীবদ্ধ ধাৰাবাহিক অধ্যয়নৰ গধুৰ বোজা বহন কৰাত আগ্ৰহহীনতাই দেখা গৈছিল বিষ্ণু ৰাভাৰ চৰিত্ৰত, এইটো বোধকৰোঁ তেওঁৰ জনজাতীয় চৰিত্ৰৰ বৈশিষ্ট্য আছিল।

## "বিষ্ণুৰাভাৰ পক্ষে উজনি অসমত থকা অসম্ভৱ হৈ পৰিল"

উল্লিখিত ঘটনাৰ দৰে চাৰিত্ৰিক বিশৃংখলাৰ আৰু কেইটামান কাৰ্য্যৰ বাবে ৰাভাক উজনি অসমত ৰখাটো সমীচিন নহ'ব ভাবি নামনিলৈ নিয়াৰ কথা স্থিৰ হ'ল। পুলিচ বাহিনীৰ আক্ৰমণও বাঢ়ি যোৱাৰ কাৰণে আমাৰ আত্মগোপন কৰাৰ ঠাইবিলাকও সঙ্কুচিত হৈ যাব ধৰিলে। কমৰেড্ ৰাভাক অনাতপলমেই উজনি অসমৰ পৰা নামনিলৈ স্থানান্তৰিত কৰাৰ প্ৰশ্নটো ঘাইকৈ দুৰূহ কাৰ্য্যৰূপে দেখা দিলে। সেই সময়ত কমৰেড্ ৰাভা প্ৰমুখ্যে খগেন বৰবৰুৱা, মোৰ, ডাঃ জ্যোতিৰ্ময় গুপ্তৰ নামৰ বিৰুদ্ধে কেইবা হাজাৰ টকাৰ পুৰস্কাৰ ঘোষিত হৈছিল। গতিকে ৰাভাৰ দৰে দীঘল ডাঙৰ চকুত লগা চেহেৰাৰ মানুহজনক নামনিলৈ লৈ যোৱা সমস্যাটো জটিল আৰু দুঃসাহসিক অভিযানৰ দৰেই হৈ পৰিল। বিশেষকৈ সেই সময়ছোৱাত সশস্ত্ৰ পুলিচৰ লগত কেইবা ঠাইত আমাৰ কমৰেড্-বিলাকৰ মুখামুখি সংঘাত হৈ আছিল। যাৰ বাবে গাঁওত লুকাই থকাও টান হৈ পৰিছিল। চোৰাংচোৱা কেইবাজনৰ বিৰুদ্ধে আমাৰ পক্ষৰ পৰা শাস্তি বিধানৰ কিছুমান কাৰ্য্যক্ৰমৰ বাবেও কেইটামান অপ্ৰিয় ঘটনা ঘটিছিল। যাৰ কাৰণে গাঁওৰ পথেৰে দিনত আমাৰ পক্ষে আত্মগোপন কৰি অহা-যোৱা কৰাটোৱেই টান হৈ পৰিব ধৰিছিল। এইবিলাক বাধা বিঘিনিৰ কথা ভাবি ৰাভাক নামনিলৈ নিয়াৰ ব্যৱস্থাটো ডিব্ৰুগড় অঞ্চলৰ পৰা প্ৰায় তিনিশ মাইল বাটত আগৰ পৰাই আমাৰ চোৰাংচোৱা, পহৰা ৰখাৰ ব্যৱস্থা কৰা হ'ল। ট্ৰেইনত নিয়া বা খোজকাঢ়ি যোৱা কথাটো অসম্ভৱ আছিল। শেষ পৰ্য্যন্ত এখন আগৰ যুগৰ মিলিটেৰী জীপ গাড়ীতেই

লৈ যোৱাৰ ব্যৱস্থা কৰা হ'ল। এটা বিয়াৰ দিনত নিয়াটোৱেই ঠিক হ'ল। দৰা পাৰ্টিৰ মানুহৰ গাড়ী, ভাত দৈ গাখীৰৰ টেকেলী, বাঁহৰ চুঙাতো দৈ গাখীৰ নিয়া হ'ল, গুড়ৰ টেকেলী, চিৰা, কোমল চাউল, পাণ, তামোল আদি গাড়ীত ৰখা হ'ল। কমৰেড ৰাভাক বগা পাঞ্জাবী চোলা, ভাল ধুতি পিন্ধাই দৰা'জনৰ খুড়া সজাই নিয়াৰ ব্যৱস্থা কৰা হ'ল। তেতিয়া জাৰকালি, বাটত জীপ গাড়ীৰ পিছত কম্বল উৰি বহি গৈ থাকিব। আমি শিৱসাগৰৰ সাতমাইলমান নিলগত অৱস্থিত "বগাদোল" নামৰ এখন আহোম গাঁওৰ পৰা ৰাওনা হলো। তেতিয়া সন্ধ্যা চাৰে সাতমান বাজিছে। সামান্য জোনৰ পোহৰ। জীপ গাড়ীত কমৰেড ৰাভা, কমৰেড ছত্ৰচিং টেৰণ (পিছত কংগ্ৰেছৰ মন্ত্ৰী হৈছিল) মই, কমৰেড শৈলেন মেধী (পিছত জালুকবাৰী সমষ্টিৰ পৰা বিধান সভাৰ সদস্য নিৰ্বাচিত হৈছিল) কমৰেড অৰবিন্দ ঘোষ আৰু গাড়ী চলোৱা কমৰেড হাৰমেছ এই কেইজনে বহি কম্বলেৰে ঢাকি লৈ ৰাওনা হ'লো। ডিব্ৰুগড়-গুৱাহাটীৰ ৰাজপথত এটা ঠাইত আমাৰ চোৰাংচোৱা কমৰেড দুজনেও চাইকেল লৈ অপেক্ষা কৰি থাকিল। আমি লাইট নুমাই ৰাজপথ আহি পালো। আমাৰ গন্তব্যস্থল যে গুৱাহাটীলৈকে এই কথা ৰাভাক জনোৱা নহ'ল। তেখেতক কোৱা হ'ল যে—"চাবেঙত আমাৰ এখন বিশেষ মিটিং আছে তাৰ বাবেই গৈ আছো।" জীপ গাড়ীৰ পিছফালে আমাৰ অস্ত্ৰ-শস্ত্ৰ লুকাই থোৱা হ'ল।

ৰজাঘৰ পাৰ হৈ আমাৰ গাড়ী তীব্ৰ বেগে আগবাঢ়িল। কিছু দূৰ যোৱাৰ পিছত ডিম্ লাইট জ্বলি থকা এখন মটৰ গাড়ী ৰৈ থকা দেখা পালো। ওচৰ চাপি আহি কেইজনমান মানুহৰ মাত-বোল শুনা পালোঁ। পুলিচৰ গাড়ী যেন লাগিল। আমি গাড়ীখন জোৰে চলাব ক'লো, হুইচেল বজালেও ৰখাৰ দৰকাৰ নাই। গাড়ীখন পাৰ হৈ যোৱাৰ পিছতেই, হুইচেলৰ শব্দ শুনা গ'ল। ছত্ৰচিং টেৰণে মুখখন উলিয়াই পিছৰ পিনে চাই চিঞৰি ক'লে—"বিয়াৰ পাৰ্টি।"

আমি পিছৰ পিনে চাই দেখিলো পুলিচে গাড়ীখন ঘূৰাই আমাক অনুসৰণ নকৰিলে। বিয়াৰ দিন আছিল বুলিয়েই এই সুবিধাটো পোৱা গ'ল। খুব বেগেই গাড়ী চলি আছে। পোন্ধৰ মিনিটৰ ভিতৰতেই চাৰিং গাঁৱৰ ওচৰ আহি পালো। বাওঁফালে ৰাস্তাৰ কাষৰ পৰা এটা টৰ্চৰ লাইট তিনিবাৰ জ্বলি নুমাই গ'ল। আমাৰ মানুহৰেই ইঙ্গিত বুলি জানি গাড়ী ৰখালো। ছত্ৰচিং নামি গৈ দুটা ল'ৰাৰ লগত কথা পাতি আহি গাড়ীত উঠি ক'লে—"ইয়াত ৰখাব নালাগে। ৰাতিপুৱা পুলিচে আমাৰ তিনিজন কমৰেডক গ্ৰেপ্তাৰ কৰি লৈ গৈছে। আজি ইয়াত মিটিং নহ'ব। বেগতে ব'লা।"

কমৰেড্ ৰাভাই সুধিলে, "ইয়াত মিটিং নহ'ল যেতিয়া ক'ত হ'ব ?" টেৰণে জনালে যোৰহাটৰ অলপ আগতেই ঠিক কৰা হৈছে। টেৰণে জবাব দিলে, "ৰাস্তাৰ ডাঙৰ কাষেৰে ৰখি থাকি লাইটৰ চিগ্‌নেল দিব, ব'লকচোন।" টিয়ক থানাৰ ওচৰ চাপি আহিলো। দূৰৈৰ পৰা লাইট দেখা গৈছে। টেৰণে ক'লে, "মই আৰু অৰবিন্দ ঘোষে কোনো মতে নমতকৈ বাহিৰে থাকিব লাগে, যি কোৱাৰ তেওঁৰেই ক'ব।" সকলোৱে মিলি বিহুগীত গাই গৈ থাকিম। থানাৰ আগত যদি কোনো গাড়ী নাথাকে তেন্তে থানাৰ পিছত হুইচেল বজালেও আমি গাড়ী নৰখাওঁ বিয়াৰ পাৰ্টী বুলি চিঞৰি গুচি যাম।

তাকেই কৰা হ'ল। থানাৰ বাৰাণ্ডাত এটা চন্তৰী থিয় হৈ থকা দেখা পালো। টেৰণ, শৈলেন মেধী, ৰাভাই খুব জোৰে বিহুগীত গাই থাকিলে, আমি থানা পাৰ হৈ গ'লো। কোনো হুইচেলৰ শব্দ নুশুনিলো। গাড়ীৰ বেগ বঢ়াই দিয়া হ'ল। দেবৰাজ ইন্দ্ৰৰ উচ্চৈঃশ্ৰবাৰ দৰেই আমাৰ গাড়ীয়ে আগবাঢ়ি আছে। যোৰহাটৰ ওচৰ পালো যেন লাগিছে। ভোগদৈ নৈৰ দলংখন পাৰ হ'লোঁ। কিছুদূৰ আগুৱাই বাওঁপিনে এটা ৰাস্তাইদি নামি গ'লোঁ, প্ৰধান ৰাজপথৰ মাজেদি নোযোৱাৰ উদ্দেশ্যেই। ৰাতি তেতিয়া দহটা বাজি গৈছে। ৰাস্তাত তেতিয়া মানুহৰ সংখ্যাও তাকৰ। আকৌ

ৰাজপথত উঠিলোঁ। বহল ৰাস্তা। খুবেই ঠাণ্ডা লাগি আছে। চেঁচা বতাহ সোমাই কাঁড়ৰ দৰেই বিন্ধি আছে। মোৰ লগত এযোৰ হাতমোজা আছিল, মই আমাৰ ড্ৰাইভাৰ হৰি মেছক দিলোঁ। কাৰণ তাৰ হাত গাড়ীৰ ষ্টিয়াৰিং ধৰি আছে, দুই হাত সেমেকি গৈছে, সিয়েই আমাৰ সাৰথি পাইলট। আকৌ দূৰত লাইট জ্বলা দেখা পালোঁ। হৰি মেছে ক'লে, "চাহৰ দোকান যেন লাগিছে। তাতে ৰখাই চাহ এটোপা খাই ল'ব লাগিব।" আমাৰো আপত্তি নাই বুলি ক'লোঁ। ড্ৰাইভাৰে নামি গৈ চাহ আৰু নিমকি কিনি আনিলে। ৰাতিৰ ঠাণ্ডাত ভ্ৰমণৰ সময়ত গাড়ীত বহি গৰম চাহ খোৱাৰ দৰে আৰামদায়ক আন একো হ'ব নোৱাৰে। বঢ়িয়া লাগিল। দেহ-মন তাজা হৈ উঠিল। আকৌ গাড়ীয়ে উৰ্দ্ধশ্বাসে চলিব ধৰিলে। কমৰেড্ ৰাভাই সুধিলে—'কি হ'ল? যোৰহাটৰ আগতে আমাক তো কোনেও চিগ্‌নেল দিয়া দেখা নাপালোঁ? তেন্তে কি কৰিব খুজিছা টেবণ! কোৱা ক'ত মিটিং, হ'ব নে নহয়? গুৱাহাটীলৈ পোনাই দিবা নেকি? সেই কথাখিনি মোক আগতে নক'লা কিয়?" ছত্ৰচিঙে জবাব দিলে, "যদি এই অঞ্চলত নিৰাপদ ঠাইত পাৰ্টিৰ মিটিং পতা সম্ভৱ নহয় তেন্তে এই অঞ্চলত আমাৰ পক্ষে ঘূৰি ফুৰাটো ঠিক হ'ব নেকি? এইখিনিত আমাৰ সাংগঠনিক শক্তিও কমজোৰী, গতিকে গৈ থাকোঁ। গুৱাহাটীত যোৱাৰ পিছতেই জানিব পাৰিম ক'ত মিটিং হ'ব।" ৰাভাককায়ে ক'লে, "তোমালোকে উজনিৰ পৰা মোক লৈ অহাৰ কাৰণেই এনেকুৱা ব্যৱস্থা কৰিছা বুজিছোঁ।" অৰবিন্দ ঘোষে ক'লে, "আপুনিতো অকলে অহা নাই আমিওতো আহি আছোঁ। উজনিতকৈ নামনিত যদি আপোনাৰ বেছি দৰকাৰ হয় তেন্তে তাতেই থাকি কাম কৰি যোৱাত আপোনাৰ আপত্তি কিহৰ?" সকলোৰে মনে মনে থাকিল। ৰাভাই উত্তেজিত হৈ অসন্তুষ্টি প্ৰকাশ কৰিব ধৰিলে। আকৌ গাড়ী ঘূৰাই উভতি যোৱাৰ বাবে অস্থিৰতা প্ৰকাশ কৰিব ধৰিলে।

কমৰেড্ অৰবিন্দ ঘোষে পৰম বিজ্ঞ মানুহৰ দৰেই মন্তব্য কৰিলে। "আজিকালি ৰাজআলিয়েদি কমিউনিষ্টবিলাকে খোলা-খুলিকৈ অহা-যোৱাৰ কথা পুলিচে ভাবিবই নোৱাৰে। সিহঁতে আমাক গাঁৱে গাঁৱে বিচাৰি ফুৰি আছে, যি হওক আমি সাৱধানে যোৱাই ভাল।" কমৰেড্ শৈলেন মেধী আমাতকৈ বয়সত অনেক সৰু, তেওঁ তেতিয়া কটন কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ, কিন্তু খুবেই বুধিয়ক যুৱক— তেওঁ মন্তব্য কৰিলে,—"ইমান ঠাণ্ডাত পুলিচে ৰাস্তাই ৰাস্তাই আমাক বিচাৰি বিপদগ্ৰস্ত হোৱাতকৈ কোনো এঠাইত বহি টনিক বিচাৰি ফুৰাটোৱেই যুগুত বুলি ভাবিছে। গতিকে নগাওঁ পাৰ হোৱালৈকে বিশেষ ভয় নাই।" আমাৰ গাড়ী ভালদৰেই গৈ আছে। যোৰহাট পাৰ হৈ কাজিৰঙাও পাৰ হ'লোঁ। ৰাস্তাৰ দুই কাষৰ পথাৰত পানী। জোনাকৰ ম্লান পোহৰত চিক চিকাই আছে। ৰাস্তাৰ দুই কাষেই সৰু সৰু জংঘল। শৈলেন মেধীয়ে ক'লে, "কমৰেড্ মোৰ পাইখানা লাগিছে, গাড়ী ৰাখিলে ভাল হ'ব।" তাকেই হ'ল, শৈলেন নামি গাড়ীৰ পিছৰ পিনে অলপ আৰ্মানীৰ জংঘল দেখি তাৰ আঁৰত বহি গ'ল। মই নামি গৈ শৈলেনৰ পৰা অলপ দূৰতেই থিয় হৈ থাকিলোঁ, কিন্তু অস্ত্ৰ নিয়াৰ প্ৰয়োজন বোধ নকৰিলোঁ। হঠাতে শৈলেনে "বাঘ বাঘ" বুলি চিঞৰি উঠিল, "মণিদা! (শৈলেনে মোক মণিদা বুলি মাতে) আপোনাৰ আৰু মোৰ মাজতেই বাঘ, মোৰ পিনে আহি আছে।" মই টৰ্চটো জ্বলাই চালোঁ, বাঘটোৰ গাত টৰ্চৰ পোহৰ পৰাত সি জাপ মাৰি ঘন জোপোহাৰ মাজত সোমালে। এনেতে আমাৰ চিঞৰ শুনি ছত্ৰচিঙে আৰু ৰাভাককাই ষ্টেনগান ফুটাই দিলে, ৰাভাই মোৰ ওচৰত আহি বাঘে পলাই যোৱাৰ ঠাইখিনি লক্ষ্য কৰি ৰাই-ফেলটোৰে ফায়াৰ কৰি দিলে। ভীষণ এক গোজৰণিৰ লগতে পানীৰ মাজত জপং কৰি আৱাজ শুনা গ'ল। তাৰ পিছতেই পানীৰ মাজত জপ্ জপ্‌কৈ শব্দ শুনা গ'ল। আমি টৰ্চ মাৰিও দেখা নাপালোঁ।

কিন্তু বাঘৰ ঘৰ ঘৰনিৰ শব্দ প্ৰতিধ্বনিত হৈ থাকিল। শৈলেনে উঠি আহিল। বাঘটোৱে বোধকৰো ভাবিছিল প্ৰথমে মোক তাৰ পিছত শৈলেনক হয়তো আক্ৰমণ কৰিব। কিন্তু ইমান বন্দুকৰ শব্দ আৰু টৰ্চৰ পোহৰ চকুত পৰাত ভাবিলে, "য পলায়তি স জীবতি।" "যি হওক", বুলি অৰবিন্দ ঘোষে ক'লে, "শৈলেন তুমি অনেক দিন বাচিবা, আমি নাথাকিলেও তুমি আমাৰ কামখিনি চলাই নিব পাৰিবা।" আমি গাড়ীলৈ ঘূৰি আহি বটলৰ পৰা গৰম পানী গুলাব ধৰিছো, এনেতে এজনে গাঁৱৰ পৰা অনা ফটিকা এবটল বাঘাকোকাইৰ হাতত দিলে। আমি সকলোৱে প্ৰসাদ পালোঁ। বটল-ৰখিয়া কমাণ্ডেড্ জানে ক'লে, "বটলটো আগতে খোলা নিষেধ আছিল।"

আমাৰ গাড়ী নগাওঁ পাৰ হৈ গ'ল। এনেতে বাজআলিৰ আগ হাতে এটা ষ্টেচন ৱেগন থিয় হৈ থকা দেখা পালোঁ। কোনো লাইট জ্বলোৱা নাছিল। আমি গাড়ীখনৰ গতিবেগ বঢ়াই দি খুব জোৰেৰে পাৰ হৈ গ'লো। এবাৰ ফাৰ্লংমান আগুৱাৰ পিছত দেখা পালোঁ। গাড়ীখন ঘূৰাই আনিছে। তাৰ পিছতেই তীব্ৰ লাইট জ্বলাই আমাৰ পিছে পিছে আহিব ধৰিলে। আমাৰ গাড়ীৰ গতিবেগ আৰু বৃদ্ধি কৰা হ'ল। পিছৰ পৰা গাড়ীখন খুব বেগতেই আহি আছে গম পোৱা গ'ল। আমি সোণাপুৰ পাৰ হৈ পাহাৰৰ আকোৱা পকোৱা ৰাস্তাইদি যিমান বেগে পৰা যায় গৈ থাকিলোঁ। প্ৰায় যোৰাবাটৰ ওচৰ চাপি আহিছো এনেতে গাড়ীৰ বেটাৰীয়ে কাম নকৰা হ'ল। গাড়ী আগুৱাব নোৱাৰিলে। পিছৰ পিনে গাড়ীটো প্ৰায় আহি পাইছেই। আমি হৰি মেচক গাড়ীত ৰাখি থৈ গাড়ীৰ পৰা নামি হাবিত সোমাই যোৱাটোৱেই যুগুত ভাবি তাকেই কৰিলোঁ। আমি হৰিক কৈ আহিছিলোঁ যে গাড়ীখন এজন ঠিকাদাৰৰ বুলি ক'বা, ৰাতিপুৱাই তেখেতৰ ঘৰতে নিব লাগিব, কিন্তু বেটেৰী ডাউন হৈ গ'ল, কি কৰা যায়? এইদৰেই ক'ব লাগিব যদি পুলিচৰ গাড়ী হয়।

আমি সদলবলে পাহাৰীয়া ৰাস্তাইদি কোনোমতে খানাপাৰা গৈ পালোঁ। তাতে হৰি মেছে আমাৰ আগতেই আহি পাইছে দেখা পালোঁ। পিছত জানিছিলোঁ পুলিচৰেই গাড়ী আছিল সেইখন, আমাৰ গাড়ীখনক টানি আনিছে। সেতিয়াও পোহৰ ভালকৈ হোৱা নাছিল। কুঁৱলিৰে ভৰি আছে। সেই সময়ত খনাপাৰাৰ চাৰিও পিনে আজিৰ দৰে ইমান ঘন বসতি হোৱা নাছিল। মিকিৰ, লালুং, কছাৰী খেতিয়কৰ গাঁৱৰ পথাৰেদি আমি বেলতলা পাৰ হৈ আকৌ পথাৰে পথাৰে বাট বুলি অস্ত্ৰ-শস্ত্ৰ বহন কৰি পথাৰৰ মাজতেই কেৰাবুৰিচ নামৰ এখন কছাৰী গাঁৱৰ এখৰতে আশ্ৰয় ল'লোঁ। তাত আমাৰ এজন দায়িত্বশীল জনজাতীয় কমাৰেড বলোৰাম বসুমতাৰীৰ ঘৰতেই খোৱা-লোৱা কৰি সন্ধ্যা ছটা মান বজাত ৰাওনা হৈ আকৌ পথাৰে পথাৰে খোজকাঢ়ি লখৰা ৰংডাং পাৰ হৈ বিখ্যাত দ্বিপৰ বিলৰ দক্ষিণ পাৰত থকা গভীৰ অৰণ্যৰে চাৰি থাৱা চকৰদৈ পাহাৰৰ কোলাত অৱস্থিত মইনখুড়ুং নামৰ এখন জনজাতীয় গাঁৱত আশ্ৰয় ল'লোঁ। দ্বিপৰ বিলৰ পাৰত থকা অৰণ্যাঞ্চল চাৰদৈ পাহাৰৰ সীমা-হীন নিবিড় অৰণ্যাঞ্চল সমগ্ৰ বৃহত্তম হাতীৰ পাল, জংলা ম'হ, সম্বৰ হৰিণ, প্ৰকাণ্ড ঢেকীয়াপতীয়া বাঘ, এবিধ আকাৰৰ ভালুকৰ আশ্ৰয়স্থলী। চকৰদৈ পাহাৰৰ পৰা পানীৰ সৰু নৈ বৈ অহাৰ পথাৰত বাৰমাহ ধৰি সাঁকৰা কৰি থয়। খেতিয়কে সেই সাঁকৰা মাটিত খেতি কৰি লখিমী চপাই নিশ্চিন্তে জীৱন যাপনৰ প্ৰয়াসত হেঙাৰ সৃষ্টি কৰে গুৱাহাটী পলাশবাৰীত থকা চহকী মাটিৰ মালিকবিলাকে।

তাতেই আমাৰ সংগঠন। এপিনে হাতীৰ পালৰ উপদ্ৰৱত পথাৰত ধ্বংসলীলা আনপিনে বাঘৰ আক্ৰমণত গৰু, ম'হ, ছাগলীৰ প্ৰাণহানি, আনপিনে মানুহৰূপী জমিদাৰ মহাজনৰ শোষণৰ বিৰুদ্ধেই আমাৰ সংগঠনে খেতিয়কসকলৰ জীৱনত কিছু পৰিমাণে ৰেহাই আনি দিব ধৰিছিল। এইয়ে সেই অঞ্চল য'ত এটা প্ৰকাণ্ড বনৰীয়া হাতীৰ আক্ৰমণত এই অঞ্চলৰ বহু গাঁৱৰ মানুহৰ মৃত্যু হৈছিল, ঘৰ-বাৰী

ভাঙি-চিঙি ধ্বংস কৰিছিল। দুই তিনিমাহ ধৰি এই মহাকালৰূপী ঐৰাৱতৰ আক্ৰমণৰ পৰা বচাৰ কাৰণে কেইবাখন গাঁৱৰ মানুহে গাঁও এৰি আহি গুৱাহাটী নগৰত আশ্ৰয় ল'ব লগা হৈছিল। অৱশেষত দেশভক্ত তৰুণৰাম ফুকনে এটা হাতীত উঠি চকৰদৈৰ দুৰ্ঘোৰ অৰণ্যময় পৰ্বতৰ মাজে মাজে খেদি খেদি মহাকাল মৃত্যুৰূপী ঐৰাৱতটোক হাতীমাৰা বন্দুকেৰে গুলি কৰি হত্যা কৰিব পাৰিছিল। আজিৰ পৰা ষাঠি বছৰৰ আগৰ কথা হ'লেও তাহানিৰ গুৱাহাটী নগৰত সেইটো এটা ঐতিহাসিক স্মৰণীয় ঘটনাৰ দৰেই আমাৰ মনত আজিও জিলিকি আছে।

সেই চকৰদৈ পৰ্বতৰ বনৰাজি সিদিনাও তাৰ অৰণ্য ঐশ্চৰ্য্যত উদ্ভাসিত হৈ আছে। আমি গাঁৱৰ এঘৰত বহি গৰম পানীৰে হাত-ভৰি ধুই আহাৰৰ বাবে বৈ আছোঁ। বিভিন্ন খবৰাখবৰ লৈ আছোঁ। কমৰেড গোবিন্দ কলিতাইতৰ অহাৰ কথা আছিল কালিতেই। কিন্তু এতিয়ালৈকে আহি নোপোৱাত চিন্তাৰ কাৰণ হৈছে। এনেতে গোবিন্দ কলিতাইতে আহি ওলালে। তেওঁলোকৰ হাত ভৰি চোলা কাপোৰ জংঘলৰ লতাপাতৰ বোকা পানীৰ দাগ লাগি লেতেৰা, হাত ভৰি চৰতৰ আৰু জোঁকৰ আক্ৰমণত ফিকি উঠিছে। এনেকুৱা বেহাল অৱস্থা কেনেকৈ হ'বলৈ পালে সোধাত কলিতাই ৰোমাঞ্চকৰ কাহিনীৰ বিৱৰণ দিলে :

পৰ্বতৰ হাবিতলীয়া বাটেৰে শুকান বাঁহৰ জোৰা বান্ধি জ্বলাই লৈ তেওঁলোকে আহি আছিল, মুখামুখি একপাল হস্তী-হস্তিনী আগত আহি ওলাল। সিহঁতে বাট এৰি নিদিয়ে, কলিতাইতে পলাই যাবলৈ সাহস নকৰিলে। হাতীৰ পালৰ ঐৰাৱত সম্রাটটো কেই-খোজমান আগুৱাই অহা দেখি এজন কমৰেডে ষ্টেনগানৰ পৰা এজাক গুলি মাৰি পঠিয়ালে। কেইটামান হাতীৰ গাত গুলি বিন্ধাত সিহঁতে পলালে। ঐৰাৱতটো ৰণ ভঙ্গ দিয়াটো অৱমাননাকৰ ভাবি শুঁড় দাঙি লৈ খেদি অহাৰ উপক্ৰম কৰাত জ্বলি থকা জোৰা

কেইটামান তাৰ মুৰ লক্ষ্য কৰি মাৰি পঠোৱাত চকু মুখত জ্বলন্ত ফিৰিঙতি ছিটিকি লাগিল। ঐৰাৱতটোৰ মনোবল ভাঙি গ'ল আৰু ৰণে ভঙ্গ দিলে। কলিতাহঁতে সাৱধানতা অবলম্বন কৰি সেই বাট পৰিত্যাগ কৰি অনেক ঘূৰি বননিৰ মাজে মাজে আহি পাইছে।

ইয়াৰ পিছত কমৰেড্ ৰাভাক নীহাৰ মুখাৰ্জীৰ লগতে বিহাৰ, বঙ্গদেশৰ সীমান্তৰ এঠাইৰ পৰা অস্ত্ৰ সংগ্ৰহ কৰাৰ কাৰণে পঠোৱা হৈছিল। ৰাভাৰ এজন নিজৰ মানুহৰ জৰিয়তে সেই ঠাইৰ পৰা ভালেমান অস্ত্ৰ-শস্ত্ৰ আনিব পাৰিছিল। তাৰ পিছত বিষ্ণুৰাভাই ভূটান অঞ্চলৰ পৰা অস্ত্ৰ সংগ্ৰহ কৰাৰ বাবেও চেষ্টা কৰিছিল। কিন্তু ফলৱতী হোৱা নাছিল।

## "কমৰেড্ ৰাভাৰ এটি অপৰিণামদৰ্শী সাংঘাতিক নিৰ্দেশ

কমৰেড্ ৰাভাই নামনি অসমত থকাৰ সময়ত এটি সাংঘাতিক ঘটনাৰ বিৱৰণ দাঙি ধৰিছো—। যাৰ দ্বাৰাই বুজা যাব ৰাভাৰ শিল্পীসুলভ সূক্ষ্ম মানসত ৰাজনৈতিক জীৱনৰ কঠোৰ সংকল্প ৰূপায়িত কৰাৰ ক্ষেত্ৰত তেখেতৰ সুচাৰু কোমল অনুভূতি নিষ্পেষিত হৈছিল নে হোৱা নাছিল? মই বৰ্ণনা দিয়া ঘটনাটো ৰাভাৰ দৰে ব্যক্তিৰ পক্ষে আগ পিছ নভবাকৈ এটি অপৰিণামদৰ্শীতাৰ কাৰ্য্য বুলি ক'লেও বেছি কোৱা নহ'ব।

ঘটনাটো উত্তৰ কামৰূপৰ "বৰমাৰ" পৰা আঠ মাইলমান দূৰত। মছলপুৰ নামৰ এখন ঠাইত আমাৰ অজ্ঞাতবাসৰ এটি নিৰাপদ কেন্দ্ৰ আছিল। তাৰ পৰা পাঁচ মাইলমান আঁতৰত হাবিৰ মাজত সৰু জুপুৰী ঘৰ এটিত কম্ হৰিদাস ডেকা আৰু কম্ বিষ্ণু ৰাভাই গোপনে আশ্ৰয় লৈ আছিল। কমৰেড্ ৰাভাই তাত দুদিনৰ বেছি

থাকিব নোৱাৰি মছলপুৰলৈকে গুচি আহিছিল। কিন্তু তাতে কমৰেড্ ৰাভাৰ নিৰাপত্তাৰ কথা ভাবি কমৰেডবিলাকে আকৌ ৰাভাক হৰিদাস ডেকা থকা ঠাইলৈকে পঠিয়াই দিয়াৰ প্ৰস্তাৱ কৰিছিল। কিন্তু ৰাভাই মাস্তি নোহোৱাত তাৰ পৰা দহমাইল দূৰত্ত আন এখন জনজাতীয় গাঁৱলৈকে যোৱাৰ বাবে প্ৰস্তুত হ'ল।

ৰাভাই যোৱাৰ আগতে তাতে থকা কণিষ্ঠ ডেকা কমৰেড্ সকলক মাতি নি নিৰ্দেশ দিলে, "যদি বাহিৰা কোনো নিচিনা নজনা মানুহে আহি সন্তোষজনক উত্তৰ দিব নোৱাৰে তেন্তে তেওঁ-লোকক হাবিত লৈ গৈ মাৰি পেলাবা"— কিন্তু কণিষ্ঠ যুৱক কমৰেড্-বিলাকে প্ৰথম প্ৰথমে ৰাভাৰ তেনেকুৱা নিৰ্দেশ মানি কাম কৰাত দ্বিধা প্ৰকাশ কৰিছিল! ৰাভাই তেওঁলোকক তিৰস্কাৰ কৰি কৈছিল। যে তেওঁৰ কথামতে কাম নকৰিলে যদি কোনো বিপদ হয় তেন্তে ইয়াৰ বাবে কমৰেড্‌বিলাকেই দায়ী হ'ব লাগিব।" এই কথাকৈ ৰাভাই তেওঁৰ গন্তব্য স্থানলৈকে গুচি গৈছিল। এনেকুৱা সাংঘাতিক নিৰ্দেশ দিয়াৰ কাৰণে কি সাংঘাতিক বিপদ হৈ যাব পাৰে সেই বিষয়ে ৰাভাই চিন্তাও কৰা নাছিল।

বিষ্ণু ৰাভাই গুচি যোৱাৰ পিছদিনাখনেই নলবাৰী অঞ্চলৰ পৰা আমাৰ তিনিজন কমৰেড্ হৰিদাস ডেকা আৰু বিষ্ণু ৰাভাক বিচাৰি আহিল। এই কমৰেড্ তিনিজনৰ নাম আছিল মুনি মেধী, তাৰিনী মহন্ত আৰু মনেশ্বৰ বৰ্মন। তেওঁলোকে মছলপুৰত থকা আমাৰ যোগাযোগ ৰক্ষাকাৰী কমৰেড্ "চাবা" নামৰ এজন ব্যক্তিক লগ ধৰি তেওঁলোকৰ ইয়ালৈ অহাৰ উদ্দেশ্যৰ বিষয়ে জনালে। কমৰেড্ চাবাই কেইজনমান স্থানীয় কমৰেডক মাতি আনি কথাটো জনাই এই তিনিজন যুৱকক চমজাই দিলে।

স্থানীয় কমৰেড্ কেইজনে নতুনকৈ অহা যুৱককেইজনক পুলিচৰ মানুহ বুলি সন্দেহ কৰি গাঁৱৰ বাহিৰত থকা হাবিৰ মাজত এটা এৰা ঘৰত হাত ভৰি মুখ বান্ধি পহৰা দি ৰাখি থলে। ৰাতি সিহঁত

তিনিজনক ৰাভাৰ নির্দেশ অনুসাৰে মাৰি পেলোৱাৰ বাবে ঠিক কৰি থৈ গুচি গ'ল। পহৰা দিয়া এজনে এই কথাটো ভাল নাপাই বান্ধি থোৱা মানুহ তিনিজনক ৰাতি মাৰিপেলোৱাৰ সিদ্ধান্তৰ কথাটো জনাই সিহঁতৰ মুখৰ বান্ধোন খুলি দিলে। বন্দী তিনিজনে কান্দি কাটি অনেক সাধ্য সাধনা কৰি বুজালে যে "অন্তত" হৰিদাস ডেকাক এওঁলোকৰ নাম আৰু নলবাবীৰ পৰা অহা কথাটো জনোৱাৰ পিছতে যি সিদ্ধান্ত হয় কৰিব পাৰে বুলি অনুৰোধ কৰিলে। স্থানীয় কমৰেড্ কেইজনে এই কথাত মান্তিহৈ সেই অঞ্চলত থকা কৃষ্ণ লাহিড়ী নামৰ এজন বয়সস্থ কমৰেডৰ ওচৰত গৈ কথাটো জনাই পৰামর্শ খুজিলে। কৃষ্ণ লাহিড়ীয়ে সিহঁতৰ কাণ্ড কাৰখানা দেখি সিহঁতক ভয় দেখুৱাই ক'লে যে, "এনেকুৱা সাংঘাতিক কার্য্য কৰিলে তহঁতেই কেবল নমৰা এই অঞ্চলৰ সকলেই মৰিব লাগিব। পাৰ্টিয়েও ক্ষমা নকৰে। গভৰ্ণমেণ্টেও এৰি নিদিয়ে। তঁহতে হৰিদাস ডেকাক এতিয়াই গৈ কথাখিনি জনাই আহ, আৰু মই মাতা বুলি ৰাতিৰ ভিতৰতেই লৈ আহ। মই ল'ৰা তিনিটালৈ ভাত পানী পঠোৱাৰ ব্যৱস্থা কৰিছোঁ।"

কমৰেড্ কেইজনে হৰিদাস ডেকাক মাতি লৈ আহিল। ডেকাই বান্ধি থোৱা তিনিজন কমৰেডক এৰি দি সকলোৰে লগত চিনাকি কৰাই দিলে। গাঁৱৰ কমৰেড্ কেইজনে তৎক্ষণাতেই যে কামটো নকৰি কৃষ্ণ লাহিড়ীক কথাটো জনালে তাৰ বাবেই যে নিৰপৰাধ ভাল কমৰেড কেইজনৰ প্ৰাণ ৰক্ষা পৰিল, সেইটোৰ বাবে কৃষ্ণ লাহিড়ীক ধন্যবাদ জনাই ল'ৰা তিনিজনৰ হাতত ধৰি ক্ষমা খুজিলে।

বিষ্ণু ৰাভাক মাতি আনি তেখেতৰ দায়িত্বজ্ঞানহীন সাংঘাতিক নির্দেশ দিয়াৰ বাবে সেই অঞ্চলৰ পৰা আঁতৰাই দিয়া হৈছিল। আৰু তেওঁৰ লগত আগ্নেয় অস্ত্ৰ ৰখাও নিষিদ্ধ কৰি দিয়া হৈছিল। আৰু ভবিষ্যতে যেন এনেকুৱা কাম নকৰে তাৰ বাবেও তিৰস্কাৰ কৰি সাৱধান কৰি দিয়া হৈছিল। অন্যথাই কঠিন শাস্তি দিয়াৰ ব্যৱস্থা

কৰাৰ কথাও জনোৱা হৈছিল। বিষ্ণু ৰাভাই ইয়াৰ বাবে দোষ স্বীকাৰ কৰি ক্ষমা খুজিছিল। সেই প্ৰাণ ৰক্ষা পোৱা ল'ৰা দুজন এতিয়াও জীয়াই আছে বুলি শুনিছোঁ।

এই ঘটনাৰ কথালৈ সেই সময়ত আমাৰ দলৰ ভিতৰত বিশেষ চাঞ্চল্য দেখা দিছিল। অনেক কমৰেডেই দলৰ গোপনীয় বাৰ্ত্তা বাহকৰ কাম কৰাৰ দায়িত্ব লব খোজা নাছিল। এইটো ভাবিব লগীয়া কথা যে কমৰেড্ ৰাভাৰ দৰে এজন চাৰু কলাৰ মাৰ্জিত ৰুচিৰ ব্যক্তিৰ পক্ষে এনেকুৱা অপ্ৰাজ্ঞ নৰঘাটি নিৰ্দেশ দিব পৰাটো সম্ভৱ হ'ব পালে কেনেকৈ? বিশেষকৈ এইদৰে মৃত্যুদণ্ড দিয়াৰ বিধান কাৰ্য্যকৰী কৰাৰ দায়িত্ব সাধাৰণ কমৰেড্‌বিলাকৰ হাতত তুলি দিয়াৰ কোনো অধিকাৰ বা ক্ষমতা বিষ্ণুৰাভাৰ ওপৰত অৰ্পণ কৰা হোৱা নাছিল। আমাৰ গোটেই আন্দোলনৰ কালত আমাৰ কোনো ঠাইতেই অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে এনেধৰণৰ চণ্ডালী-বিধানৰ নিৰ্দেশ দিয়াৰ নজীৰ নাই। এই কাৰণেই লক্ষ্যণীয় যে, আমাৰ কমৰেড্‌সকলৰ হাতত অনেক অস্ত্ৰ শস্ত্ৰ থকা সত্বেও গোটেই অসমত নৰহত্যামূলক কাৰ্য্য হবলৈ পোৱা নাছিল। একমাত্ৰ য'ত চকাৰীৰ সশস্ত্ৰবাহিনী আমাক ঘেৰি ধৰি দহ/পাঁচ হাজাৰ টকাৰ পুৰস্কাৰ লাভৰ আশাত গুলি চলাইছিল তেনেকুৱা ক্ষেত্ৰতহে আমাৰ আত্মৰক্ষামূলক প্ৰতিৰোধৰ বাবেই গুলি চলাই প্ৰত্যুত্তৰ দিয়া হৈছিল।··ৰাভাই ভালদৰেই জানিছিল যে আমাৰ বিভিন্ন কেন্দ্ৰৰ পৰা দৰকাৰ মতে দলৰ সংবাদ-বাহকইতে বিভিন্ন ঠাইত অহা যোৱা কৰি আছিল। কিন্তু কমৰেড্ ৰাভাই একমাত্ৰ ক্ষমা খোজাৰ বাহিৰে কোনো সত্নত্তৰ দিব পৰা নাছিল। এই বিষয়ে আমাৰ সমীক্ষা আছিল যে, বিষ্ণুৰাভাৰ (Subjective factors) নেতৃত্ব সুলভ উদ্ভাৱনী সক্ৰিয়তাৰ অভাৱ হোৱাৰ বাবেই অন্তৰৰ পুঞ্জীভূত বিক্ষোভৰ পৰাই এনেকুৱা মানসিক বিচ্যুতিৰ উৎপত্তি হৈছিল। নেতৃত্ববাহি ব্যক্তিত্ব প্ৰকাশৰ বাবেই অন্তৰৰ হেঁপাহ মিটাইছিল।

এই ঘটনাৰ কেইদিন মান পিছতেই উত্তৰ গোৱালপাৰাৰ এখন জনজাতীয় গাঁওত কমৰেড্ ৰাভাৰ আৰু এটি অবাঞ্ছিত বিচ্যুত্তিত অপৰাধী হোৱাৰ বাবে ৰাজহুৱাভাৱেই তেখেতৰ মৰ্য্যাদা হানি হৈছিল আৰু সেই বিড়ম্বিত পৰিস্থিতিৰ পৰা কমৰেড্ হৰিদাস ডেকা আৰু এজন প্ৰাচীন অতি শ্ৰদ্ধেয় কমৰেডৰ মধ্যস্থতা বহু সাধ্য সাধনাৰ দ্বাৰাই কমৰেড্ ৰাভাক সেই অবৰুদ্ধ অৱস্থাৰ পৰা মুক্ত কৰি অনা হৈছিল। এই ঘটনাৰ প্ৰতিক্ৰিয়াৰ ফলত আমাৰ বেচ কিছু পৰিমাণে পাৰ্টিৰ আঞ্চলিক সাংগঠনিক ক্ষতিও হৈছিল। নিৰাপদ আশ্ৰয়স্থলী-বিলাকও সঙ্কুচিত হৈ যাব ধৰিছিল। আমি বাৰে বাৰেই কমৰেড্ ৰাভাক সতৰ্ক কৰি দিয়া সত্বেও তেখেতে নিজক সংযত কৰিব পৰা নাছিল।

"শিল্পী সৈনিক" কিতাপখনত ৰাভাৰ সম্বন্ধে লিখিত কেইবাটাও প্ৰবন্ধত বাওঁ পন্থী দুই এগৰাকী লেখকে মন্তব্য কৰিছে যে, "চাৰু কলাৰ শিল্পী বিষ্ণু ৰাভাৰ মানসিকতাৰ লগত তেওঁৰ ৰাজনৈতিক আদৰ্শৰ সংঘাত হৈছিল।" মোৰ বিশ্লেষণ হৈছে যে, ৰাজনৈতিক জীৱনৰ লগত তেওঁৰ শিল্পী মানসিকতাৰ সংঘাত হোৱা নাছিল,—সংঘাত হৈছিল তেখেতৰ "যাযাবৰী জীৱনৰ অনিয়ন্ত্ৰিত অসংযমী প্ৰাবল্যৰ লগত সমাজ নিয়ন্ত্ৰিত বৈধ অনুশাসনৰ।"

## অজ্ঞাতবাস কালত তৃতীয়া পত্নী শ্ৰীমতী কনকলতাৰ লগতে বিষ্ণু ৰাভাৰ গ্ৰেপ্তাৰ বৰণ

উল্লিখিত ঘটনাৰ কিছুদিন পিছত গোৱালপাৰাৰ ঘিলাগুৰি নামৰ এখন গাঁৱত ১৯৫২ চনৰ জুলাই মাহত কমৰেড্ ৰাভাই তেখেতৰ তৃতীয়া পত্নী শ্ৰীমতী কনকলতাৰ লগতে গ্ৰেপ্তাৰ হয়।

শ্ৰীমতী কনক নলবাৰী অঞ্চলৰ চামতা গাঁৱৰ কমৰেড্ নবীন মেধী নামৰ আমাৰ এজন জ্যেষ্ঠ কমৰেডৰ কণিষ্ঠা কন্যা। শ্ৰীমতী কনকক আমি চাৰি পাঁচ বছৰ বয়সৰ পৰাই জানিছিলোঁ। অতি বুদ্ধিমতী আৰু দৃঢ় চৰিত্ৰৰ কন্যা আছিল। কনকৰ গৰ্ভতেই কমৰেড্ ৰাভাই দুটি পুত্ৰ সন্তান লাভ কৰি পিতৃত্বৰ অধিকাৰী হয়। কমৰেড্ ৰাভাৰ যাযাবৰী জীৱনৰ অন্ত পেলাই সংসাৰী কৰিলে কনকলতাই। কমৰেড্ ৰাভাক গ্ৰেপ্তাৰ কৰাৰ প্ৰতিবাদত কমৰেড্ বিপিন দৈমাৰী আদিৰ নেতৃত্বত এটি ডাঙৰ মিছিল উলিয়াইছিল। মুক্তি দাবীৰ জয়ধ্বনিৰে নগৰ গাঁও পৰিক্ৰমা কৰি জনমত গঠনৰ চেষ্টাও কৰা হৈছিল।

বিষ্ণুপ্ৰসাদ ৰাভাক প্ৰথমে গ্ৰেপ্তাৰ কৰি ধুবুৰী জেইলত ৰখা হৈছিল। জেইলত থকা কালত কমৰেড্ ৰাভাই দুটি গল্প লেখিছিল, "কুৰি বছৰ জেইল", আৰু "মামীৰ হাৰ"। ৰাভাই এটি পিস্তল লৈ ধৰা পৰাৰ বাবে বেআইনী অস্ত্ৰ ৰখাৰ অপৰাধত আঠ মাহ কাৰাদণ্ড ভোগ কৰি মুক্তি লাভ কৰিছিল। তেখেতৰ বিৰুদ্ধে আন কোনো অভিযোগ নথকাৰ বাবে কাৰাগাৰৰ পৰা মুক্তি লাভ কৰি কমৰেড্ ৰাভাই শ্ৰীমতী কনকক লৈ তেখেতৰ তেজপুৰত থকা নিজা ঘৰত বসবাস কৰি আছিল। অৰ্থনৈতিক দুৰ্য্যোগৰ মাজেদি দুটি প্ৰাণীয়ে জীৱন নিয়াই আছিল। এই প্ৰাণী যুগলৰ প্ৰেম প্ৰীতিৰ প্ৰাবল্যই দুখ-কষ্টৰ বোজালৈ ভ্ৰুক্ষেপ কৰা নাছিল। শ্ৰীমতী কনকে দুটি পুত্ৰ সন্তানৰ জননী হ'ল।

এইখিনিতে শ্ৰীমতী মোহিনী দেৱীৰ পৰিচয় দিয়াৰ আৱশ্যক বোধ কৰিছোঁ,—"কোকৰাঝাৰৰ আগৰ ষ্টেচন গোঁসাইগাঁৱৰ পৰা অলপ দূৰত 'দোভাই' নামৰ এখন উপজাতীয় গাঁওত সম্পন্ন কৃষক পৰিয়ালত মোহিনী দেৱীয়ে জন্মলাভ কৰে। তেখেতে নলবাৰীৰ ওচৰত ধমধমাত থকা খাদী আশ্ৰমৰ আদৰ্শতেই দীক্ষিতা হয়। এই সুনয়না স্বাস্থ্যৱতী কন্যা গৰাকীয়ে আমাৰ কৃষক আন্দোলনৰ সংস্প-

র্শত আহি বিষ্ণু প্রসাদ ৰাভাৰ লগত পৰিচিত হোৱাৰ সুযোগ পায়। শ্ৰীমতী মোহিনীয়ে কোনো নামজ্বলা শিক্ষিত ব্যক্তিক পতিৰূপে বৰণ কৰাৰ উচ্চাভিলাস পোষণ কৰিছিল। ৰাভাৰ লগত চিনাকী হোৱাৰ পিছতে এটি বন্ধুত্বপূৰ্ণ সম্পৰ্কও স্থাপিত হৈছিল। কিন্তু ৰাভাই শ্ৰীমতী কনকক পত্নীৰূপে গ্ৰহণ কৰাত মোহিনীয়ে ৰাভাক পতিৰূপে লাভ কৰাৰ আশা সাময়িকভাবে বৰ্জন কৰিলেও স্বৰগৰ অপ্সৰা মেনকাৰ কন্যা উমাই শিৱক পতিৰূপে লাভ কৰাৰ তপস্যাৰ দৰেই মোহিনীয়েও ৰাভাক পতিৰূপে প্ৰাপ্তিৰ তপস্যাৰ পৰা বিৰত হোৱা নাছিল।

অৱশেষত শ্ৰীমতী কনকলতাৰ মৃত্যুৰ পিছতে বিষ্ণুৰাভাৰ গৃহিণী-হীন গৃহৰ শূন্যস্থান মোহিনী দেৱীয়ে পূৰ্ণ কৰি দিয়ে আৰু এটি পুত্ৰ সন্তানৰ মাতৃত্বও লাভ কৰি সুখে-দুখে স্বাভাৱিক জীৱন নিয়াই আছিল। অৱশেষত ৰাভাৰ জীৱনৰ শেষমুহূৰ্তলৈকে শুশ্ৰূষা কৰিও তেখেতক কৰ্কট ৰোগৰ কৰাল গ্ৰাসৰ পৰা মুক্ত কৰিব নোৱাৰি বৈধব্যৰ নিঃসঙ্গ জীৱন-যাপন কৰি আছে। এইখিনিতে উল্লেখযোগ্য যে, বিষ্ণু ৰাভাৰ আন কেইবাগৰাকী পত্নীতকৈ শ্ৰীমতী মোহিনী দেৱীৰ নাম বিষ্ণু ৰাভাৰ পত্নীৰূপে বেছিকৈ জনাজাত আৰু সুপ্ৰতিষ্ঠিত হৈ আছে।

## বিষ্ণুৰাভাৰ দ্বিতীয়া পত্নী নিৰুপমাৰ কেইটামান উল্লেখযোগ্য বৰগুণী

শ্ৰীমতী নিৰুপমাই বিষ্ণুৰাভাৰ যাযাবৰী আৰু অৱসাদগ্ৰস্ত জীৱনৰ ওৰ পেলাই কেৱল মাথোন তেখেতৰ আশ্ৰয়দাতৃয়েই হোৱা নাছিল, ৰাভাৰ অজ্ঞাতবাসৰ সময়তেও ৰাতিৰ আন্ধাৰত অৰণ্যৰ

পথে পথে ঘুৰি নিৰুপমাই আমাৰ দলৰ যোগাযোগ সূত্ৰ ৰক্ষা কৰাৰ কাৰ্য্যও কৰিছিল। কোনো কষ্টৰ বাবে তেখেতে কোনোদিনও অভিযোগ জনোৱা নাছিল। বিষ্ণুৰাভাইও ৰাতিৰ আন্ধাৰত নিৰুপমাৰ পঁজা ঘৰখনত আহি মাজে সময়ে জিৰণি লৈ গৈছিল। নিৰুপমাই পুলিচৰ নিৰ্য্যাতনক ভয় নকৰি বিষ্ণুৰাভাক আশ্ৰয় দি সেৱা শুশ্ৰূষা যত্ন প্ৰীতিৰে প্ৰেৰণা যোগাইছিল। অৱশেষত এদিন পুলিচে নিৰুপমাক গ্ৰেপ্তাৰ কৰি জেইলত আৱদ্ধ কৰি থলে। এই খবৰটো আমি জনাত পলম হোৱাৰ বাবে ৰাভাই নজনাকৈ এদিন ৰাতিত নিৰুপমাৰ ঘৰত গৈ ধৰা পৰাৰ পৰা কোনোৰকমে সাৰি যাব পাৰিছিল।

ৰাভাই দুজন সঙ্গীক লগত লৈ মাজনিশা নিৰুপমাৰ ঘৰত গৈ দুৱাৰত তলা লগোৱা অৱস্থাত দেখা পালে। চুবুৰীয়া এঘৰৰ পৰা মানুহ এজনে আহি ৰাভাক বহিব দি নিৰুপমাক মাতি অনাৰ কথা কৈ তৎক্ষণাতেই গুচি গ'ল। তাৰ পিছতে আন এজনে আহি ৰাভাইতক জনালে, "নিৰুপমাক পুলিচে ধৰি নিছে, ৰাভাইতক বহিব দিয়া মানুহজন আচলতে পুলিচৰ মানুহ, সি থানাত খবৰ দিবলৈ গৈছে। আপোনালোকে এতিয়াই পলাই যাওক, নহ'লে ধৰা পৰিব পাৰে।" সেই যাত্ৰাত কমৰেড্ ৰাভাই পত্নীৰ সঙ্গ লাভৰ পৰিবৰ্তে কাৰাৰুদ্ধ হৈ থকাৰ পৰিণামৰ পৰা ঘটনাচক্ৰে সাৰি যাব পাৰিছিল। এই ঘটনাৰ কিছুদিন আগতে কমৰেড্ ৰাভাই দুজন কমৰেডক লগত লৈ নিৰুপমা দেৱীৰ ঘৰত আহিছিল। নিৰুপমাই সেই সময়ত ঘৰত নথকাৰ বাবে ৰাভাইঁতে ৰাতি প্ৰায় এঘাৰটা বজাত গুৱাহাটীত শ্ৰীসৰোজ কুমাৰ সেনৰ ঘৰত আহি জানিলে যে, সিদিনাই ৰাতিপুৱাত পুলিচে আহি তেওঁলোকৰ ঘৰ খানাতালাচী কৰি সৰোজ সেনক নাপাই তেখেতক থানাত আত্মসমৰ্পণ কৰাৰ নিৰ্দেশ দি গৈছিল। ৰাভাইঁতে তাৰ পৰা অতি সন্তৰ্পণে উজান বজাৰ পাৰ হৈ খাৰঘুলিত থকা আমাৰ কমৰেড্ কমলা শৰ্মাৰ ঘৰত দুই ঘণ্টামান

স্থিৰণি লৈ তাৰপৰা নবগ্ৰহ পাৰ হৈ নাৰেঙ্গীৰ তিনি আলিত উঠি কেঁচা ঠেক আলিয়েদি আমাৰ জনজাতীয় মিকিৰ কছাৰী গাঁও বীৰকুচি বোন্দাৰ পিনে আগবাঢ়িলে। তেওঁলোকে অপ্ৰত্যাশিতভাবে অকস্মাৎ তীব্ৰ মটৰ লাইটৰ মুখামুখি হ'ল। সেইখন এখন পুলিচৰ মটৰ গাড়ী আছিল। কমিউনিষ্টবিলাকক বিচাৰি ফুৰাৰ কাৰণে নিয়মীয়া টহল দি ফুৰাটোৱেই সিহঁতৰ কাম আছিল সেই সময়ত।

হঠাতে লাইটৰ মুখামুখি হোৱাত ৰাভাইতে থতমত খাই গ'লেও, তৎক্ষণাতেই বাওঁ ফালৰ জংঘলৰ মাজত সোমাই গ'ল। পুলিচে চিঞৰি উঠিল,—"এই পলাই নাযাবি ওলাই আহ, নহ'লে গুলি মাৰিম" বুলি দুটামান গুলিও ফুটালে। কিন্তু ৰাভাইতে ভয় খোৱা বিধৰ মানুহ নহয়। তেওঁলোকে গভীৰ জংঘলৰ ভিতৰত সোমাই গ'ল। সেই অঞ্চলটোত তেতিয়া হাতীৰ পালৰ ৰাজত্ব চলি আছিল। জংঘলৰ বিপৰীত পিনৰ পৰা হাতীৰ পালৰ আগমনৰ শব্দ শুনিব পাই ৰাভাইতে এটা ডাঙৰ তেতেলী গছৰ ওপৰত উঠি বহি থাকিল। তেতেলী গছডাল প্ৰকাণ্ড ডাঙৰ। সেই গছটো আমাৰ কমৰেড্ বিলাকে নগৰ মঞ্চৰ দৰেই ব্যৱহাৰ কৰিছিল। গছডালত উঠিবৰ কাৰণে এডাল দুইপিনে আখি থকা জখলাৰ দৰেই বাঁহ বন্ধা আছিল। হাতীৰ পালটো আহি দুই পিনৰ পৰা দুটা হাতীয়ে গা খজুৱাৰ কাৰণে গা ঘহিব ধৰিলে। ওপৰত বহি থকা কমৰেড্ তিনিজনে প্ৰাণভয়ে গছৰ ঠানিক দুই হাতেৰে ধৰি লৈ "ত্ৰাহি ত্ৰাহি হে ভগৱান! আজি ৰক্ষা কৰা', ৰাভাককায়ে "নিক নিক" বুলি মাতিব গৈও মনে মনে থাকিল। হাতীবিলাকে বনৰ লতাপাত ভাঙি চিঙি অপ্ৰতিহত সম্ৰাট বাহিনীৰ দৰেই নাৰেঙ্গীৰ পৰা চন্দ্ৰপুৰলৈ যোৱা কেঁচা আলিটোৰ ওপৰত উঠি পুলিচৰ গাড়ীখনক কুঁৱলিৰ আঁৰত প্ৰকাণ্ড জন্তুৰ দৰে থিয়হৈ থকা দেখা পাই সেইপিনেই খেদা মাৰি গ'ল। তেতিয়া পুলিচৰ চিপাহীবিলাকে হাতীৰ আক্ৰমণৰ পৰা আত্মৰক্ষাৰ বাবে গাড়ীৰ পৰা নামি লৰ মাৰি পলালে। হাতীৰ

পালটো আহি গাড়ীখনক চেলেঞ্জ কৰি প্ৰকাণ্ড চিঞৰ মাৰি এক ঢাক্কা মাৰিলে। গাড়ীখন গড় গড়াই পিছুৱাই গ'ল। বিপৰীত পিনৰ পৰাও দুই তিনিটা হাতীয়ে গাড়ীখনক সিহঁতৰ পিনে অহা দেখি খেদি গৈ গাড়ীখনক আৰু এক ঢাক্কা মাৰিলে। গাড়ীখনো উল্টা পিনে যাব ধৰিলে। আকৌ সিপিনৰ পৰা হাতীৰ ঢাক্কা খাই গাড়ীৰ ষ্টিয়াৰিং ঘূৰি গৈ ৰাস্তাৰ পৰা হুৰহুৰাই নামি বিলৰ মাজত কাতিয়া হৈ পৰি থাকিল। গাড়ী পৰি যোৱাৰ শব্দ পাই পুলিচ-বিলাকে দূৰৈৰ পৰা গুলি ফুটাব ধৰিলে। এই সুযোগতে ৰাভাইঁতে জংঘলৰ পথে পথে লৰালৰিকৈ বোন্দা গাঁওৰ পিনে গুচি গ'ল। এই ঘটনাৰ পৰা পৰিত্ৰাণ পাই ৰাভাই প্ৰতিজ্ঞা কৰিছিল যে, "আৰু কেতিয়াও নিৰুপমাৰ লগত দেখা কৰিবলৈ নাযায়।" কিন্তু তাৰেই কেইদিনমান পিছত গৈ ৰাভাই পুলিচৰ চোৰাংচোৱাৰ ফান্দত পৰি ধৰা পৰাৰ উপক্ৰম হৈছিল। ইয়াৰ পিছতেই পাৰ্টিয়ে ৰাভাক উজনি অসমলৈ পঠিয়াই দিছিল।

## বিষ্ণুৰাভাৰ কাৰণে শ্ৰীমতী নিৰুপমাৰ আৰু এটি শ্ৰদ্ধাৰ আৰু প্ৰীতিৰ বৰঙণী

বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগ দিয়াৰ আগতে ১৯৪৫ চনৰ শুৰিতে ৰাভাই চেনোলা কোম্পানীত 'শঙ্কৰদেৱ' আৰু 'মাধৱদেৱ'ৰ নাট দুখনি ৰেকৰ্ডিং কৰাৰ কাৰণে নিৰুপমা দেৱীক লগত লৈ কলি-কতালৈ গ'ল। তাত শঙ্কৰদেৱৰ ভাও লৈছিল বিষ্ণুৰাভাই স্বয়ং আৰু সত্যসন্ধ্যাৰ ভাও লৈছিল নিৰুপমা দেৱীয়ে। ৰাভাই শঙ্কৰ-দেৱৰ ভাও দিয়াৰ উপৰিও কুসুম্বৰ ভূঞাৰ ভাৱো দিছিল। 'মাধৱদেৱ' নাটত ৰাভাই শঙ্কৰদেৱ আৰু নিৰুপমাই মাধৱদেৱৰ

মাকৰ ভূমিকা লৈছিল। এই ৰেকৰ্ডিং কৰাৰ খৰচৰ যোগান দিয়াৰ বাবে নিৰুপমাই ৰাভাক এটি সোণৰ হাৰ আৰু এযোৰ কাণৰ সোণৰ ফুল আগ বঢ়াইছিল। ইয়াৰ পিছত ৰাভাই ৰাজনীতিৰ ক্ষেত্ৰত আত্মগোপন কৰি থকা কালত নিৰুপমা দেৱীৰ ঘৰত কেইবাৰমান পুলিচে ৰাভাক বিচাৰি আহি থানাতালাচী কৰি গৈছিল। পিছত ৰাভাৰ লগত যোগাযোগ ৰখাৰ অভিযোগত গ্ৰেপ্তাৰ হৈছিল।

বিষ্ণুৰাভাই নিৰুপমা দেৱীক ত্যাগৰ শেষ সীমালৈকে আহ্বাণ কৰি সৰাপাতৰ দৰেই পৰিত্যাগ কৰি বনবাস কালতেই আৰু এগৰাকী জীয়ৰীক তৃতীয়া পত্নী বুলি গ্ৰহণ কৰাত দ্বিধাবোধ কৰা নাছিল। ৰামায়ণ মহাকাব্য• বাল্মীকিৰ লিখনিত লক্ষ্মণ পত্নী উৰ্মিলাক ৰামায়ণৰ উপেক্ষিতাৰূপেই থৈ দিলে। নিষ্কলুষ উৰ্মিলা বোৱাৰীৰ প্ৰতি সমবেদনা প্ৰকাশ কৰি একলম চিয়াঁহীও খৰচ নকৰিলে আদিকবি বাল্মীকিয়ে। ঠিক তেনেকুৱাকৈ নিৰুপমাও ৰাভা কাব্যৰ উপেক্ষিতা হৈ ৰ'ল। কেৱল মাথো বিষ্ণুৰাভাৰ দ্বাৰাই উপেক্ষিতা নহয়, ৰাইজৰ পৰাও সংবেদনশীল প্ৰতিবাদ উচ্চাৰিত হোৱা নাই। বিষ্ণুৰাভাই এইদৰে জৈৱিক স্বাধীনতা ভোগ কৰাৰ কাহিনী "সৈনিক শিল্পী", "ফেৰেঙ্গাদাও" আদি কিতাপবিলাকত প্ৰকাশিত হৈছে। এনেবিধ কাৰ্য্যৰ ধাৰাবাহিকতা শিল্পীৰ অধিকাৰ-ভুক্ত বুলি গণ্য হ'ব নোৱাৰে। ৰাভাৰ চৰিত্ৰত নাৰী জাতিক জীৱনৰ লীলা সঙ্গীনী ৰূপেই বেছিকৈ আকৰ্ষিত কৰিছিল। সেইপিনৰ পৰা বিচাৰ কৰিলে বিষ্ণুৰাভাক "বাইৰণিক লিবাৰাইন" বুলি ক'ব পৰা যায়। বিখ্যাত ইংৰাজ কবি লৰ্ড বাইৰণৰ দৰে অবাধ যৌন স্বাধীনতা-কামী বুলি ক'ব পৰা যায়। কিন্তু লৰ্ড বাইৰণে দুশ্চৰিত্ৰৰ বাবে ইংৰাজ সমাজত ঘৃণিত হৈ লণ্ডনৰ পৰা বহিষ্কৃত হৈছিল। পশ্চিমীয়া দেশবিলাকত এনেকুৱা নৈতিক পদস্খলনৰ অপৰাধত কেবিনেট মন্ত্ৰীৰ পৰা আৰম্ভ কৰি ৰাষ্ট্ৰপতি নিৰ্বাচন প্ৰাৰ্থীপদৰ পৰাও পদত্যাগ

কৰিবলৈ বাধ্য হৈ থাকে। আমাৰ দেশত যৌন শৃঙ্খলাৰ সামাজিক নীতি-নিয়মবিলাক নাৰী জাতিয়েই পালন কৰিবলৈ বাধ্য হয়। পুৰুষৰ বেলিকা শৈথিল্য দেখা যায়।

এই বিষয়ে মই লিখিছো এই কাৰণেই যে ৰাভাৰ এনেবিধ দুৰ্বলতাৰ প্ৰাবল্যই তেখেতৰ মনীষাক বিক্ষিপ্ত কৰি পেলাইছিল। ৰাভাৰ প্ৰতি শ্ৰদ্ধা মৰ্য্যাদা প্ৰকাশ কৰিলেও চাৰিত্ৰিক পদস্খলনৰ বিষয়েও পূৰ্ণমাত্ৰাই সমালোচনা হ'ব লাগে। বিষ্ণুৰাভাৰ ব্যক্তিগত জীৱনত কলঙ্ক লেপি দিয়াটো মোৰ উদ্দেশ্য নহয়। মই প্ৰথমেই লিখিছো, আমাৰ দেশৰ চিৰাচৰিত ৰীতি আছিল—"কোনো বিখ্যাত মানুহৰ জীৱনক দেৱশিশুৰ দৰে সজাই প্ৰশংসাৰ বাণীৰে ভূষিত কৰা।" আজি সেই দিন উকলিছে। ৰাভাই নিজেও পৌৰাণিকত্বৰ সংস্কাৰৰ পৰা নিজক বহুপৰিমাণেই মুক্ত কৰি লৈছিল যদিও, বৰ্তমানে ৰাভা প্ৰেমীৰ বহুতেই বিষ্ণুৰাভাক এটি পৌৰাণিক বিগ্ৰহৰ দৰেই ৰূপায়ন কৰাৰ চেষ্টা কৰি আছে। যদিও পুৰাণত বৰ্ণিত দেৱ-দেৱী, ৰজা-মহাৰজাবিলাকৰ গুণ-কীৰ্তন গাই কাব্য গল্প লেখা হ'লেও, তেওঁলোকৰ দুষ্কৃতি, দুশ্চৰিত্ৰৰ কথাও লিখিত হৈছে। অৱশ্যে সমালোচনামূলক মন্তব্য কৰাৰ দুঃসাহস সেই যুগৰ লেখক-বিলাকৰ হোৱা নাছিল। আজিৰ যুগৰ মানুহৰ সমাজে সেইটো মানি লোৱাত দ্বিধাবোধ কৰি থাকে।

যিসকলে বিষ্ণুৰাভাৰ সান্নিধ্য লাভ কৰা নাছিল, সেই উদীয়মান তৰুণ গোষ্ঠীয়ে মনৰ শ্ৰদ্ধা আৰু প্ৰীতিৰ প্ৰাবল্যত ৰাভাৰ চৰিত্ৰৰ দুৰ্বলতা আৰু অভাৱখিনিৰ বিষয়ে উপলব্ধি কৰিব পৰা নাই। তাৰ কাৰণ আমাৰ দেশৰ কথাচহকী ভাবপ্ৰৱণ মধ্যবিত্তৰ শ্ৰেণীচৰিত্ৰত সুবিধাবাদ আৰু স্পৰ্শকাতৰ মানসিকতা ভাবালুতাৰ প্ৰাধান্য বেছি প্ৰশ্ৰয় পায়, সেইবাবেই এই শ্ৰেণীৰ মানুহে প্ৰতিষ্ঠাবান ব্যক্তিৰ বা কোনো প্ৰতীক পুৰুষৰ অন্বেষণ কৰি তাৰেই ছাঁত সাফল্যৰ কল্পনা কৰা দেখা যায়। এই শ্ৰেণীৰ বহুতেই সেই কাৰণে প্ৰতীকবাদ,

গুৰুবাদ, পৌৰাণিকত্ববাদৰ পুনৰুত্থানৰ প্ৰয়াস কৰাও দেখা যায়।

বৰ্তমানে অসমৰ মধ্যবিত্ত শ্ৰেণীয়ে ৰাজনৈতিক আৰু সামাজিক ক্ষেত্ৰত দৃঢ়ভাবেই গঢ় ল'ব ধৰিছে। এওঁলোকে নিজৰ সাহিত্য সংস্কৃতিক জাতীয় ভাবধাৰাত প্ৰতিষ্ঠা কৰাৰ তীব্ৰ অভিলাষ প্ৰকাশ কৰিছে। বিশেষকৈ ৰাজ্যৰ শাসন ক্ষমতা কৰায়ত্ত কৰি মধ্যবিত্ত শ্ৰেণীয়ে ধনীক শ্ৰেণীক ৰাষ্ট্ৰযন্ত্ৰৰ প্ৰশাসনৰ পৰাও ঠেলি পঠিয়াইছে। অসমীয়া ৰাইজৰ মাজত এতিয়ালৈকে ধনীক শ্ৰেণীয়ে শোষকৰূপে বিশেষ গঢ় ল'ব পৰা নাই। সৰ্বভাৰতৰ ধনতান্ত্ৰিক শোষণ ব্যৱস্থাৰ প্ৰক্ৰিয়াৰ দ্বাৰাই অসমৰ ৰাইজে শোষিত হৈ আছে। অসমীয়া মধ্যবিত্ত শ্ৰেণীয়ে অসমীয়া ৰাইজক বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে সজাগ কৰি ধনতান্ত্ৰিক বিকাশ লাভৰ গতিক ৰোধ কৰাৰ প্ৰয়াস কৰি মধ্যবিত্ত শ্ৰেণী চৰিত্ৰৰ সুবিধাবাদী দিশখিনিক সংযত কৰাৰ প্ৰয়াস-টোৱেই বাঞ্ছনীয় হ'ব লাগে বুলি ভাবোঁ।

বিষ্ণুৰাভাই নিজেও মধ্যবিত্ত শ্ৰেণীৰ সুবিধাবাদী চৰিত্ৰৰ বিষয়ে সজাগ আছিল। তেখেতে অনেক মিটিঙতেই ভাষণ দিয়াৰ সময়ত কৈছিল যে, "নিম্নবৰ্গৰ ৰাইজৰ জনমানস গঠন কৰে মধ্যবিত্ত শিক্ষিত শ্ৰেণীৰ মানুহেই, গতিকে এই মধ্যবিত্ত শ্ৰেণীৰ প্ৰগতিশীল চিন্তাধাৰা নিৰ্মোহ হ'ব লাগিব আৰু ভাবালুতাক বিসৰ্জন দি যুক্তিবাদী আৰু বস্তুনিষ্ঠ হ'ব লাগিব; নহ'লে অতি দ্ৰুতগতিৰে পৰিবৰ্তনশীল আধুনিক পৃথিৱীত নিজক থাপ খুৱাব নোৱাৰিব, প্ৰতিক্ৰিয়াশীল সংৰক্ষণশীল শক্তিয়ে বিপথগামী কৰি নিব পাৰে। মোৰ এইদৰে লিখাৰ উদ্দেশ্য হৈছে যে বিষ্ণুপ্ৰসাদ ৰাভাৰ দৃষ্টিভঙ্গী আৰু আদৰ্শৰ যুক্তিবাদী বস্তুনিষ্ঠ সমীক্ষাৰ মাধ্যমেই ৰাভাৰ চাৰিত্ৰিক বিশ্লেষণ হোৱা উচিত। সেইবাবেই মই তেখেতৰ সবলতা-দুৰ্বলতা ক্ৰুটি-বিচ্যুতি মনীষা মেধা মহত্ব উদাৰতাৰ পৰস্পৰ বিপৰীতধৰ্মী সদগুণ/দুৰ্গুণ বিলাকৰ সমূহ আলেখ্য দাঙি ধৰি সমালোচনা কৰাৰ প্ৰয়াস কৰাৰ সাহস কৰিছোঁ।

১৯৫৩ চনৰ জুলাই মাহত বিষ্ণু ৰাভাই কাৰাবাসৰ পৰা মুক্তি লাভ কৰি তাৰ দেড় বছৰ পিছত ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগ দিয়ে। তেতিয়া ভাৰতৰ স্বাধীন ৰাষ্ট্ৰৰ গণতান্ত্রিক সাধাৰণ নিৰ্বাচন এবাৰ হৈ গৈছে। আৰ, চি, পি, আইৰ কৰ্মী আৰু নেতাবিলাকে দ্বিধাবিভক্ত হৈ পৰিছে। ভাৰতৰ কমিউনিষ্ট পাৰ্টিয়েও সংসদী গণতন্ত্ৰত যোগ দিছে। অনেকেই বিধান সভা আৰু সংসদত নিৰ্বাচিতও হৈছে। তেতিয়া বিপ্লবী কমিউনিষ্ট পাৰ্টিৰ সশস্ত্ৰ সংগ্ৰামৰ আঁচনিও অন্তৰ্হিত হৈছে। কমৰেডবিলাকে অৰ্থনৈতিক বিপৰ্য্যয়ত ক্লান্ত। কমৰেড্ ৰাভাই ঘৰ সংসাৰ চলোৱাত ঘৰ্মক্লান্ত। সাহিত্য কাব্য কলা বিদ্যাত মনোনিবেশ আশানুৰূপভাবে কৰিব পৰা নাই। তৎসত্বেও জনজাতীয় জীৱনৰ বৈশিষ্ট্য ঐতিহ্য আদিৰ বিষয়বস্তু সংগ্ৰহৰ প্ৰচেষ্টা চলাই আছে। ......এই সময়ত দুটা লোক সভাৰ সমষ্টিৰ নিৰ্বাচন সমাগত। ১৯৫৫ চনত কমৰেড্ তৰুণ সেন ডেকা আৰু দুই এজন কমৰেডৰ লগত পৰামৰ্শ কৰি বিষ্ণু ৰাভাক ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগ দি কোকৰাঝাৰ লোকসভা সমষ্টিৰ উপ-নিৰ্বাচনত প্ৰাৰ্থীৰূপে থিয় কৰাইছিল। সেই সময়ত কমৰেড্ ৰাভাই, খগেন বৰবৰুৱাৰ লগত কমৰেড্ সুধাময় দাসগুপ্ত, কমৰেড্ হৰিদাস ডেকা, উপেন দাস, প্ৰাণেশ্বৰ দাসক লৈ ডিব্ৰুগড় জেইল-লৈকে আহি সুৰেন ভট্ট আৰু কমৰেড্ জ্যোতিৰ্ময় গুপ্ত মোৰ লগত দেখা কৰি নিৰ্বাচনত প্ৰাৰ্থী হোৱাৰ সিদ্ধান্তৰ কথা জনাই গৈছিল। কমৰেড্ ৰাভা "কোকৰাঝাৰত" আৰু কমৰেড্ খগেন বৰবৰুৱাই "লক্ষীমপুৰ লোকসভা" সমষ্টিত প্ৰতিদ্বন্দীতা কৰি দেড় লাখৰ অধিক ভোট লাভ কৰিও পৰাজিত হৈছিল আমাৰ পুঁজি আৰু উপযুক্ত সংগঠনৰ অভাবত এই পৰাজয় বৰণ কৰিব লগীয়া হৈছিল।

নিৰ্বাচনৰ পিছত কমৰেড্ ৰাভাই কমিউনিষ্ট পাৰ্টিৰ সক্ৰিয় কৰ্মী হৈ কামত অবতীৰ্ণ হৈছিল আৰু জীৱনৰ শেষ দিনলৈকে

ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ সদস্য থাকি সংসদী গণতান্ত্ৰিক পৰিবেশত বৈপ্লবিক অস্থিৰ অৱস্থাতকৈ শান্তিপূৰ্ণ পৰিবেশত প্ৰায় চৈধ্য বছৰ অতিবাহিত কৰিও সাহিত্য কাব্য কলাত উল্লেখযোগ্য পাৰদৰ্শিতা প্ৰকাশ কৰি যাব পৰা নাছিল।

তাৰ কাৰণ কমৰেড্ ৰাভাৰ নিজৰ সক্ৰিয় চেষ্টাত সাহিত্য কবিতা, শিল্প কলাৰ সৃষ্টি আৰু চৰ্চ্চা কৰাৰ দৃঢ়তা আৰু আগ্ৰহৰ অভাৱ হৈছিল। গীত গোৱাৰ মাধুৰ্য্যও কমি যাব ধৰিছিল। তেখেতৰ নিজৰ ৰচিত গীতৰ বাহিৰে আনৰ ৰচিত গীত গোৱাত অনিচ্ছা থকাৰ কাৰণে তেখেতৰ ৰচিত পুৰণি গীতৰ আবেদনও হেৰুৱাই গীত কবিতা সাধনাৰ আগ্ৰহও নিস্তেজ হৈ যাব ধৰিছিল। নতুন গীত কবিতা ৰচনা সক্ৰিয়তাও নিষ্প্ৰভ হৈ যাব ধৰিছিল। ইয়াৰ উপৰিও সুৰাপানৰ আসক্তি আৰু গান্ধৰ্ব বিলাসৰ তাড়ণাই তেখেতৰ প্ৰতিভাৰ সৃজনী শক্তিক ম্ৰিয়মান কৰি পেলাইছিল। একাগ্ৰ সাধনাৰও বিৰতি ঘটাইছিল।

কমৰেড্ ৰাভাৰ এনেকুৱা মানসিক অৱস্থা হোৱাৰ মাই কাৰণ আছিল, বিপ্লবী কমিউনিষ্ট পাৰ্টিৰ সদস্য হৈ থকাৰ সময়ত ৰাভাই যি বন্ধুবাৎসল্য আৰু তেওঁৰ সাহিত্য সৃষ্টিৰ কাৰ্য্যত যিখিনি সচেতক আৰু পৰিপূৰকৰূপে সক্ৰিয় সহায় পাইছিল, সেইখিনি ভাৰতৰ কমিউনিষ্ট পাৰ্টিত সোমোৱাৰ পিছত অভাব হোৱাৰ কাৰণেই ৰাভাই নতুন সৃষ্টিক পূৰ্ণায়ত কৰাত একাগ্ৰ নিয়ন্ত্ৰণ হেৰাই পেলাইছিল পলম হব ধৰিছিল, অসমাপ্ত বৈ গৈছিল। আৰু এটা কাৰণ ৰাভাৰ লিখিত বিষয়বোৰ অসম্পূৰ্ণ থকাৰ কাৰণে সেইবিলাকক সম্পূৰ্ণ কৰাই ছপোৱাৰ ব্যৱস্থা কৰাৰ প্ৰশ্ন ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ" চিন্তাৰ মাজতেই অহা নাছিল। তাৰ কাৰণ ভাৰতৰ কমিউনিষ্ট পাৰ্টিয়ে বিষ্ণু ৰাভাৰ ব্যক্তিগত প্ৰতিভাৰ ভাবমূৰ্তিক বঢ়াই তোলাতকৈ "কমিউনিষ্ট পাৰ্টিৰ" ভাবমূৰ্তিক বৃদ্ধিৰ কাৰ্য্যতেই অধিক যত্নবান আছিল। যদিও কমিউনিষ্ট পাৰ্টিৰ হাতত যথেষ্ট সুবিধা আছিল।

তেওঁলোকৰ নিজস্ব ছপাশালো আছিল। সেই ছপাশালৰ পৰা কমিউনিষ্ট পার্টিৰ সাতদিনীয়া মুখপত্র "জনমত" কাগজখনৰ বাহিৰে উল্লেখযোগ্য কোনো কিতাপ-পত্রও ছপাই ওলোৱা নাছিল। এইটো ভাৰতৰ কমিউনিষ্ট পার্টিৰ পক্ষে অযোগ্যতা আৰু অপদার্থতা বুলি কব লাগিব।

মই এই বিষয়ে কমিউনিষ্ট পার্টিৰ ৰাজ্যিক শাখাৰ অন্যতম প্রতিষ্ঠাতা কমৰেড্ দধী মহন্তক সুধিছিলো। তেখেতে স্বীকাৰ কৰিছিল যে, "কমৰেড্ ৰাভাৰ লিখিত বস্তুখিনি চাই চিন্তি প্রকাশ কৰাৰ চেষ্টা নকৰাটো এটা ডাঙৰ ত্রুটি হৈছিল। এই বিষয়ে "অসম সাহিত্য সভাইও" নিষ্ক্রিয়তা দেখুৱাইছিল। "অসম প্রকাশন পৰিষদেও" সহায় কৰা নাই। অৱশ্যে এইটো স্বীকার্য্য যে কমিউনিষ্ট পার্টিয়ে বিষ্ণু ৰাভাক আন কোনো প্রকাৰেই তাচ্ছিল্য কৰা নাছিল। সকলো সুযোগ সুবিধাও আগ বঢ়াইছিল। প্রত্যেক ৰাজনৈতিক সভা, সাংস্কৃতিক অনুষ্ঠানত কমৰেড্ ৰাভাক পূর্ণ মর্য্যাদাৰে প্রধান অতিথি, সভাপতিৰ আসনত বহি লৈ ৰাভাৰ ভাবমূর্তিক বঢ়াই তুলিছিল। ৰাভাক "ভাৰতীয় গণ নাট্য সংঘৰ" সভাপতি পাতি সর্বভাৰতীয় শিল্পীবৃন্দৰ পৰিবেশত চিনাকি কৰাই অসমৰ বিভিন্ন ঠাইত প্রগতি-মুখী গীত নাটৰ অনুষ্ঠানত লৈ ফুৰিছিল। কিন্তু ৰাভাই তেওঁৰ অলৌ-কিকতাবাদী "তাণ্ডৱ নৃত্যৰ" প্রভাবৰ পৰা মুক্ত হৈ নৃত্য কলাৰ নতুন সৃষ্টি বিশেষ পৰিবেশন কৰিব পৰা নাছিল। "গণনাট্য সংঘৰ" শিল্পীবৃন্দৰ নতুন আধুনিক বিষয়বস্তুৰ দৰে চিত্তাকর্ষকও হোৱা নাছিল। তথাপিও ৰাভাৰ মর্য্যাদা ক্ষুণ্ণ কৰা নাছিল। কমিউনিষ্ট পার্টিয়ে বিষ্ণু ৰাভাক ৰুছ ভাৰত সাংস্কৃতিক মৈত্রী সংঘৰ অতি উচ্চ মর্য্যাদা সম্পন্ন বিষয়া, আনকি ৰুছীয় ৰাষ্ট্রদূতৰ লগতেও একেশাৰিত আসন দি সম্মানিত কৰিছিল। ১৯৬৭ চনৰ নির্বাচনত ৰাভাক স্বতন্ত্র প্রার্থীৰূপে বিজয়ী কৰাৰ কার্য্যত নির্বাচনৰ সর্বাঙ্গীন পৰি-চালনা কৰিছিল। যদিও ৰাভাই আছিল নির্বাচন প্রার্থী কিন্তু তেওঁ

আছিল নিৰ্বিকাৰ উদাসীন। সমস্ত দায় দায়িত্ব লৈছিল কমিউনিষ্ট পাৰ্টিয়ে। অৰ্থনৈতিক ফালৰ পৰা নিঃস্ব নিঃসম্বল, উদ্যমবিহীন, প্ৰণালীবদ্ধ আঁচনিৰ লগত সম্বন্ধ নথকা আপোন পাহৰা, সুৰাসক্ত ব্যক্তিৰ জীৱনত এইদৰে ভাবমূৰ্তি গঢ়ি তোলাৰ সাৰ্বিক সহায় লাভৰ সৌভাগ্য বিষ্ণু ৰাভাৰ বাহিৰে বোধকৰো খুব কম ব্যক্তিৰ জীৱনত হব পাইছে। এই কৃতিত্বখিনি একমাত্ৰ কমিউনিষ্ট মিত্ৰ-বাহিনীৰ দ্বাৰাই সম্ভৱপৰ কৰা হৈছিল।

নিৰ্বাচনত বিজয়ী হোৱাৰ পিছত বিধান সভাৰ মজিয়াত বিষ্ণু ৰাভাই বিশেষ পাৰদৰ্শিতাৰ ভূমিকা পালন কৰিব পৰা নাছিল। এইখিনিতে জানিব লগীয়া কথা যে কমিউনিষ্ট পাৰ্টিৰ নিয়ম অনুযায়ী নিৰ্বাচিত সদস্যৰ চৰকাৰী মাহেকীয়া প্ৰাপ্য অৰ্থৰ পৰা দুইশ টকাকৈ পাৰ্টিৰ ফাণ্ডত জমা দিয়াৰ নীতি আছিল। কিন্তু বিষ্ণু ৰাভাৰ বেলিকা দুই শ টকাৰ ঠাইত মাত্ৰ এক 'শ' টকাকৈ পাৰ্টিৰ ফাণ্ডত জমা দিয়া হৈছিল। এই পাঁচ বছৰৰ ভিতৰত কমৰেড্ ৰাভাই তেখেতৰ অসম্পূৰ্ণ লিখিত সামগ্ৰীবিলাক লিখি শেষ কৰিব পাৰিলেহেঁতেন। কাৰণ তেতিয়া ৰাভাৰ অৰ্থনৈতিক দুৰ্যোগৰ লাঘৱ হৈছিল আৰু শান্তিপূৰ্ণ পৰিবেশত যান-বাহনৰ সুবিধা, টেলিফোনৰ সুবিধা, প্ৰকাশৰ সুবিধাও আছিল।

প্ৰগতিশীল লিখকসকলৰ ত্ৰুটিপূৰ্ণ মন্তব্য :—

"সৈনিক শিল্পী" কিতাপখনত দুই এজন বাঁওপন্থী লিখকে মন্তব্য কৰিছে যে, "বিষ্ণুৰাভাই ৰাজনীতিত যোগ দিয়াৰ বাবেই তেখেতৰ প্ৰতিভা খৰ্ব হৈছে আৰু তেখেতৰ চৰিত্ৰ অমীমাংসিত ৰহস্যাবৃত হৈ পৰিছে। এই সম্পৰ্কে মই দৃঢ়ভাবেই ক'ব খোজোঁ যে, কমৰেড্ ৰাভাই ৰাজনীতিৰ সংস্পৰ্শত নহা হ'লেই তেখেতৰ সাহিত্য কবিতাৰ স্ফুৰণ নহে বৰং মৰহি গ'লহেঁতেন। ৰাভাৰ চৰিত্ৰত আমি অমীমাংসিত ৰহস্যাবৃত কোনো গোপন কুঠৰিৰ সন্ধান পোৱা নাই।

ৰাভাৰ চৰিত্ৰত ধাৰাবাহিকতা আৰু একাগ্ৰ অধ্যবসায়ৰ

অভাৱৰ বিষয়ে দুই এটি উদাহৰণ দাঙি ধৰিছোঁ—আমি ৰাভাক লেনিনে লিখা “ৰাষ্ট্ৰ” নামৰ এখনি কিতাপ আৰু “ছোটোদেৰ অৰ্থনীতি” নামৰ আৰু এখনি কিতাপ অনুবাদ নাইবা নিজৰ ভাষাতেই লিখিবলৈ অনুৰোধ কৰিছিলোঁ। ৰাভাই কিতাপবিলাক পঢ়ি বিভিন্ন গাঁওৰ সভা আদিত ব্যাখ্যা কৰি ফুৰিছিল, কিন্তু লিখি উঠিব নোৱাৰিলে। আমি “কৃষকৰ মুক্তি”, “খেতিয়কৰ সমস্যাৰ” বিষয়েও লিখিবলৈ দায়িত্বভাৰ দিছিলোঁ। কিন্তু এই বিষয়ে আগ্ৰহৰ অভাৱত লিখিব নোৱাৰিলে। এই কিতাপ কেইখন ৰাভাই অনুবাদ বা নিজৰ ভাষাত লিখিব পাৰিলে অসমৰ তৰুণ গোষ্ঠীৰ মাজত ৰাভাই ভালদৰেই কৃতিত্ব অৰ্জন কৰিব পাৰিলেহেঁতেন। এই কিতাপবিলাক শেষ পৰ্য্যন্ত হৰিদাস ডেকা, চিন্তাহৰণ কলিতা, উপেন দাসইতে অনুবাদ কৰি প্ৰকাশ কৰিছিল।

কাহিনী আশ্ৰিত নৃত্য নাটিকা লেখাতেও ৰাভাৰ আগ্ৰহৰ অভাৱ আছিল। শেষৰ পিনে গল্প উপন্যাসৰ মাজেদি এনেধৰণৰ আগ্ৰহ কিছু পৰিমাণে প্ৰকাশ পাইছিল। অধিক মননশীলতামূলক বিষয়-বস্তু লিখাত ৰাভাৰ অনিচ্ছাই প্ৰকট হৈ উঠিছিল। ৰাভাৰ চৰিত্ৰত ইয়াৰ বাহিৰে আন কোনো গোপন কুঠৰি নাছিল।

## বিষ্ণুপ্ৰসাদ ৰাভাৰ কৃত্তিৰ বিষয়ে কিছুমান ভুল তথ্যৰ সংশোধন

প্ৰগতিশীল লিখক গোষ্ঠীৰ কেইটামান প্ৰবন্ধ সংকলিত “সৈনিক শিল্পী” গ্ৰন্থখনৰ শ্ৰীযুত প্ৰবীণ বৈশ্য ডাওৰীয়াই লিখা প্ৰবন্ধত প্ৰকাশ পাইছে যে বিষ্ণুপ্ৰসাদ ৰাভাই গাঁৱৰ ডেকা-গাভৰুক নিজে গান গাই ন ন গীত শিকাইছিল। যেনে—

"ৰক্ত লিখনিৰে লিখি যাম, আমি লিখি যাম
ইতিহাসৰ দুখনি পাত,
মচি কলঙ্ক ৰেখা পুৰণিৰ আমি ৰচি যাম
ইতিহাসৰ দুখনি পাত"

এই গীতটো আমাৰ কমৰেড্ শৈলেন মেধীৰ (নীলু মেধী) (বৰ্তমানে হাইকোৰ্টৰ এডভোকেট) ৰচিত গীত। তেখেতে "কটন কলেজ"ৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ হৈ থকাৰ সময়ত এই গীতটি ৰচনা কৰি নিজেই সুৰ সংযোজনা কৰিছিল আৰু গাঁৱৰ ডেকা-গাভৰুৰ মাজত গাইছিল, শিকাইছিল। আমিও অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে এই গীতটি গাই ফুৰিছিলোঁ।

কমৰেড্ ৰাভাই এই গীতটো গোৱা নাছিল, কিয়নো তেখেতে "নিজৰ ৰচিত গীতৰ বাহিৰে আনৰ গীত গোৱা নাছিল।" (ৰবীন্দ্ৰনাথ ঠাকুৰৰ গীতৰ ক্ষেত্ৰত ব্যতিক্ৰম আছিল।) কলিকতাত ছাত্ৰ জীৱনত তেখেতে দহ মাইল চাইকেল চলাই হ'লেও ৰবীন্দ্ৰনাথ ঠাকুৰৰ গীতৰ আচৰ বিচাৰি সেই গীত শুনিবলৈ গৈছিল আৰু গায়কবিলাকক লগ ধৰি ৰবীন্দ্ৰ সংগীত শিকিছিল। কমৰেড্ ৰাভাই শান্তিনিকেতন-লৈয়ো গীত শিকিবলৈ গৈছিল। শৈলেন মেধীৰ অনুকৰণত ৰাভাই নিজৰ ভাষাত এটি গীত ৰচনা কৰিছিল। কিন্তু সেই গীতটো শৈলেন মেধীৰ গীতৰ দৰে জনপ্ৰিয় হোৱা নাছিল। আমি আমাৰ কমৰেড্ বিলাকে শৈলেন মেধীৰ গীতটোৱেই গাই থাকো। শৈলেন মেধীৰ ৰচিত গীতটোৰ অনুকৰণত ৰাভাৰ গীতটো মই তলত লিখিলোঁ—

তেজৰ বোলেৰে লিখি যাম ইতিহাস
মচি যাম দীন সমাজৰ হীন ইতিহাস
মচি যাম বহু শোষিতৰ হা-হুতাশ।"

ইয়াৰ তলত শৈলেন মেধীৰ গীতটোৰ কেইলাইনমান লিখিলোঁ—

"ৰক্ত লিখনিৰে লিখি যাম ইতিহাসৰ দুখনি পাত

মচি কলঙ্ক ৰেখা পুৰণিৰ আমি ৰচি যাম ইতিহাসৰ দুখনি পাত
ৰজা মহাৰজাৰ কাহিনী সংসাৰ ত্যাগীৰ ধৰ্মৰ বাণী
নাথাকিব নাথাকিব লিখা তাত"

শৈলেন মেধীৰ গীতটোৰ তুলনাত ওপৰত লিখা ৰাভাৰ গীতটো নিম্নমানৰ বুলি ক'ব পৰা যায়। বিশেষকৈ ৰাভাই লিখিছে "দীন সমাজৰ হীন ইতিহাস"—মই ক'ব খোজোঁ। "হীন ইতিহাস" শব্দটো লিখা সুযোগ্য হোৱা নাই, দুখীয়া শ্ৰেণীৰ মুক্তি সংগ্ৰামৰ ইতিহাসটো হীন নহয়, এইটো উজ্জ্বল ইতিহাস, অত্যাচাৰী দমনকাৰীৰ বিৰুদ্ধে মুক্তি সংগ্ৰামটো হীন হ'ব নোৱাৰে, এইটো মানৱ জাতিৰ ক্ৰমোন্নতিৰ মহান শ্ৰেণী সংগ্ৰাম বুলিয়েই গৌৰৱৰ সংগ্ৰাম। যথাৰ্থ শব্দ প্ৰয়োগৰ বিচাৰৰ ওপৰতহে কবিতা বা গীতৰ উচ্চ মানদণ্ড নিৰ্ভৰ কৰে।

শিল্পী সৈনিক কিতাপখনত প্ৰবীণ বৈশ্য ডাঙৰীয়াই উল্লেখ কৰিছে—১৯৪০ চনৰ পৰা কমিউনিষ্ট লীগৰ (আৰ, চি, পি, আইৰ আগৰ নাম) নেতৃত্বত গঢ়ি উঠা "কৃষক বনুৱা পঞ্চায়তৰ" কামত অসমৰ বিভিন্ন গাঁওত ৺কেদাৰনাথ গোস্বামীৰ লগত বিষ্ণুৰাভাই বক্তৃতা দি ফুৰিছিল এই বৃত্তান্তটো ভুলকৈ লিখা হৈছে। কাৰণ ১৯৪০ চনত "কৃষক বনুৱা পঞ্চায়ত" গঠন হোৱা নাছিল। "কমিউনিষ্ট লীগ" নামৰ সলনি কৰি "কৃষক বনুৱা দল" গঠন কৰা হৈছিল। তাৰ পিছত ১৯৪৩ চনত "বিপ্লৱী কমিউনিষ্ট পাৰ্টি" নাম ধাৰণ কৰা হৈছিল। তাৰ তিনিবছৰ পিছত কৃষক সংগঠনৰ বাবে বিশেষকৈ নাম ৰখা হৈছিল "কৃষক পঞ্চায়েত।" এই নামেই কৃষকৰ সংগঠন কৰা হৈছিল। ইয়াৰ আগতে বিষ্ণুৰাভাৰ লগত আমাৰ দলৰ কোনো যোগাযোগ হোৱা নাছিল।

বিষ্ণুৰাভাই বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সদস্য হৈছিল ১৯৪৫ চনৰ মাজামাজি সময়ত। তেঁৰ কেইমাহমান আগতে আমাৰ সংস্পৰ্শত আহিছিল। ৰহাত আমাৰ দলৰ ছাত্ৰ ফেডাৰেচনৰ অধিৱেশনত

১৯৪৫ চনত কেদাৰনাথ গোস্বামীক সভাপতি আৰু বিষ্ণুৰাভাক সংস্কৃতি শাখাৰ সভাপতি ৰূপে নিমন্ত্ৰণ কৰা হৈছিল। বিষ্ণুৰাভাই সেই সভাত "অসমীয়া কৃষ্টি" নামৰ এটি প্ৰবন্ধ পাঠ কৰিছিল। পিছত সেই প্ৰবন্ধ আমাৰ দলৰ "প্ৰগতি প্ৰকাশ ভৱনৰ" পৰা সঞ্চালক কমৰেড্ হৰিদাস ডেকাৰ প্ৰচেষ্টাত ছপাই প্ৰকাশ কৰা হৈছিল। নাম দিয়া হৈছিল "অসমীয়া কৃষ্টিৰ চমু আভাস।" ছপোৱাৰ খৰচ বহন কৰিছিল কমৰেড্ নীৰেন্দ্ৰ মোহন লাহিড়ীয়ে (বৰ্তমানে মেঘালয়ৰ এডভোকেট জেনেৰেল)।

শ্ৰীযুত প্ৰবীণ বৈশ্যই লিখিছে—আমাৰ ভাঙ্গুৰীপাৰাত পতা কৃষক অধিবেশনত ১৯৪৫ চনত নিৰ্দিষ্ট বক্তা সৌকত ওচমানী চাহাবৰ উৰ্দ্দু ভাষাৰ বক্তৃতাৰ অসমীয়া অনুবাদ শ্ৰীযুত বিষ্ণুৰাভাই কৰিছিল। এই বিৱৰণটো ভুল হৈছে—এই উৰ্দ্দু বক্তৃতাটো অসমীয়াত অনুবাদ কৰিছিল—লাখটকীয়া নিবাসী এজন মৌলবী চাহাবে। আৰু এটা ভুলৰ সংশোধন এই অধিবেশনত শিবন লাল শকসেনাই নামৰ কাকো নিমন্ত্ৰণ জনোৱা হোৱা নাছিল। এই অধিবেশনত ৰাভাৰ উল্লেখজনক ভূমিকাৰ কথা মই আগতেই লিখিছোঁ। "সৈনিক শিল্পী" কিতাপখনত ডঃ হীৰেণ গোঁহাইয়ে ৰাভা সম্পৰ্কে লেখিছে যে, "ৰামনাথ নামৰ" এজন গৰীব বিহাৰী শ্ৰমিকক ৰাভাই সাম্যবাদত দীক্ষিত কৰাই শ্ৰমিক নেতা বনাই-ছিল।" এই কথাটো সম্পূৰ্ণ ভুল—শ্ৰীৰামনাথে উত্তৰ প্ৰদেশৰ বাৰাণসীৰ অধিবাসী। তেওঁৰ পুৰা নাম "ৰাম নাথ হালুৱৈ।" কমৰেড্ ৰাভাই আমাৰ দলৰ সংশ্ৰৱত অহাৰ পাঁচ বছৰ আগতে অৰ্থাৎ ১৯৪০ চনৰ পৰাই ৰামনাথে আমাৰ পাৰ্টিৰ সক্ৰিয় সদস্য আছিল। আৰু বিয়াল্লিশ চনতে স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণ কৰিছিল। গুৱাহাটী এ, টি, ৰ'ডত তেওঁৰ চাহ মিঠাইৰ দোকান আছিল। স্বাধীনতা সংগ্ৰামীবিলাকে গোপনে আহি তেওঁৰ জৰিয়তে আমাৰ লগত যোগাযোগ ৰক্ষা কৰিছিল, আৰু নানাধৰণৰ

সহায় তেওঁৰ পৰা লৈ গৈছিল। নবগ্ৰহ পাহাৰত থকা পি, ডব্লিউ, ডিৰ, খাৰ-বাৰুদৰ গুদাম ভাঙি বাৰুদ উলিয়াই নিয়াৰ কামত ৰাম নাথ আমাৰ এজন ঘাই সহায়ক আছিল। এই বাৰুদ বাস্তাৰ, ৰেল আলিৰ দলংবিলাক ধ্বংস কৰাৰ কামত ব্যৱহাৰ কৰা হৈছিল। ৰামনাথে আমাৰ কৃষকৰ আধিয়াৰ আন্দোলনতো সক্ৰিয় অংশগ্ৰহণ কৰিছিল। তেখেতে পুলিচৰ বহু নিৰ্য্যাতন ভোগ কৰিছিল, কিন্তু মনোবল সদায় অটুট ৰাখিছিল। তেখেত শিক্ষিত আৰু সদাচাৰী ব্যক্তি আছিল। আমাৰ বনবাসী জীৱনতো তেওঁ গোপনে লগ ধৰিছিল, বহু ধৰণৰ সহায়, অস্ত্ৰ-শস্ত্ৰ গোপনে ৰখাৰ কামতো সক্ৰিয় আছিল। সেই সময়তে ইয়াত আমাৰ শ্ৰমিক সংগঠন নথকাৰ কাৰণে তেখেত শ্ৰমিক নেতা হোৱাৰ প্ৰশ্নই নাছিল। তেখেতে মাৰ্ক্সবাদ সম্বন্ধে অনেক হিন্দী কিতাপ পঢ়ি যথেষ্ট জ্ঞান অৰ্জন কৰিছিল। গতিকে ৰাভাই তেখেতক সাম্যবাদ শিকাই দলৰ শ্ৰমিক নেতা কৰাৰ প্ৰশ্নই নুঠে। শ্ৰীযুত চন্দ্ৰধৰ গোস্বামীয়ে "সৈনিক শিল্পী" কিতাপখনত তেওঁৰ প্ৰবন্ধত উল্লেখ কৰিছে বিষ্ণুৰাভাৰ প্ৰিয়তমা প্ৰথমা পত্নী প্ৰিয়বালাৰ বিয়োগৰ পিছতে ৰাভাই প্ৰাণস্পৰ্শী গীত ৰচিছিল—"লগণ উকলি গ'ল তেওঁয়ে নহ'ল কোৱা,

মনৰ কথাটি মোৰ, হিয়াৰ গুপুতে থোৱা
কিমান হেঙুলি উষা, কিমান জোনাকী নিশা
মিছাতেই গ'ল মোৰ, কিমান গধূলি পুৱা।"...

মোৰ জনামতে শ্ৰীযুত বিষ্ণুৰাভাই প্ৰিয়বালা দেৱীৰ বিয়োগৰ পিছতে তেওঁৰ উদ্দেশ্যে এই গীতটি লিখা নাছিল। প্ৰিয়বালাৰ মৃত্যুৰ পিছতে ৰাভাই লিখিছিল "পৰজনমৰ শুভ লগণত/যদিহে আমাৰ হয় দেখা, পূৰাবানে প্ৰিয়ে সেই জীৱনত/মোৰ এই জীৱনৰ অপূৰ্ণ আশা ?" এই গীতটিৰ ভাষাৰ লগত ৰাভাৰ পত্নী বিয়োগৰ বিৰহ যাতনাৰ ভাষা প্ৰকাশ পাইছে। কিন্তু "লগণ উকলি গ'ল/তেওঁ যে নহ'ল কোৱা/মনৰ কথাটি মোৰ হিয়াৰ গুপুতে থোৱা" এই গীতটিৰ

ভাষাৰ লগত পত্নীৰ বিয়োগ ব্যথাৰ ভাষাৰ সামঞ্জস্য নিমিলে। এই গীতটিৰ ভাষাৰ লগত এটি ব্যৰ্থ প্ৰেমিকৰ হতাশাৰ ভাষা প্ৰকাশ পাইছে। প্ৰেমিকক নোপোৱাৰ ব্যথা প্ৰতি ছত্ৰেই ফুটি উঠিছে। "মনৰ কথাটি মোৰ হিয়াৰ গুপুতে থোৱা/কিমান হেঙুলী উষা/ কিমান জোনাকী নিশা/মিছাতেই গ'ল মোৰ/কিমান গধূলি পুৱা।"

এই গীতটিৰ বিষয়ে মই যিখিনি জানো সেইখিনি লিখিছোঁ,— "এগৰাকী ব্ৰাহ্মণ কন্যাৰ লগত ৰাভাৰ প্ৰণয় বন্ধন হৈছিল। কিন্তু ব্ৰাহ্মণ পৰিয়ালটোৰ অশুভ সামাজিক পৰিণামৰ কথা চিন্তা কৰি ৰাভাৰ সুহৃদবৰ্গই তেখেতক এই কাৰ্য্যৰ পৰা বিৰত কৰি আন এজন ব্ৰাহ্মণ যুৱকৰ লগত ব্ৰাহ্মণ কন্যা গৰাকীৰ বিয়াৰ ব্যৱস্থা কৰিছিল। কিন্তু ছোৱালী গৰাকীক এই কথাটো জনোৱা হোৱা নাছিল। বিবাহ মণ্ডপত সুকল্যাণী ছোৱালী গৰাকী আহি কথাটো জানিব পাই মূৰ্চ্ছিতা হৈ পৰিছিল। তথাপিও বিবাহ সম্পন্ন হৈছিল। বিষ্ণু প্ৰসাদ ৰাভাই এই হৃদয় বিদাৰক পৰিণাম সহ্য কৰিব নোৱাৰি উল্লেখিত গীতটো ৰচনা কৰিছিল। এই গীতটো ৰাভাৰ এটি শ্ৰেষ্ঠ গীত বুলি কোৱা হয়। আমাৰ অনেক সভাত ৰাভাই এই গীতটো পৰিবেশন কৰিছিল। ওপৰত লিখা কথাখিনি যদি মোৰ ভুল হৈ থাকে তাৰ বাবে মই ক্ষমা খুজি থ'লোঁ।

শ্ৰীযুত তিলক হাজৰিকা ডাঙৰীয়াই "সৈনিক শিল্পী" কিতাপখনত এটি মন্তব্য কৰিছে, মন্তব্যটোত ৰাভাৰ সম্বন্ধে চিন্তাৰ খৰঙণি যোগালেও মন্তব্যটো বিজ্ঞতাৰে পৰিপুষ্ট হোৱা নাই বুলি ক'ব খোজোঁ। তেখেতৰ প্ৰবন্ধত তেওঁ কৈছে, "ৰাভাই বহুবোৰ অসম্পূৰ্ণতাৰ সমগ্ৰ।" ........"তেওঁৰ বহুমুখী প্ৰতিভাৰ যিকোনো এটা দিশ যথাৰ্থভাবে উন্মেষিত হোৱাহেঁতেন, তেওঁ এজন যুগনায়কৰ শাৰীলৈ উঠিলেহেঁতেন।" এই মৰ্মে মই ক'ব খোজোঁ যে, "অনেক অসম্পূৰ্ণ দিশৰ সংযোজনাত কোনো এটি দিশৰ পূৰ্ণতা লাভ নকৰে।" এজন মানুহৰ চৰিত্ৰত যদি বহু আৰব্ধ বিষয় অসম্পূৰ্ণ ৰাখি থৈ নতুন

বিষয়ান্তৰত জপিয়াই যোৱাটোৱেই চাৰিত্ৰিক ধাৰাবাহিকতাৰূপে প্ৰকাশ পাই থাকে, তেন্তে তাৰ কাৰণ অন্বেষণ কৰিলে বুজিবই লাগিব যে, অসম্পূৰ্ণ অৱস্থাত এৰি যোৱাৰ কাৰণ জ্ঞানৰ অসম্পূৰ্ণতাৰ গৰ্ভতেই ওপজে। এইটো এটা দুৰ্বলতাৰ গৰ্ভত আত্মসমৰ্পন কৰাৰ লগতেই তুলনীয় বুলি ক'ব পৰা যায়। এইদৰে বহু বিষয়ৰ লেখা আৰম্ভ কৰি এৰি থৈ দিয়াটো জ্ঞানৰ বিশালত্ব প্ৰমাণ নকৰে। বহুবিষয়ত জ্ঞানৰ চানেকি দিয়াটোৰ প্ৰৱণতাই এইখিনিত প্ৰবল। জ্ঞানৰ এটা সীমাত আহি নিঃশেষিত হোৱাৰ পিছতে আৰু স্ফূৰণ হ'ব নোৱাৰি অসমাপ্ত থাকি যায়। সূক্ষ্মভাবে ৰাভাৰ এই দিশটোৰ বিশ্লেষণ কৰিলে বুজিব পৰা যায় যে, নতুনকৈ অনুশীলনৰ চৰ্চ্চা ৰুদ্ধ গতি হৈ হতোদ্যমৰ নিষ্ক্ৰিয়তাত অসমাপ্ত ৰাখি পৰাজয়ৰ গ্লানিৰ নিৰ্য্যাতনত অৱসন্ন হৈ পৰিছিল বিষ্ণুৰাভাই—তেতিয়াই মদিৰাৰ তৰলিত আলিঙ্গনত আশ্ৰয় লভিছিল এই বেতুইন শিল্পীজনে।

পৰ্বতৰ পৰা বৰষুণৰ পানী বাগৰি আহি ভৰাই নিদিলে যেনেকৈ নদী শুকাই যায়, ঠিক তেনেদৰে ৰাভাৰ প্ৰতিভা বিকাশৰ উৎস সহৃদয় মেধাবী সুহৃদৰ পৰা প্ৰেৰণা, পৰামৰ্শ আৰু বিষয়বস্তুৰ সম্পূৰ্ণ পৰিপূৰকৰ কাৰ্য্যখিনি সম্পাদন নকৰিলে ৰাভাৰ প্ৰতিভাৰ প্ৰস্ৰবণও শুকাই গৈছিল। ঠিক যেনেকৈ ৰাভাই "শঙ্কৰী ভাবধাৰাত উজ্জীৱিত হৈ খোল কৰতালৰ লহৰা বজাই মুক্তিৰ সন্ধানত আগবাঢ়ি গৈ থমকি গৈছিল, চাৰুকলাৰ সৌন্দৰ্য্য সাধনাৰ আকৰ্ষণত প্ৰবাহিত হৈ যাযাবৰী অঘৰী জীৱনত পথশ্ৰান্ত হৈ উদ্‌ভ্ৰান্ত পথিকৰ হতাশাগ্ৰস্ত দিন গণি আছিল, চিনেমাৰ জগতত নিজৰ পৰিচালনাত একো বাস্তবায়িত কৰিব নোৱাৰি আনৰ নেতৃত্বৰ পাৰ্শ্বসহচৰৰ ভাওৰীয়াৰ বাহিৰে উল্লেখযোগ্যভাবে ৰাভাৰ নিজস্ব মৌলিক বৰঙণী যোগোৱাৰ কৃতকাৰ্য্যতা ফুটি উঠা নাই। সম্পূৰ্ণতা অৰ্জনৰ বাবে পৰনিৰ্ভৰতা, যাৰ ফলত মনীষাৰ বৃদ্ধি নহৈ অবক্ষয়তাৰ বাবে অগ্ৰগতি আড়ষ্ট হৈ পৰিছিল। এই ক্ষতিকাৰক দুৰ্গুণখিনিও যে ৰাভাচৰিত্ৰৰ মেধা

নষ্টকাৰী সহজাত সহযাত্ৰী এই হানিকৰ প্ৰভাৱক সংযত কৰাত ৰাভাৰ অনাসক্তি, অক্ষমতা। এই প্ৰশ্নবিলাকক অন্তৰালত ৰাখি ৰাভাপ্ৰতিভাৰ আশানুৰূপ বিশালত্ব বিচাৰিলে অবাস্তৱ আৰু ভাবপ্ৰবণ মূল্যায়ণ কৰা হ'ব বুলি ভবাটোৱেই যুক্তিসংগত হ'ব।

কিয়নো, আমি যেতিয়া বিষ্ণুৰাভাক লগ পাওঁ তেতিয়া তেওঁ যেন এটি পথহাৰা পথিক। জীৱনৰ পথ ক'ত? ইয়াৰ উদ্দেশ্য কি? কি কৰিলে জীৱনক সাৰ্থকভাবে ল'ব পৰা যায়? এই প্ৰশ্নত জৰ্জৰিত হৈ আছিল। তেওঁৰ মনৰ কোঠালিত মহৎ কাৰ্য্যৰ প্ৰতি সহজাত আবেগ, উদাৰ মনৰ প্ৰেমৰ সহজ-সৰল ধাৰা শূন্যতাৰ গৰ্ভত পৰি জীৱনৰ সম্ভেদ হেৰাই পেলাইছিল। গতিকে তেওঁৰ জীৱনৰ আৰম্ভণিৰ পৰা কোনো এটি দিশৰ আৰু নতুন উন্মেষণৰ সম্ভাৱনা তিৰোহিত হ'ব ধৰিছিল। এইটোৱেই বস্তুনিষ্ঠ সমীক্ষা হ'ব বুলি ভাবোঁ।

অৱশেষত জীৱন মেধাৰ সদ্‌ব্যৱহাৰৰ সম্ভেদ পালে, সাম্যবাদী জীৱন বেদৰ সংস্পৰ্শত আহি। বিদ্যুত সঞ্চাৰিত হৈ সঞ্জীবিত হ'ল তেওঁৰ হেৰাই যোৱা জীৱনী শক্তি আৰু খৰ্ব্বিত মেধা। কিন্তু আকৌ চাৰিত্ৰিক স্খলনৰ কাৰণে নিঃশেষণৰ গৰ্ভত বাৰে বাৰেই নিমজ্জিত হ'ব ধৰিলে। ক্ষনপ্ৰভাৰ দৰে পোহৰ আৰু আন্ধাৰত উজুতি খাই পথভ্ৰান্ত হ'ব ধৰিলে। বিষ্ণুৰাভাৰ এই বাস্তৱ ধাৰাটো বিচাৰ কৰিলে দেখা যায় যে, তেখেতৰ জীৱনত যিখিনি সৃষ্টি হৈছে তাতকৈ বেছি সম্ভাৱনা নাছিল। প্ৰতিভাৰ ভাণ্ডাৰ আছিল বুলি ধৰিলৈ মূল্যায়ণ কৰিলে অবাস্তৱ সিদ্ধান্ত কৰা হ'ব। বহুতেই মন্তব্য কৰা দেখা গৈছে যে, বিষ্ণুৰাভাৰ অজ্ঞাতবাস কালত তেখেতে লিখা অনেক মূল্যবান সম্ভাৰ হেৰাই যোৱা বুলিয়েই মানুহৰ ধাৰণা। এনেকুৱা ধাৰণা কৰাত আশাবাদী যুক্তি থাকিলেও পূৰাপূৰি সঙ্গত নহয়। ৰাজনৈতিক উদ্দেশ্যত অজ্ঞাতবাস কালত নিৰাপত্তাৰ বাবে সদায় ভ্ৰাম্যমান থকাৰ ফলত দুই এটি গীত বা কবিতাৰ বা চুটি

প্ৰবন্ধৰ বাহিৰে উল্লেখযোগ্য গ্ৰন্থ বা পুথি লিখাটো সেই সময়ত দুঃসাধ্য হৈছিল। তাঙৰ গ্ৰন্থ লিখা সম্ভৱ নাছিল বুলিলেই হয়। কাৰণ তাৰবাবে অন্য তথ্য তত্ত্ব সন্ধানী প্ৰামাণিক গ্ৰন্থৰ আৱশ্যক। সেইবোৰ সংগ্ৰহ কৰাটোও সেই সময়ত সম্ভাৱনাৰ কথা ভাবিব নোৱাৰি। আৰু ভ্ৰাম্যমান অৱস্থাত কঢ়িয়াই লৈ ফুৰাটোও দুঃসাধ্য আছিল। এটা তাঙৰ কথা আছিল যে, বিষ্ণুৰাভাই যিকোনো বিষয়েই হওক লেখাৰ সূচনাৰ অলপ পিছতেই তাৰ অসমাপ্ত অৱস্থা-তেই পৰিসমাপ্তি হৈছিল। পুলিচেও প্ৰতিখন গাঁৱৰ পৰা সকলো বস্তু বিচাৰি লৈ যোৱাটোও সম্ভৱ হোৱা নাছিল বুলি ভাবিব পাৰি। দুই এখন ছুটি অসমাপ্ত প্ৰবন্ধ বা গীত কবিতা হেৰাব পাৰে।

তাৰ বাহিৰেও এটা কথা মন কৰিব লগীয়া যে, কমৰেড ৰাভাই সদায় আমাৰ কোনোবা দায়িত্বশীল কমৰেডৰ লগতেই ঘূৰি ফুৰিছিল। কোনো ঠাইতেই দুই তিনিদিনৰ বেছি থকাটোও সম্ভৱ হোৱা নাছিল। গতিকে তেওঁৰ লিখিত বস্তুৰ সম্ভাৰ কিমান হৈছিল, বা এৰি থৈ গৈছিল, সেই বিষয়ে আমাৰ একেবাৰে অজানা থাকিব নোৱাৰে।

মোৰ উল্লিখিত সমালোচনাত কাৰোবাৰ ভাবপ্ৰৱণতাত আঘাত লাগিলেও নিৰ্মোহ দৃষ্টিভঙ্গীৰে মই বাস্তৱ মূল্যায়ণ কৰাটোৱেই যুক্তি-যুক্ত বুলি ভাবিছোঁ। "সৈনিক শিল্পী" কিতাপখনত শ্ৰীযুত চন্দ্ৰধৰ গোস্বামী দেৱৰ প্ৰবন্ধত তেখেতে মন্তব্য কৰিছে যে, "ৰাভাই বন্দুকলৈ বিপ্লৱ কৰাৰ কাৰণে, বা সেই কথা ভাবি ৰাইজে তেওঁক ভোট দিয়া নাছিল, ভোট দিছিল 'জীৱন শিল্পী' ৰাভাক।" শ্ৰীযুত গোস্বামী দেৱৰ এই মন্তব্যটো বাস্তৱতাৰ পৰা আঁতৰি গৈছে। কাৰণ ভোট দিয়াৰ বাস্তৱ ক্ষেত্ৰ আছিল, বিধান সভাৰ মঞ্জিয়াত দলিত বঞ্চিত মানুহৰ স্বাৰ্থ ৰক্ষা কৰি, সামাজিক অন্যায়ৰ বিৰুদ্ধে, বিষ্ণু ৰাভাই সংগ্ৰাম চলাই যাব।" এই আশালৈ হে ৰাইজে ভোট দিছিল। কাৰণ অন্যায়ৰ বিৰুদ্ধে বিষ্ণুৰাভাই আছিল দলিত শ্ৰেণীৰ

স্বাৰ্থ ৰক্ষাকাৰী এজন পৰিক্ষীত সংগ্ৰামী পুৰুষ, সেইবাবেই দলিত শ্ৰেণীৰ বাইজেই ৰাভাক ভোট দি জয়যুক্ত কৰিছিল। বিধান সভাৰ মজিয়াত শিল্পকলাৰ প্ৰদৰ্শনী কৰা বা সেই বিষয়ে তাত্বিক আলোচনা কৰাৰ ক্ষেত্ৰ নহয় বুলি ৰাইজে জানিছিল, ৰাভাইও জানিছিল।

আৰু এটা কথা,—"বিষ্ণুৰাভাই বন্দুকলৈ ঘূৰি বিপ্লৱ কৰিছিল বুলি ৰাইজে ৰাভাক ভোট দিয়া নাছিল।" এই মন্তব্যটো অৰ্বাচীন বালকৰ দৰেই লঘু হৈছে। কিয়নো ১৯৪৫ চনৰ পৰা শেষদিনলৈকে প্ৰায় বাইশ বছৰৰ ভিতৰত ৰাভাই মাত্ৰ পাঁচ বছৰ অজ্ঞাতবাস কালত কোনোবা ঠাইতেহে বন্দুক ব্যৱহাৰ কৰাৰ দৰকাৰ হোৱা নাছিল। মাজে সময়ে দুই এবাৰ পথ পৰিব্ৰজনৰ সময়ত বন্দুক বহন কৰাৰ দৰকাৰ হৈছিল সন্দেহ নাই। কিন্তু এই কথাটো বেছিকৈ প্ৰাধান্য দি অবশিষ্ট সোতৰ বছৰ ধৰি ৰাইজৰ হকে কমৰেড্ ৰাভাই আমাৰ লগতে গণতান্ত্ৰিক আন্দোলনত অংশ গ্ৰহণৰ কথাটো বাদ দি যোৱাৰ অবাস্তৱ প্ৰৱণতাখিনি বাস্তৱতাৰ অপলাপ বুলি ক'ব পাৰি! কমৰেড্ বিষ্ণুৰাভাৰ বৈপ্লৱিক আদৰ্শৰ কৰ্মধাৰাক অব-মূল্যায়ন কৰাৰ উদ্দেশ্যে গোস্বামী ডাঙৰীয়াৰ এই মন্তব্যত প্ৰচ্ছন্ন হৈ আছে।

"বিষ্ণুৰাভাৰ জীৱন আৰু কৃতি" কিতাপখনত শ্ৰীযুত তিলক হাজৰিকাই মন্তব্য কৰিছে, "বিষ্ণুৰাভাই বড়ো" জনজাতিক অৱক্ষয়ৰ পৰা ৰক্ষাৰ বাবে "মদ গাহৰিৰ প্ৰভাৱৰ পৰা বচোৱাৰ কাৰণে সমাজ সংস্কাৰমূলক কামত ব্ৰতী হৈছিল। নহ'লে বড়ো জাতিক ৰাজনৈতিক কাৰ্য্যত সংগঠিত কৰা অমূলক হ'ব। সেইয়ে লাহে লাহে ৰাভাক ৰাজনৈতিক আদৰ্শৰ ফালে নিলে···বিষ্ণুৰাভাই হয়তো ৰাজনৈতিক বিপ্লৱী নাছিল, যিমানখিনি আছিল সমাজ বিপ্লৱী।··· জনজাতীয় ৰাইজক মুক্তিৰ প্ৰেৰণাটোৱেহে তেওঁক প্ৰকাৰান্তৰে ৰাজনৈতিক বিপ্লৱলৈ আনিলে···।" এই মন্তব্যটো ত্ৰুটিপূৰ্ণ, ৰাভাক ৰাজনৈতিক বিপ্লৱলৈ আনিছিল কথাটোৰ প্ৰয়োগ ভুলকৈ কৰা হৈছে। ৰাভাই

ৰাজনৈতিক দলৰ সদস্য হৈছিল, বৈপ্লৱিক পথেৰে অৰাজক সমাজৰ মুক্তি সাধনৰ উদ্দেশ্যে। সমাজ সংস্কাৰৰ কাৰ্য্যত তেখেতে কেইদিন-মান নিযুক্ত থাকি ব্যৰ্থতা আৰু কৃতকাৰ্য্য নোহোৱাৰ কথা ভাবি নিশ্চেষ্ট হৈ এৰি দিছিল। ৰাজনীতিত তেওঁ নিজে আগ্ৰহেৰে দল বিচাৰি অহা নাছিল। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ কেইজনমান জ্যেষ্ঠ কমৰেড ৰাভাক সাম্যবাদী আদৰ্শ অনুধাৱন কৰাই নতুন জীৱনা-দৰ্শৰ বাস্তৱায়িত পথৰ সন্ধান প্ৰদৰ্শন কৰি ৰাজনৈতিক দললৈ আনিছিল। সেই সময়ত বিষ্ণুৰাভাই নিৰ্কৰ্মা ভোলানাথ হৈ বহি আছিল, নিৰুপমা দেৱীৰ জুপুৰি ঘৰত।

বিষ্ণুৰাভাই মনে-প্ৰাণে জানিছিল বড়োজাতিক মদ গাহৰি বৰ্জনৰ সংস্কাৰমূলক কামত নিযুক্ত হ'লে নিজেই "মদ গাহৰিৰ" প্ৰভাৱত পৰি "নিমখৰ পুতলাই সাগৰৰ পানী জুখিব যোৱাৰ দৰেই হ'ব।" ৰাভাই এইটোও জানিছিল যে, তেওঁ নিজৰ পক্ষে কোনো কাম প্ৰণালীবদ্ধভাবে সমাধা কৰাৰ যোগ্যতা নাছিল। আধকৰা অৱস্থাত ৰাখি থৈ দিয়াৰ দৰেই অকৃতকাৰ্য্য হ'ব। কিন্তু ৰাজনৈতিক দলৰ শৃঙ্খলা আৰু কৰ্মীবৃন্দৰ সামূহিক সাংগঠনিক সাহচৰ্য্যৰ প্ৰভাৱত পৰি আগুৱাই যাবলৈ বাধ্য হ'ব। বিষ্ণুৰাভাই নিজেই এই কথা স্বীকাৰ কৰিছিল।

ইয়াৰ বাহিৰে আৰু এটা কথা এই বিষয়ে জানিব লগীয়া যে, "মদ-গাহৰি" বৰ্জনৰ অধ্যায়টোৰ মূল প্ৰণেতা আছিল "শ্ৰীযুত অনিৰাম বসুমাতাৰী" যিজনে বিষ্ণুৰাভাক এই সংস্কাৰমূলক কাৰ্য্যত টানি আনিছিল। গতিকে অনিৰাম বসুমাতাৰীৰ কৃতিত্বখিনিৰ কথা অন্তৰালত থৈ দিলে সত্যৰ অপলাপ কৰি ৰাভাক প্ৰাধান্য দিয়াটো অন্যায় হ'ব।

প্ৰয়াত অনিৰাম বসুমাতাৰী আছিল এজন পুলিচ দাৰোগা, তেখেতে দক্ষিণ গোৱালপাৰাৰ মানুহ। কৃষ্ণাই, দুধনৈ অঞ্চলত বড়ো গাঁওবিলাকত "মদ গাহৰি" বন্ধ কৰাৰ কাৰ্য্য আৰম্ভ কৰাইছিল।

গুৱাহাটীৰ চাৰিওপিনে বড়ো অধিবাসীৰ মাজতে এই কাৰ্য্য আৰম্ভ কৰিছিল। অনিৰাম বসুমাতাৰী নিজেই এজন জনজাতীয় মানুহ। বিষ্ণুৰাভাই জনজাতি ব্যক্তি, গতিকে দুয়ো এই কামত লগ লাগিছিল। কিন্তু তেওঁলোকে সুৰাশক্তিৰ প্ৰভাৱৰ পৰা মুক্ত হ'ব পৰা নাছিল।

অনিৰামে সুৰাপানত আসক্ত হ'লেও সুৰাপানৰ প্ৰভাৱত বশ হোৱা বিধৰ ব্যক্তি নাছিল। তেখেতে অতি ব্যক্তিত্ব সম্পন্ন আৰু ক্ষুৰধাৰ বুদ্ধিসম্পন্ন, বোন্দা মেকুৰীৰ দৰে ক্ষীপ্ৰ গতি, দুৰ্দ্দান্ত সাহসী, দৃঢ়-সংগঠক, এজন স্বয়ং সম্পূৰ্ণ মেধাবী শ্ৰেণীৰ ব্যক্তি আছিল। আমাৰ লগত তেখেতৰ যোগাযোগ হোৱাৰ আগতেই তেখেতে ভূটান, তিব্বত, বৰ্মাৰ লগত যোগাযোগ স্থাপন কৰিছিল। আনকি চীনৰ লগতে যোগাযোগ কৰাৰ প্ৰয়াস চলাইছিল। তেখেতে পুলিচ দাৰোগাৰ চাকৰি এৰি দি আমাৰ দলৰ সদস্যপদ গ্ৰহণ কৰিছিল। অনিৰামৰ উদ্দেশ্য আছিল অসমত সিচঁৰিত হৈ থকা বড়ো জাতিৰ লগত আন আন উপজাতীয় গোষ্ঠীক সংগঠিত কৰিলৈ অস্ত্ৰ-শস্ত্ৰৰ সহযোগেৰে স্বাধীন জনজাতীয় ৰাজ্য প্ৰতিষ্ঠাৰ বাবেই সংগ্ৰাম আৰম্ভ কৰিব।

তেখেতে আমাক বিচাৰি আহি বহু কথা পাতিছিল। আমি অনিৰামক কৈছিলোঁ। জনজাতীয় মানুহৰ মাজত শিক্ষা বিস্তাৰৰ কাৰণে জোৰ দিয়ক, মদ বৰ্জন কৰাব পাৰিলে খুবেই ভাল কথা, কিন্তু "গাহৰি পালন" কামটো বৰ্জন কৰিলে অৰ্থনৈতিক ক্ষতি হ'ব। গতিকে বৈজ্ঞানিক ভিত্তিত গাহৰি-পালনৰ ওপৰত জোৰ দিয়াই ভাল হ'ব। ইয়াত অৰ্থনৈতিক উন্নতিহে হ'ব। পৃথিৱীৰ বিভিন্ন জাতিও তাকেই কৰি বহু টকা আৰ্জি আছে। নেতিবাচক সিদ্ধান্ত নলৈ ইতিবাচক সিদ্ধান্তহে ল'ব লাগে। কমৰেড্ ৰাভাই ইয়াৰ কিছুদিন আগতেই অনিৰামৰ "গাহৰি বৰ্জনৰ" আঁচনি বৰ্জন কৰি আমাৰ লগতে যোগ দিছে। অনিৰামেও আমাৰ সদস্যপদ গ্ৰহণ

কৰিছিল। আৰু কেইদিনমানৰ ভিতৰতেই এটা পুলিচ থানাৰ পৰা ছটা ৰাইফেল কাঢ়ি আনি আমাৰ হাতত জমা দিছিল। পুলিচ থানাত এই খণ্ডযুদ্ধ চলাব গৈ নিজৰ বাওঁ কান্ধত গুলি বিদ্ধ হৈ থকা অৱস্থাত মিকিৰ পাহাৰৰ জঙ্গলত লুকাই থাকি নিজেই চোকা কটাৰী এখনেৰে কান্ধৰ মাংস ফালি গুলি উলিয়াই বেণ্ডেজ বান্ধি আমাৰ গোপন অৰণ্য শিবিৰত আহি আশ্ৰয় লৈছিল। আমাৰ বিস্তীৰ্ণ অঞ্চলত সাংগঠনিক কাম সক্ৰিয় ভাবেই আগুৱাই গৈছিল। তেখেতে মাৰ্ক্সবাদৰ বিষয়ে কিতাপ-পত্ৰ পঢ়ি ভাল জ্ঞান অৰ্জন কৰিছিল।

থানা আক্ৰমণ কৰাৰ আগতে আমাক কোনো কথাই তেওঁ এই বিষয়ে কোৱা নাছিল। আমি বেছ কিছুদিন ধৰি তেখেতৰ লগত যোগাযোগ বিচ্ছিন্ন হৈ আছিলো। তাৰ পিছতে আমাৰ কমৰেড "ছত্ৰচিং টেৰণ (পিছত কংগ্ৰেছৰ মন্ত্ৰী হৈছিল) আৰু হৰি দাস ডেকাক মিকিৰ পাহাৰলৈ অনিৰামৰ লগত যোগাযোগ স্থাপনৰ বাবে পঠোৱা হৈছিল। তেওঁলোকক বহু ঘূৰি ঘূৰি মিকিৰ পাহাৰৰ অন্তৰতম প্ৰদেশত গভীৰ অৰণ্যৰ মাজত বিচাৰি পাইছিল। আমাৰ গোটেই কৃষক সংগ্ৰামৰ বাবে বনবাসী জীৱনত বাভাৰ লগত অনিৰামৰ বনবাস বা সাক্ষাৎ কমেই হৈছিল। এনেকুৱা তেজাল ৰাজনৈতিক মেধাবী ব্যক্তি আছিল অনিৰাম বসুমতাৰী। অনিৰামৰ কথা হয়তো ৰাইজে ভালদৰে শুনা নাছিল বুলিয়েই মই কথাখিনি লেখাৰ প্ৰয়োজন বোধ কৰিলো। কিন্তু দুখৰ বিষয় যে বনবাসী জীৱনৰ শেষ অধ্যায়ত অনিৰামে গ্ৰেপ্তাৰ হৈ আঠ মাহমান কাৰা-গাৰত থাকি মুক্তি লাভ কৰি গোৱালপাৰাৰ কাছাৰীত মহুৰী কাম কৰি থকা অৱস্থাত তেখেতৰ মৃত্যু হৈছিল। গতিকে বিষ্ণুৰাভাই বড়ো জাতিৰ সমাজ সংস্কাৰৰ মাজেদি ৰাজনৈতিক জীৱনত অহা কথাটো অলীক কল্পনা মাথোন।

## "বিষ্ণু ৰাভাৰ এটি শিশু-সুলভ দ্বন্দ্ব যুদ্ধ"

নলবাৰী অঞ্চলত আমাৰ বনবাসৰ এটি গোপন আশ্ৰয়স্থলীত কমৰেড্ বিষ্ণু ৰাভা, হৰিদাস ডেকাই বহি কথা পাতি আছে। আন কিছুমানে দুপৰীয়াৰ খোৱালোৱাৰ যোগাৰ কৰি আছে। এনেতে আমাৰ পাৰ্টিৰ এজন অন্যতম পুৰণি কমৰেড্ লোকনাথ বৰুৱাও আহি ওলাল। তেখেতৰ ৰুক্ষ চুলি, উদং ভৰি, লেতেৰা ধুতি, কাপোৰ ধূলিত ধূসৰিত। মুখলগুসৰ পৰা ঘাম ওলাই আছে, চকু মুখত উদ্বেগৰ ভাব। বিষ্ণু ৰাভাই উঠি বহি সুধিলে "কি হ'ল? ক'ৰ পৰা আহিলা?" লোকনাথ বৰুৱাই এটি ম্লান ক্লান্ত হাঁহিৰে জবাব দিলে—"আজি বৰ বাচিলো, ধৰি পেলাইছিলেই, যি কাণ্ড কৰি আহিব লগীয়া হ'ল তাকেই কওঁ শুনক", কমৰেড্ ৰাভা আৰু হৰিদাসে সাগ্ৰহে শুনাৰ বাবে চাই থাকিল।

এইখিনিত লোকনাথ বৰুৱাৰ বিশেষত্বৰ কথা কৈ ল'লেহে বুজিবৰ সুবিধা হ'ব। ···লোকনাথ বৰুৱা এজন চুটি ছাপৰ মানুহ, গাৰ বৰণ বিলাতী চাহাবৰ দৰেই, ধুনীয়া চেহেৰাৰ মানুহ। চেহেৰাত তিৰোতা মানুহৰ লালিত্য লক্ষণীয়। চিলঙত শিক্ষাপ্ৰাপ্ত, খুবেই মেধাৱী ব্যক্তি। তেওঁ ক'বলৈ ধৰিলে, "ইয়াৰ পৰা প্ৰায় আঠ ন মাইল দূৰৰ এখন গাঁৱত আমাৰ এজন কমৰেডৰ ঘৰত ৰাতি থাকি পুৱা চাহ খাব ধৰিছিলো। এনেতে খবৰ আহি পালে—পুলিচে গাঁৱত সোমাই পৰিছে, এই পিনেই আহিব ধৰিছে। মই ভাবিলোঁ পিছপিনৰ দুৱাৰখনেদি ছাবিৰ মাজত পলাই যাওঁ নেকি?" এনেতে মহিলা এগৰাকীয়ে মোক এখন মেখলা হাতত দি ক'লে, "আপুনি পলম নকৰি এই মেখলাখন গাঁৱলীয়া তিৰোতাৰ দৰে পিন্ধি

ওৰণিৰে মূৰ আৰু মুখখন ঢাকি চোতালৰ পৰা হাঁহ কেইজনী খেদি লৈ পথাৰৰ পিনে ওলাই য'ক। পুলিচ আহি পালেই"। মই আৰু ভাবিবৰ সময় নাপালোঁ, যি হয় হ'ব ভাবি তেনেকুৱা ভাবেই এছাৰি এডাল লৈ চোতালত ওলাই পৰিলো। হাঁহকেইজনীক খেদি পথাৰৰ পিনে তিৰোতা মানুহৰ দৰে গৈ থাকিলোঁ। তেতিয়া পুলিচে সেই পিনেই আহিব ধৰিছে। যি হওক মই হাবিৰ পিনে সোমাই গৈ শৌচ কৰাৰ নামত এঠাইত লুকাই মেখলাটো লুঙ্গীৰ দৰে পিন্ধি লৈ ওৰণিখন চাদৰৰ দৰে উৰি গুচি আহিলোঁ।"

হৰিদাসহঁতে লোকনাথৰ বিৱৰণ শুনি কমৰেড্ বিলাকক মাতি আনি খুব হাঁহি তামাচা কৰি থাকিল। লোকনাথ বৰুৱাই অতি বিনয়েৰে ক'লে, "চাহ এটোপা পাম নেকি ?" এই কথাকৈ লোকনাথে বাগৰি পৰিল। লোকনাথে সেই মহিলা গৰাকীৰ প্ৰখৰ বুদ্ধিৰ কথা বাৰে বাৰেই ক'ব ধৰিলে। হৰিদাসে তামচাকৈ সুধিলে মহিলা গৰাকীয়ে ধুনীয়া নে ? লোকনাথে মিচিকিয়া হাঁহিমাৰি জবাব দিলে, "অঁ তো বৰ ধুনীয়া দেই", হৰিদাসে আকৌ ক'লে, "তই মেখেলাখন ঘূৰাই দিবলৈ নাযাব নেকি ? চাবি আকৌ গ'লে পুলিচে ধৰি নিয়ে নে মহিলা গৰাকীয়ে ধৰি থৈ দিয়ে ?" সবেই হাঁহিব ধৰিলে।

ঠিক কৰা হ'ল। এই গোপন আশ্ৰয়টোৰ পৰা মানুহৰ সংখ্যা ভাগ কৰি আন ঠাইলৈ পঠাই দিয়া হ'ব। লোকনাথ বৰুৱাও দুজনৰ লগত গুচি যাব। খোৱা-লোৱাৰ পিছতে লোকনাথে ক'লে, "কমৰেড্ মোক পাঁচটা টকা দিয়ক।" হৰিদাসৰ হাতত টকা নথকাত ৰাভাক টকা কেইটা দিবলৈ ক'লে। কমৰেড্ ৰাভাই পকেটৰ পৰা দহ টকীয়া নোট এখন উলিয়াই দিলে। লোকনাথে দহ টকীয়া নোটটো নিবলৈ ৰাজি নহ'ল, তাক পাঁচ টকাহে লাগে বুলি দাবী কৰিলে। ৰাভাই ক'লে, "মোৰ হাতত পাঁচ টকা খুচুৰা নাই, তুমি দহ টকা লৈ যোৱা।" লোকনাথে জিদ ধৰি ক'লে নহয় সি পাঁচ টকাৰ বেছি এক পইছাও নলয়, তাক পাঁচ টকাই দিব লাগিব।

ৰাভাই আকৌ ক'লে, "মোৰ তাত পাঁচ টকা নাই, তুমি দহ টকাই লৈ যোৱা তোমাৰ কামত লাগিব পাৰে, মোৰ দৰকাৰ হলে কাৰোবাৰ পৰা খুজি ল'ব পাৰিম।" লোকনাথে জনালে পাঁচ টকাৰ বেশী তাৰ দৰকাৰ নাই সি কিয় বেছি টকা ল'ব? তাক পাঁচ টকাই দিব লাগিব। কমৰেড্ ৰাভাই আমনি পাই ক'লে, "দহটকা নল'লে নল'বা মোৰ হাতত পাঁচ টকীয়া নোট নাই, কি কৰিম? বাৰে বাৰে একে কথা কৈ দিগ্দাৰী নিদিবা।" লোকনাথৰ চকু-মুখ ৰঙা পৰি গ'ল, সি জাপ মাৰি উঠি ৰাভাৰ দৰে প্ৰকাণ্ড মানুজনৰ গলত টিপা মাৰি ধৰি চিঞৰিব ধৰিলে, "তাক পাঁচ টকা লাগে, জবৰদস্তী কৰি দহ-টকা দিলে তেওঁ ল'ব কিয়? দিবই লাগিব পাঁচ টকা"। ৰাভাই থতমত খাই গ'ল—লোকনাথৰ দৰে চুটি চাপৰ মানুহজনে ৰাভাক এই দৰে আক্ৰমণৰ কথা সপোনতেও ভাবিব পৰা নাছিল। ৰাভাই খঙত জপিয়াই উঠি লোকনাথক দুই হাতে গলত ধৰি ওলোমাই থৈ কব ধৰিলে, "তই লবই লাগিব দহটকা নললে মই তোক এই দৰেই ওলোমাই থম।" লোকনাথৰ মুখৰ পৰা থুই ওলাই পৰিল। কমৰেড্বিলাকে আহি লোকনাথক ৰাভাৰ হাতৰ পৰা মুক্ত কৰি বাহিৰত লৈ এক বাল্টিং পানী ঢালি দি বিছনাত শুৱাই থলে। বিছনাত বাগৰি পৰিও লোকনাথে ঘৰঘৰাই থাকিল—সি কমজোৰী বুলিয়েই তাক জবৰদস্তী কৰি দহটকা দিব খুজিছে, পাঁচ টকাৰ বেছি সি নলয়" কমৰেড্ ৰাভাক সবে মিলি বাহিৰত লৈ গ'ল। ৰাভাইও বাহিৰত গৈ দমদমাই থাকিল, "সি দহটকা নোলোৱাকৈ যাব নোৱাৰিব। পাঁচ টকা থাকিলেও কোনেও নিদিবা তাক"।

এইদৰেই দুইজন সুশিক্ষিত মেধাবী ব্যক্তিয়ে দুজনৰ সততাৰ কাৰণেই শিশুসুলভ কাজিয়া কৰি পেলালে, আৰু বিপদজনক ভাবেই পৰিসমাপ্তি হ'ল। ইয়াৰ কোনো তুলনা নাই। গধুলি তেওঁলোক দুয়োজনেই আমাৰ লগত ৰাজনৈতিক আলোচনাত ভালদৰেই অংশ গ্ৰহণ কৰিলে। দুয়োজনেই দুপৰীয়াৰ কাজিয়াৰ

কথা পাহৰি কথা পাতি থাকিল। যেন কাৰো কোনো আখেজেই নাছিল কাৰো বিৰুদ্ধে।

## বিষ্ণু ৰাভাৰ জীৱনত এহাল মিয়া বিবিৰ কাজিয়া

১৯৭৬ চন। তেতিয়া আমি কৃষকৰ আধিয়াৰ আন্দোলনৰ কাৰ্য্যাৱলীতেই ব্যস্ত আছিলোঁ। কমৰেড্ ৰাভাই তেতিয়া নিৰুপমাৰ ঘৰতেই সংসাৰ পাতি দিন নিয়াই আছিল। দাৰিদ্ৰতাৰ দুখ-কষ্টৰ মাজতেও জীৱন বাসনাৰ স্বাদ দুটি প্ৰাণীয়েই আকণ্ঠ আহৰণ কৰি আছিল।

এই সময়ছোৱাত এদিন বাতিপুৱা হৰিদাস ডেকাই তেওঁলোকৰ পানবজাৰত থকা ঘৰৰ সমুখৰ বাৰাণ্ডাত ওলাই আহি দেখে ৰাস্তাৰ ওপৰত কমৰেড্ ৰাভাই এখন ঘোঁৰাৰ গাড়ীত উঠি আহি হৰিদাসৰ ঘৰৰ সমুখত নামিব ধৰিছে। এটা মাল টনা ঘোঁৰাৰ গাড়ীত বহি অহাৰ বাবে ৰাভাককাইৰ কোনো ভ্ৰুক্ষেপ নাই, কোনোবাই কিবা ভাবিলেও নিৰ্বিকাৰ চিত্তত কামাখ্যা পাহাৰৰ তলৰ পৰা তিনিমাইল বাট আৰামত আহি ওলাইছে। ৰাভাককায়ে গাড়ীখনৰ পৰা নামি তেখেতৰ পুৰণি টিণৰ বাকচ এটা, বিছনাৰ টোপোলা আৰু তেওঁৰ অতি পুৰণি হাৰমোনিয়ামটো নমাই আনি ডেকাৰ ঘৰৰ বাৰাণ্ডাত নমাই ৰাখিলে। মুখত কোনো মাত-বোল নাই নিস্পৃহ হৈ থাকিল।

হৰিদাসে কমৰেড্ ৰাভাক ভালদৰেই বুজি পায়। তেওঁ অলপ ধেমালিৰ সুৰত সুধিলে, "কি ৰাভা আপুনি কি বিবিৰ লগত কাজিয়া কৰি এৰি আহিল নেকি? নে আপোনাক তেখেতে খেদি পঠিয়ালে?" কমৰেড্ ৰাভাই খঙৰ ভাব দেখুৱাই জবাব দিলে, "মোক কোনে খেদিব, মই নিজেই ওলাই আহিছোঁ, নাথাকো নিৰুৰ

তাত। তুমি মোক এটা থকাৰ ঘৰ বিচাৰি দিয়া, নহ'লে মই মাৰোৱাৰী ধৰ্মশালাতেই আশ্ৰয় ল'ম গৈ।" কমৰেড্ ডেকাই ৰাভাক মাতি ভিতৰত লৈ বহিবলৈ দিলে। চাহ জলপান খুৱাই লৈ হৰিদাসে ক'লে, "ব'লক মই আকৌ আপোনাক নিৰুপমাৰ ঘৰত থৈ আহোঁগৈ, মিয়া-বিবিৰ কাজিয়াত মই অপৰাধী হৈ থাকিব নোৱাৰোঁ।" হৰিদাসৰ প্ৰস্তাৱত ৰাভাৰ খং ঘপককৈ জ্বলি উঠিল। তেওঁ ক'লে, "কেতিয়াও নাযাওঁ মই নিৰুৰ ঘৰত, তুমি যদি মোৰ থকাৰ ব্যৱস্থা কৰিব নোৱাৰা তেন্তে মই যাওঁগৈ মাৰোৱাৰী ধৰ্মশালালৈ।" উপায় নাই দেখি হৰিদাসে ৰাভাক লৈ লাখটকীয়াত থকা আমাৰ কৃষক বন্ধুৰা পঞ্চায়ত অফিচ ঘৰত থকাৰ ব্যৱস্থা কৰি দিলে। সেই ঘৰখনেই আছিল নতুন যুগৰ সাম্যবাদী আদৰ্শৰ পোহৰ সন্ধানী তৰুণ তৰুণীৰ আলোচনা মন্দিৰ। কেইবাৰ'ৰও পুলিচে এই ঘৰটো খানাতল্লাচী কৰিছিল। ঘৰটোত দুখন চকীও আছিল। অসমৰ বিভিন্ন ঠাইৰ পৰা আমাৰ কৰ্মী আহিলে তাতেই আকিছিল। বিষ্ণুৰাভাৰ থকা শোৱাৰ বাবে সেই চকী এখনতেই ব্যৱস্থা কৰি দিয়া হ'ল।

সেই অফিচ ঘৰত থাকিব পাই ৰাভাৰ ভালেই লাগিল। কাৰণ তাত কলেজৰ ছাত্ৰ-ছাত্ৰীবিলাকে আহি ৰাজনৈতিক আলোচনাত মাজে-সময়ে যোগ দিছিল, আমাৰ কিতাপ-পত্ৰও লৈছিল। তেতিয়া ছাত্ৰ সংস্থাবিলাকৰ পতাকা আছিল, "স্বাধীনতা, শান্তি, প্ৰগতি" আনপিনে শ্ৰেণী-হীন সমাজ ব্যৱস্থাৰ বৈজ্ঞানিক বিশ্লেষণৰ বিষয়ে জনাৰ ঔৎসুক্য, ৰুছিয়াৰ বাতৰি, স্বাধীনতা সংগ্ৰামৰ উষ্ণ আবহাওয়াৰ বিষয়ে যুৱক-যুৱতীৰ আগ্ৰহেৰে ভৰা প্ৰাণ চঞ্চল পৰিবেশত কমৰেড্ ৰাভাই নবীনত্ব লাভ কৰি জীৱন্ত হৈ উঠিল। পত্নীৰ লগত কাজিয়া কৰি যিখিনি অৱসাদ আহিছিল, সেইখিনি ঘূৰাই পাব ধৰিলে। হোটেলত খাই-লৈ দুপৰীয়া বিশ্ৰাম কৰি গধূলি হৰিদাসক লগত লৈ ৰাভাই তেখেতৰ এজন অৱসৰপ্ৰাপ্ত সৈনিক বিষয়াক লগ ধৰাৰ কাৰণে উজান বজাৰলৈ ৰাওনা হ'ল। হৰিদাসক চ'বা ঘৰত

বন্ধুবৰ্গই সৈনিক বিষয়াজনে ৰাভাক লৈ ভিতৰত সোমাই গ'ল। দহ মিনিটমান পিছতে ওলাই আহি হৰিদাসক লৈ বাৰাণ্ডাত নামি আহিল। তেতিয়া ৰাভাৰ মন প্ৰফুল্লতাত ভৰি উঠিছে। হতাশাৰ কোনো ৰেশ নাই। ৰাতিপুৱাৰ মানসিক উত্তেজনাৰও শাম কাটিছে। সন্ধ্যাৰ আন্ধাৰ নামি আহিছে। ৰাভাই ক'লে, "হৰিদাস মই নিজৰ তাতেই ঘূৰি যাওঁ বুলি ভাবিছোঁ। তাই হয়তো নাখাই বহি আছে।" হৰিদাসে ৰাভাৰ প্ৰস্তাৱত নিষ্কৃতি পাই ক'লে, "মই আগতেই ক'ব পাৰোঁ, কিন্তু এই সিদ্ধান্তটো অলপ আগতে ল'লেই ভাল হ'ল-হেঁতেন, সহজে যাব পাৰিলে হয়। এতিয়া খোজকাঢ়িহে যাব লাগিব। আপুনি বিছনাৰ টোপোলাটো লৈ গুচি যাওক, এটা মাল টঙ্গা ঘোঁৰাৰ গাড়ীত উঠাই লৈ দি আহিমগৈ। —সেই যুগত ৰিক্সা বা বাচ নাছিল। ৰাভাই খোজকাঢ়ি ৰাওনা হৈ গ'ল। যোৱাৰ সময়ত ৰাভাই হৰিদাসক কৈ গ'ল তেওঁৰ মিলিটাৰী বন্ধুজনে তেখেতক বিলাতী টনিক তিনি পেগমান খুৱাই দিছে আৰু বাৰটা মান টকাও দিছে, নিজৰ হাতত টকা কেইটা দিমগৈ, ঘৰত খৰচও নাছিল, বেচেৰী বৰ কষ্ট পাই আছে মোৰ কাৰণে। কিয় যে খং কৰিছিলোঁ মই? এতিয়া বৰ বেয়া লাগিছে। হৰিদাসে ৰাভাক অলপ দূৰলৈকে আগুৱাই দিয়াৰ বাটত ক'লে, "এই সুমতিটো যেন সদায় থাকে আপোনাৰ।"

হৰিদাস ডেকাই ৰাতিপুৱা উঠি ৰাভাৰ হাৰমোনিয়াম আৰু টিণৰ বাকচটো লৈ নিৰুপমাৰ ঘৰ পালেগৈ। বাহিৰৰ পৰাই ডেকাই শুনিব পালে ৰাভাই গান গাই আছে। হৰিদাসে মাত দিয়াত নিৰুপমাই মাতি নি বহুৱালে। হৰিদাসে সুধিলে "মিয়া-বিবিৰ কি হৈছিল কালি?" নিৰুপমাই অনুযোগৰ সুৰত ক'লে, "আপোনাৰ কলাবিদে সুৰৰ সাধনা, কবিতা গীত গাই ব্যস্ত থাকিব। ইপিনে কাপোৰবিলাক ময়লা হলে মই ধুই দিব লাগিব। কিন্তু পিন্ধি থাকিলে কেনেকৈ ধুব পাৰোঁ? তাৰ বাহিৰেও আৰু কিমান কাকনো কম?

"এখেতক কিবা ক'লেই মই জগৰীয়া হ'ব লাগে।" কমৰেড্ ৰাভাই অপৰাধীৰ দৰেই ক'লে,—"ঠিক আছে, আৰু কেতিয়াও তেনেকুৱা নহ'ব। তুমি এতিয়া ডেকাক চাহ-টাহ কিবা দিয়াৰ জোগাৰ কৰা।" হৰিদাসে বুজিলে, কালি ৰাতি ৰাভাই বাৰটা টকা পাইছে গতিকে ৰাভা আজি গৰম, সেই কাৰণেই আজি জোৰকৈ ক'ব পাৰিছে নিৰুপমাক চাহ দিয়াৰ কথা। আনদিনা ৰাভাই মনে মনে থাকে নিৰুপমাই চাহ দিব পাৰিলে দিয়ে নহ'লে মনে মনে থাকে। হৰিদাসে যোৱাৰ সময়ত পাউৰুটি লৈ গৈছিল তাকেই আগুৱাই দিলে।

সেইদিনৰ কাৰণে হৰিদাসে অলপ উপদেশৰ বাণী শুনাই বিদায় লৈ গুচি আহিল।

এই দৰেই দুটি প্ৰাণীৰ বিচ্ছেদ মিলনৰ যাত্ৰা চলি আছিল। আমি তেওঁলোকৰ কুঞ্জবনত গৈ আছিলোঁ মাজে সময়ে। ইমান অভাৱ অনাটনৰ মাজতো নিৰুপমাই আলহীক আদৰ আপায়ন কৰিছিল—কেতিয়াবা লাল চাহেৰে, কেতিয়াবা গাখীৰ চাহেৰে। কোনোদিনেই আমনিৰ কথা কোৱা নাছিল মানুহ গৰাকীয়ে।

## চিত্ৰাঙ্কণ বিদ্যাত বিষ্ণুপ্ৰসাদ ৰাভাৰ দক্ষতা

চাৰু কলাৰ নায়ক বিষ্ণু প্ৰসাদ ৰাভাৰ চিত্ৰাঙ্কণ বিদ্যাত দক্ষতাৰ বিষয়ে এটি সুন্দৰ ঘটনাৰ বিৱৰণ বৰ্ণনা কৰিলোঁ—তেখেতৰ অঁকা ছবিৰ সংখ্যা বেছি নাছিল বা তেখেতৰ ছবিৰ প্ৰদৰ্শনীও পতাৰ সুযোগ হোৱা নাছিল যদিও, কিন্তু চিত্ৰাঙ্কণত যথেষ্ট পাৰদৰ্শিতা আছিল, তাৰেই এটি চিনাকী দিয়াৰ প্ৰয়াস কৰিছোঁ,—এই মনোগ্ৰাহী বিৱৰণটো মই কমিউনিষ্ট পাৰ্টিৰ ৰাজ্যিক সম্পাদক কমৰেড্

ফণী বৰাই যেতিয়া বিধানসভাৰ সদস্য আছিল তেতিয়া মই তেখেতৰ পৰাই শুনিছিলোঁ :—

১৯৭০ চনত চিলঙতৰাজধানী থকাৰ সময়ত "অসম বিধান সভাৰ মজিয়াত মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা ডাঙৰীয়াই প্ৰস্তাৱ কৰিছিল যে, স্বাধীনতা সংগ্ৰামত প্ৰাণ বলিদান দিয়া বীৰাঙ্গনা জীয়ৰী কন্যা কনকলতাৰ এখনি ছবিৰ আৱশ্যক বৰকৈ অনুভব কৰা হৈছে। এই শ্বহীদ বীৰাঙ্গনাৰ কোনো ছবি নাই। ছবিখন হ'ব লাগিব—কনক-লতাই শোভাযাত্ৰা লৈ থানাত গৈ আমাৰ জাতীয় পতাকা উৰুৱাই থৈ ইংৰাজ শাসকৰ পতাকা নমাই দিয়াৰ বাবে আগুৱাই যোৱাৰ দৃশ্য।" সমস্যা হ'ল কনকলতাৰ কোনো ছবি বা ফটো নাছিল। কনকলতাক দেখা মানুহ উলিয়াই মুখাকৃতিৰ সাদৃশ্যৰ বৰ্ণনা ল'ব পাৰিলেহে ছবি আঁকা সম্ভৱ হ'ব পাৰে। এই বিষয়ে কি কৰিব পাৰি, কাৰোবাৰ জনা চিনা ভাল আৰ্টিষ্ট থাকিলে আলোচনা কৰি জনাব পাৰিলে এই গুৰু দায়িত্বটো দিব পৰা যায়। কামটো অনতিপলমে কৰিব পাৰিলে ভাল হয়।" বিধান সভাৰ সদস্যবিলাকে এই দুৰূহ কামখিনি কেনেকৈ কৰিব পৰা যায়, কোন শিল্পীয়ে এইবোৰ কাম সমাধা কৰিব, সেই বিষয়ে নিজৰ ভিতৰত গুণ গুনাই কথা পাতিব ধৰিলে। হঠাতে কোনেও সমাধান দাঙি ধৰিব নোৱাৰিলে।

কমিউনিষ্ট পাৰ্টিৰ সাধাৰণ সম্পাদক কমৰেড্ ফণী বৰাৰ লগত কমঃ বিষ্ণুৰাভাই কথা পতা দেখা গ'ল। কমঃ ফণী বৰাই থিয় হৈ মুখ্য-মন্ত্ৰী চলিহা ডাঙৰীয়াৰ দৃষ্টি আকৰ্ষণ কৰি প্ৰস্তাৱ কৰিলে, "আমাৰ বিষ্ণুপ্ৰসাদ ৰাভাই এই দুৰূহ কামখিনিৰ দায়িত্বভাৰ গ্ৰহণ কৰিবলৈ প্ৰস্তুত আছে।" মুখ্যমন্ত্ৰী ডাঙৰীয়াই বিষ্ণুৰাভাক সসন্মানে সম্বোধন কৰি ক'লে, "তুলিৰ ৰজাৰে এই দুৰূহ কামখিনি সমাধা কৰাৰ দায়িত্ব ৰাভা ডাঙৰীয়াই গ্ৰহণ কৰিলে আমি সবেই বৰকৈ আনন্দ লাভ কৰিম।

কমৰেড্ ৰাভাই ক'লে, "কনকলতাৰ মুখাকৃতিৰ অবিকল ছবি আঁকা সম্ভৱ নহ'লেও মুখৰ সাদৃশ্যৰ ছাঁ ফুটাই তুলিব পৰা যাব।"

ৰাভাক সদস্যসকলে সমৰ্থন কৰি ধন্যবাদ জনালে। ……ৰাভাই কনকলতাৰ গাঁৱত গৈ তেখেতৰ মুখাকৃতিৰ দেহাবয়বৰ বিষয়ে মতামত সংগ্ৰহ কৰি ছবি আঁকিলে—।

কনকলতাই পতাকাৰ বাঁহডালক দুই হাতে ধৰি শোভাযাত্ৰাৰ সম্মুখত থাকি থানাৰ পিনে আগুৱাই আছে। ত্ৰিবৰ্ণ পতাকা সম্পূৰ্ণ মুকুলিত হৈ উৰি আছে। বিপৰীত পিনে সশস্ত্ৰ চিপাহী শোভা-যাত্ৰাক ধৰাশায়ী কৰি দিয়াৰ বাবে প্ৰস্তুত। কনকলতাই এটি বাহু পতাকাৰ বাঁহডালৰ ওপৰত আৰু এটি বাহু বাঁহডালৰ তলত ধৰি আগুৱাই যোৱাৰ দৃশ্য। শোভাযাত্ৰাৰ ঠেলা হেঁচাত কনকলতাই যেন দেহৰ ভাৰসাম্য ৰাখিব নোৱাৰি বাঁহডালৰ ওপৰত ধৰি থকা হাতখন মুখৰ ওপৰত আহি পৰিছে। মুখখনক যেন ডাৱৰৰ আঁৰত থকা বেলিক দেখা ন গলেও তাৰ অস্তিত্বৰ উজ্জ্বল আভা বুজিব পৰা যায়। ঠিক তেনেকুৱা ভাবেই কনকলতা আইজনীৰ কুমলীয়া মুখখনি বাহুৰ আঁৰত থাকি সম্পূৰ্ণ ফুটি নুঠিলেও তাৰ ছাঁ যেন উদ্ভাসিত হৈ ওলাই আছে। এনেকুৱা এটি দৃশ্য—ৰাভাই আঁকি উলিয়ালে।

কনকলতাৰ মুখাকৃতিৰ সাদৃশ্যক তুলিৰ ৰঙত ফুটাই তোলাৰ দুৰূহ সমস্যাক কৌশলী কলাবিদ বিষ্ণু ৰাভাই এই দৰেই সমাধান কৰিলে। বিধান সভাৰ মজিয়াত সদস্যসকলে ৰাভাক প্ৰশংসা বাণীৰে ভূষিত কৰি ধন্যবাদ আগ বঢ়ালে।

বিষ্ণু ৰাভাৰ চিত্ৰাঙ্কণ বিদ্যাত প্ৰতিভা থাকিলেও যাযাবৰী জীৱনৰ অৰ্থনৈতিক অক্ষমতাৰ কাৰণে তেখেতে স্থায়ীভাবে চিত্ৰাঙ্কণৰ এটা ষ্টুডিও কৰিব পৰা নাছিল। তেনেকুৱা প্ৰণালীবদ্ধ একাগ্ৰ সাধনাৰে অভাৱ আছিল এই দৰেই বিচ্ছিন্ন একাগ্ৰতাৰ মেধাবী নায়ক বেহুইন বিষ্ণু ৰাভাই জীৱনৰ শুভ অভিযানৰ সূচনা কৰিও অসম্পূৰ্ণ ৰই গ'ল।

## ১৯৬২ চনৰ শেষ, চীনৰ আক্রমণ
## বিষ্ণু ৰাভাৰ কাৰাবৰণ

বাতৰি কাকতত প্রকাশ পালে মহাচীনে ভাৰত তিব্বতৰ আন্তর্জাতিক সীমা লঙ্ঘন কৰি সোমাই আহিছে। আমাৰ প্রধান মন্ত্রী জৱাহৰলাল নেহেৰুজীয়ে ভাৰতীয় বাহিনীক চীনা সৈন্যক উলিয়াই দিয়াৰ বাবে নির্দেশ জাৰি কৰিলে। মৌকোঁহত মোহ মাৰা হ'ল। চীনৰ সামৰিক বাহিনীয়ে দুর্বাৰ গতিৰে ভাৰতীয় বাহিনীক ধূলিৰ দৰে উৰুৱাই তেজপুৰৰ পচুলীমুখলৈকে নামি আহি আকৌ উভতি গ'ল তেওঁলোকে নিজে সাব্যস্ত কৰা সীমালৈকে।—আমাৰ মদগৰ্বী চৰকাৰৰ কর্ণধাৰবিলাকে পৰাজয়ৰ গ্লানি মচিব নোৱাৰি ভাৰতৰ কমিউনিষ্টবিলাকক ধৰি বান্ধি কাৰাগাৰত সোমাই থ'ব ধৰিলে। অসমৰ বিষ্ণু ৰাভা, গৌৰীশঙ্কৰ ভট্টাচাৰ্য্য, ধীৰেশ্বৰ কলিতা ডাঃ অমলেন্দু গুহ, মোক আদি কৰি একান্নজনক একৰাতিৰ ভিতৰত যধে মধে গ্রেপ্তাৰ কৰি এদিন মাত্র গুৱাহাটী জেইলত ৰাখি পিছদিনা ৰাতি নৌপুৱাওঁতেই এখন স্কাইমাষ্টাৰ আকাশী ৰথে ভৰাইলৈ নিঃসীম গগনত নিৰুদ্দেশ যাত্রা কৰিলে। আমাৰ ঘৰত সামান্য খবৰ দিয়াৰ অৱকাশ পর্য্যন্ত নিদিলে। কমৰেড্ বিষ্ণু ৰাভাক, ডাঃ অমলেন্দু গুহক আদিক পঘাৰে বান্ধি তেজপুৰৰ ৰাজপথেৰে টানি লৈ থানাত বন্দী কৰি থৈছিল। বিষ্ণু ৰাভাৰ দুটি মাতৃহাৰা কুমলীয়া শিশু পুত্রই পিতৃহাৰা হৈ অকলে অসহায় অৱস্থাত বিছনাত বহি কান্দি থাকিল। কি অপৰাধে পিতৃদেৱক ধৰি নিলে শিশু সন্তান দুটিয়ে কবই নোৱাৰিলে।

আমাক বিমানত নিয়াৰ সময়ত হাতকেৰেয়া বান্ধি নিয়াৰ বিৰুদ্ধে আমি বিদ্রোহ কৰিলো। উবি থকা অৱস্থাত আমাৰ লগত

পুলিচৰ কাজিয়া হলে বিমানৰ ভাৰসাম্য নষ্ট হৈ বিপদগ্ৰস্ত হোৱাৰ আশঙ্কাত বিমান চালকইঁতৰ পৰামৰ্শক্ৰমে আমাৰ হাতকেড়েয়া খুলি দিয়া হ'ল। আমাৰ যুক্তি আছিল ঘটনাচক্ৰে বিমান বিপাকত পৰিলে আমি বন্দীবিলাকে হাতবন্ধা অৱস্থাত আৰ্তনাদ কৰি অসহায় ভাৱে মৰিবলৈ ৰাজী নহওঁ। আমি বিমানত উঠি নিজৰ চীটৰ বেল্ট-বিলাক বান্ধিলৈ বহিলোঁ। বিমান আকাশত উঠিল। কোনোৰকমৰ নিয়মীয়া ঘোষণা নকৰাকৈ বিমান বহু উপৰলৈকে উঠি গ'ল। বিমান পৰিদৰ্শিকা এগৰাকী সুদৰ্শনা ইঙ্গ-ভাৰতায় মহিলাই আমালৈ ৰাতি-পুৱাৰ জলপান পেকেট হাতে হাতে দি গ'ল। জলপানৰ খাদ্যবস্তু খুব ভালেই আছিল। গৰম কফিও একাপকৈ দি গ'ল। বন্দীজীৱনৰ অৱসাদ কিছু পৰিমাণে পাহৰি গলোঁ।

হঠাতে বিমানৰ পিছৰ চিটৰ পৰা আমাৰ এজন কম বয়সীয়া কমৰেডৰ লগত বিমান পৰিদৰ্শিকাৰ উত্তেজিত বাদানুবাদৰ চিঞৰ শুনা গ'ল। কমৰেড্ বীৰেশ মিশ্ৰ, মই, বিষ্ণু ৰাভাই উঠি পিছৰ পিনে লক্ষ্য কৰি দেখিলো পাৰদৰ্শিকা মহিলাজনীয়ে আমাৰ বহি থকা ডেকা কমৰেড্জনক তাৰ চিটৰ পৰা উঠাই দি সেই চিটটো নিজৰ বুলি দাবী কৰি আছে। আমাৰ কমৰেড্জনে চিটটো এৰি দিব খোজা নাই। কমৰেড্ অমলেন্দু গুহই আগুৱাই গৈ মহিলা গৰাকীক ক'লে, আমি "বন্দী হ'লেও আমি যাত্ৰী, আমাক চিট দিবই লাগিব। চিপাহীবিলাকে ইয়াত জুম বান্ধি চিটত বহি নাথাকি আপোনালোকৰ পুলিচ বিষয়া বিলাকৰ সন্মুখৰ কোঠালিত দুই এজনক পঠিয়াই দিয়ক।" মহিলা গৰাকীয়ে দপ্ দপাই গুচি গৈ প্ৰধান বিমান চালকক কৈ আহিল। বিমান চালকে আহি আমাৰ ডেকা কমৰেড্জনক টান ভাষাত কলে, You ought to have been civil to a lady" এই কথাটোত আমি সকলোৱে প্ৰতিবাদ জনাই কলোঁ। "You must provide him with a seat first he can't go in standing position please remove some of the armed sepoys from here." বৈমানিকে

এজন পুলিচ বিষয়াক মাত্তি আনিলে, পুলিচ বিষয়াই প্ৰথমে আপত্তি কৰিলে। কিন্তু ঠিক সেই সময়তেই বিমানৰ মাইক্ৰোফোন বাজি উঠিল, "আপোনালোকে চিটৰ বেল্ট ভালকৈ বান্ধি নিয়ক" মই তৎক্ষণাত প্ৰশ্ন কৰিলোঁ, "আমাৰ কমৰেড্ যাত্ৰীজনে যদি বহিবলৈ ঠাই নাপায় তেন্তে চিটৰ বেল্ট বান্ধিব কেনেকৈ?" বৈমানিক আৰু পুলিচ বিষয়া। মহিলা গৰাকীয়ে লাজ পাই গুচি গ'ল। অলপ পিছতে আহি চিপাহী এজনক ভিতৰলৈকে লৈ গ'ল। কিন্তু সেই চিটত বহাৰ কাৰণে মহিলা গৰাকীয়ে ঘূৰি নাহিল।

এই দৰেই ছ ঘণ্টাৰ বিমান যাত্ৰাৰ পিছত আমি ভুবনেশ্বৰ বিমান কোঠলৈকে আহি পালোঁ। উড়িষ্যাৰ পুলিচ বাহিনীয়ে বন্দুকত সঙ্গীন লগাই বিমানখনৰ চাৰিওপিনে ঘেৰি পেলালে। আমি বিমানৰ দুৱাৰ খোলাৰ পিছতে ওলাই আহিলোঁ। বাহিৰত জুইশালৰ দৰে তপত গৰমে আমাক পুৰি পেলোৱাৰ উপক্ৰম কৰিলে। আমি নমাৰ লগে লগেই বন্দুকধাৰী চিপাহীয়ে আমাক বেঢ়ি ধৰিলে। আমি বুজিলো আমাৰ চলিহা চৰকাৰে আমি "সাংঘাতিক যুদ্ধ বন্দী" বুলি কড়া ৰিপোর্ট পঠাইছে নিশ্চয়। আমাক খোৱাই লোৱাই বন্দী নিয়াৰ বিশেষ গাড়ী চাৰিখনত ভৰাই বাওনা হ'ল।

চাৰিওপিনে বন্ধ টিঙৰ বাকচৰ দৰে বাচ গাড়ীত বহুৱাই ঊৰ্দ্ধশ্বাসে বাচ দৌৰিব ধৰিলে। বিশাল চিল্কা হ্ৰদৰ পাৰে পাৰে গাড়ী গৈ থাকিল। আমি গৰমত সিজি গলোঁ। গাড়ী চলাৰ বিৰাম নাই। এক গিলাচ পানী বা চাহ খোৱাৰ বাবেও গাড়ী নৰখাই সাত ঘণ্টাৰ ভ্ৰমণৰ পিছতে বহৰমপুৰ কেন্দ্ৰীয় কাৰাগাৰৰ সমুখত উপস্থিত হলো ৰাতি নটা বজাত। চাৰিওপিনে চিপাহী পল্টনে আমাক ঘেৰি ধৰি কাৰাগাৰৰ গহ্বৰত সোমোৱালে। আমাক জেইলৰ ভিতৰত বিশেষভাবে ঘেৰি থোৱা আৰু এখন জেইলৰ ভিতৰত লৈ গ'ল।

## বিষ্ণু ৰাভাৰ উড়িষ্যাৰ জেইলত থকাৰ দিনবোৰ

বহৰমপুৰ জেইলত সোমোৱাৰ পিছদিনাই ডাঃ অমলেন্দু গুহৰ পৰামৰ্শক্ৰমে ভাৰত চৰকাৰৰ লগত অলপ ৰসিকতা কৰা আৰু লাজ দিয়াৰ উদ্দেশ্যে কমৰেড্ ৰাভাৰ দ্বাৰাই "ৰেড্‌ক্ৰচ" কৰ্তৃপক্ষলৈ এখন চিঠি দিয়া হ'ল যে, "চীনৰ ভাৰত আক্ৰমণত আমাক যুদ্ধবন্দীৰ দৰেই গ্ৰেপ্তাৰ কৰি কাৰাগাৰত নিক্ষেপ কৰি থৈছে। ভাৰত চৰকাৰৰ পৰাজয়ৰ গ্লানিৰ প্ৰতিহিংসা চৰিতাৰ্থ কৰাৰ ফলস্বৰূপে বন্দী হোৱা বিষ্ণু ৰাভাৰ দুটি শিশু পুত্ৰই অভিভাৱক বিহীন হৈ যুদ্ধ ক্ষেত্ৰৰ ধ্বংসলীলাৰ অনাথ বালকৰ দৰেই নিঃসহায় হৈ পৰিছে। গতিকে "ৰেড্‌ক্ৰচ" কৰ্তৃপক্ষই তেওঁৰ শিশু পুত্ৰ দুটিক "ওৱাৰ কেজুয়েলটিৰ চিকাৰ" হোৱা অনাথ বালকৰ ৰক্ষণা বেক্ষণৰ দায়িত্ব গ্ৰহণ কৰিব লাগে। যেতিয়ালৈকে বিষ্ণু ৰাভাই কাৰাগাৰৰ পৰা মুক্তিলাভ নকৰে তেতিয়ালৈকে এই দায়িত্বভাৰ বহন কৰিবলৈ বাধ্য থাকিব।" জেইল কৰ্তৃপক্ষই বিষ্ণু ৰাভাৰ চিঠিখনি পাই "ৰেড্ ক্ৰচলৈ" পঠোৱাৰ বাবে অসন্মতি জনালে। শেষ পৰ্য্যন্ত অসম চৰকাৰলৈকে পঠাই দিয়াত ৰাজী হৈছিল।

উড়িষ্যা জেইলত আমাৰ ভলিবল বেড্‌মিণ্টন খেলত কমৰেড্ ৰাভাই আছিল আগৰণুৱা। তেওঁ একেৰাহে সাত আঠ গেমচ্ ভলিবল খেলিও ক্লান্ত হোৱা নাছিল। উড়িষ্যাৰ বালি আৰু পাথৰৰ কুচিৰে ভৰা ভীষণ টান মাটিত খেলিব গৈ প্ৰতিদিনেই আমাৰ হাত-ভৰিৰ আঁঠুৰ ছাল-চামৰা ছিগিছিল। প্ৰতিদিনেই গধুলি জেইলৰ কম্পাউণ্ডাৰে তুলা আইডিন মলম আনি আমাক পৰিচৰ্য্যা কৰাটো এটা নিয়মিত কাম হৈ পৰিছিল।

কিন্তু কমৰেড্ ৰাভাৰ ভৰি হাত আঙুলি ছিঁগুলেও, কাটিলেও কোনো আপত্তি বা আমানিবোধ কৰা নাছিল, মলম বা আইডিন লগাই বেণ্ডেজ বন্ধাৰ কোনো উপসৰ্গই নাছিল তেওঁৰ। ৰাঙ্কনী-বিলাকে আঙ্গা-তৰকাৰীত ভীষণ জলা দিয়াৰ বাবে অনেক কমৰেডৰেই সদায় পেট বেয়া আৰু আপত্তি অশান্তি ভোগ কৰিছিলে, কিন্তু কমৰেড্ ৰাভাই কোনোদিনও কোনো আপত্তি বা অশান্তিৰ কথাই কোৱা নাছিল। তেখেতৰ পেট বেয়া বা গেচ হোৱাৰ কথা আমি ক'বই নোৱাৰোঁ।

"ৰবীন্দ্ৰ জয়ন্তী" পালন কৰা হ'ল। কমৰেড্ ৰাভাই ৰবীন্দ্ৰ নাথৰ এখন ৰঙীন প্ৰতিকৃতি আঁকিলে, মইও এখন কয়লাৰ টুকুৰাৰে ৰবীন্দ্ৰ প্ৰতিকৃতি আকিলোঁ। শ্ৰদ্ধা সহকাৰে জয়ন্তী উদ্‌যাপিত হ'ল। জেইল কৰ্তৃপক্ষইও সহযোগ কৰিছিল। কমৰেড্ ৰাভাই ৰবীন্দ্ৰ সঙ্গীত গালে।

"আগুনেৰ পৰশমণি ছোঁয়াও প্ৰাণে

এ জীৱন পুণ্য কৰো, এ জীৱন পূৰ্ণ কৰো গহন দানে"

ৰাভাই হাৰমোনিয়াম বজাই উদাত্ত কণ্ঠত গীতটো গাই জয়ন্তী উৎসৱৰ গাম্ভীৰ্য্য বঢ়াই তুলিছিল। আমাৰ কেইজনৰ লগত কমৰেড্ ৰাভাই প্ৰথম উদ্বোধনী সঙ্গীত "হে নুতন দেখা দিক আৰবাৰ জন্মেৰ প্ৰথম শুভক্ষণ" গীতটো গাই সভাখনত সুৰৰ তৰঙ্গ সৃষ্টি কৰাত আগভাগ লৈছিল। এই উৎসৱত আমি কেইজনে কবিতা আবৃত্তি, গীত প্ৰবন্ধও পাঠ কৰিছিলোঁ। তাৰ পিছতে বহাগ বিহুত ভালদৰে অনুষ্ঠানৰ ব্যৱস্থা কৰাৰ কাৰণে এটা কমিটি কৰি দিয়া হ'ল। কমৰেড্ ৰাভাই বিহুগীত ৰচনা কৰিলে। জেইল কৰ্তৃপক্ষক সহায় আগবঢ়োৱাৰ বাবে কলোঁ। আমাৰ নৃত্য, গীত ভাওনা আদিৰ কমিটি কৰি দিয়া হ'ল। কমৰেড্ ৰাভাই আমাৰ কেইজনকলৈ কামত আগ বাঢ়িল। ৰঙালী বিহুক পৰিপূৰ্ণভাবে ভোগ কৰাৰ কাৰণে নানান ধৰণৰ পিঠা-পুলি, মাংসৰ চপ, কাটলেট

পায়স পৰমান্ন মোগলাই পৰোঠা, ব্ৰিয়ানী পোলাও আদি তিনি চাৰিদিন ধৰি বনোৱা হ'ল। কমৰেড্ ৰাভাই পিঠা বনোৱাত শিল্পী কলাৰ কাৰুকাৰ্য্য প্ৰদৰ্শন কৰিলে। নানাৰকমৰ পিঠাৰ সৌন্দৰ্য্য দেখুৱালে। প্ৰত্যেক পিঠাৰ নামকৰণ কৰা হ'ল। নামৰ তালিকা ভালদৰে লেখি দেৱালত লগি দিয়া হ'ল।

বিয়লি বিহুৰ বিচিত্ৰানুষ্ঠান আৰম্ভ হ'ল। আমাৰ জ্যেষ্ঠ কমৰেড্ বীৰেন্দ্ৰ মিশ্ৰৰ হৃদযৰ লখিমী শ্ৰীমতী কল্যাণী মিশ্ৰৰ মহিলা ফাটেকৰ পৰা আনি বিহুতলীৰ বিহুকুৰঁৰী সজাই বহুৱা হ'ল। তেওঁ যেন আমাৰ মৰ আঁউসীত জিলিকি থকা হাস্যময়ী চন্দ্ৰিমা। শুভ্ৰ-কেশী ধীৰেশ মিশ্ৰই তেখেতৰ সত্তৰ বছৰ বয়সত আজি যেন লুইতৰ বানপানী, শাওনৰ খলকনি আনন্দৰ মনিসনি হৈ পৰিছে।

বিহুতলীৰ অনুষ্ঠান আৰম্ভ হ'ল। চাৰিজন জোষ্ঠ কমৰেড্ বিষ্ণু ৰাভা, ধীৰেশ্বৰ কলিতা, বিনয় লাহিড়ী, ডাঃ অমলেন্দু গুহই মৰত ওৰণি লগাই, বুকুৰ ওপৰেদি মেখেলা বান্ধি জীয়ৰী, বোৱাৰি সাজি-কঁকাল ভাঙি ভাঙি নাচিব ধৰিলে। ৰাভাই মাজে মাজে গলৰ ভাঁজ হিলাই নাচৰ ছন্দ প্ৰকাশৰ প্ৰয়াস কৰিব ধৰিলে। প্ৰকাণ্ড মানুহ কেইজনৰ টিকাৰ তুলনি, কৰ্কালৰ হেলনী আৰু জপিয়নীত চাৰিওপিনৰ পৰ্দাৰ কাপোৰ। চিঙি ফালি একাকাৰ হব ধৰিলে। অধ্যাপক বাণেশ্বৰ শইকীয়া, উজনী অসমৰ উষা শইকীয়া, কীৰ্তি বৰদলৈ, উত্তৰ লক্ষীমপুৰৰ আহোম চুতীয়া ডেকা ল'ৰা কেইজনে গাভৰু ছোৱালী সাজি নাচিব ধৰিলে, ক্লান্তি নাই, অৱসাদ নাই আমনি নাই, ভাগৰ নাই, চলিয়ে থাকিল। কমৰেড্ ৰাভাই এটা বাঁহৰ বাঁহীক পেঁপা বনাই লৈছে। বাঁহৰ ফুটাৰ ওপৰেদি ৰাভাৰ আঙুলি যন্ত্ৰবদৰে উঠি আছে নামি আছে, সুৰৰ লহৰী বাজি আছে। ওঁঠৰ দুই ফাঁকেৰে ফু মাৰিছে। উশাহ লৈছে। কেতিয়াবা উশাহ নোলোৱাকৈ বজাই আছে। আমি ধৰিবই পৰা নাই আমাৰ ছোৱালী-ৰূপী যুৱক তিনিজনে ভাগৰি পৰিছে, আৰু নাচিব পৰা নাই,—কিন্তু

ৰাভাই গাই আছে। ৰাভাই ৰচা কিছু গীতৰ শব্দ বিলাক মোৰ প্ৰত্যক্ষ মনত নপৰিলেও তাৰ ভাবাৰ্থখিনি মই লেখাৰ প্ৰয়াস কৰিছোঁ। অৰ্থাৎ—জিয়ৰী ছোৱালী দুজনীয়ে নাচি আছে। দুজন যুৱকে পেঁপা আৰু গগনা নাচৰ তালে তালে বজাই আছে। ছোৱালী দুজনীৰ কুমলীয়া অঙ্গ ৰেখাৰ উত্থান পতনৰ ছন্দে ছন্দে ডেওঁলোকৰ যৌৱন তৰঙ্গও মুকুলিত হৈ পৰিছে। পেঁপাৰ মাত, গগনাৰ পিং পিং বন্ধ হব নাজানে। ছোৱালী ৰূপিনী ডেকা ল'ৰা দুজনে ঘামি জামি ক্লান্ত হৈ পৰিছে। ৰাভাৰ কঁকালত তেতিয়া বাধাহীন পাখি মেলা বিহঙ্গ, ৰাভাই গাই আছে "ছোৱালী দুজনীৰ বুকুৰ ওপৰেদি মুগাৰ মেখেলা বন্ধা, বুকুৰ কুমলীয়া খাজেদি ঘাম বাগৰি পৰিছে। নিজৰাৰ সুতিৰ দৰেই মেখেলাৰ অন্তৰালত কঁকালৰ তলৰ উপত্যকাত ঘাম মিহলি হৈ যাব ধৰিছে। কৰঙনৰ কলাফুলৰ ঘামে মুগাৰ মেখলাক লিকেটা আঠাৰ দৰেই ধৰি ৰখাব চেষ্টা কৰিছে। খচ্ খচ্ শব্দ হৈ আছে কৰঙনৰ মধুৰ পৰশত ভাবৰ হিল্লোল বৈ আছে। কমৰেড্ ৰাভাই বিৰাম নিদিলে নাচি থকা ল'ৰা কেইজনৰ আহুকাল উপস্থিত হোৱা দেখি আমি ৰাভাক ধৰি ৰাখিব লগীয়া হ'ল। তাৰ পিছতে আমিও কিছু গীত গালোঁ। এই দৰেই আমাৰ কাৰাগাৰৰ একঘেইয়া দিনবোৰৰ আমনি খেদি জীয়াই আছিলোঁ।

আমাক মুক্তি দিয়াৰ বাবে কমৰেড্ গৌৰীশঙ্কৰ ভট্টাচাৰ্জীয়ে অসমৰ মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াক চিঠি লেখিলে—চলিহা ডাঙৰীয়াই চিঠিৰ উত্তৰ দি লেখিছিল "It is not a pleasure to keep you confined within the Jail, we are thanking to release you soon." আমি সেই আশাত বহি থাকিলোঁ।

## কমৰেড্ ৰাভাৰ গল্প

কমৰেড্ ৰাভাই কি দৰে বং ধেমালীৰ নৃত্য নাটিকা গল্প শুনাই, নিজেই ডাঙৰীয়া সাজি অভিনয় কৰি আমাৰ কাৰাগাৰৰ আমনি লগা দিন বোৰত বৈচিত্র আনি দিছিল তাৰেই দুই এটি কাহিনী তলত লেখিলোঁ—-

"মহাভাৰতৰ বৰ্ণিত পাণ্ডুপুত্ৰহঁতে ৰাজসূয় যজ্ঞ পতাৰ কাৰণে যো জা কৰি আছে। পাণ্ডুৰ তৃতীয় পুত্ৰ বীৰশ্ৰেষ্ঠ অৰ্জ্জুনে ভাৰতৰ পূৰ্বাঞ্চল বিজয়ৰ কাৰণে মন্ত্ৰপুতঃ ঘোঁৰাক খেদি লৈ বিভিন্ন ৰাজ্যৰ মাজেদি চিপাহী চন্তৰী লগতলৈ বহু ৰজা মহাৰজাক বশ্যতা স্বীকাৰ কৰাই অৱশেষত মণিপুৰ ৰাজ্যৰ নিবিড় অৰণ্যত শিবিৰ পাতি বিশ্ৰাম লৈ আছে। তেওঁৰ ঘোঁৰাই যতে-ততে ঘাঁহ খাই খাই বনে বনে বগাই ফুৰিছে। সৈন্য সামন্তই ঘোঁৰাক পহৰা দি গৈ আছে।

এনেতে মণিপুৰ ৰাজকুমাৰী চিত্ৰাঙ্গদাৰ তৰুণ পুত্ৰ বভ্ৰুবাহনে তেওঁৰ পাৰ্শ্বসহচৰবিলাক লগতে অৰণ্য পৰ্বতে শিকাৰ কৰি ফুৰোঁতে ধুনীয়া বগা ঘোঁৰা এটা দেখা পাই ঘোঁৰাটোক ধৰি নিয়াৰ উপক্ৰম কৰিলে। পহৰা দিয়া চিপাহী চন্তৰীবিলাকে চিঞৰি সাৱধান কৰি ক'লে,—"এই! এই! আপ্পাছানা! এৰি দি এৰি দি মইৰবা খোজ্‌চা তই? এইটো তৃতীয় পাণ্ডৱ অৰ্জ্জুনৰ ঘোৰা।" (এই বিলাক ৰাভাই নিজেই অভিনয় কৰি থাকিল।)—আপাছানটোৱে ঘোঁৰাটো এৰি নিদি সদম্ভে জবাব দিলে,—"কুন তুহুন! কোৰ পৰা আহিছা? এইখন আমাৰ জংঘল, ইয়াৰ পাশু, পক্ষী সকলো আমাৰ। ঘোঁৰাটো মই ধৰছোঁ। ইখান মোৰ হুকুম তুহনাই মানি চলৰবা লাগিব।" সপ্তৰ্ষি বিলাকে জাপ মাৰি উঠি জবাব দিলে,—"কি কলি, কি কলি তুই?

মহৰিৰ তলৰ মহ, ৰাজাৰ লগত যোজৰা খোজছা ? এক খামছা মাল্লি ভো ছিটকাব। তোৰ বাইপে কান্দি মৰবা লাগবো।" আপাছানাটোই সন্তৰিহতৰ কথা কৰ্ণপাত নকৰি, নিৰ্ভয়ে ঘোঁৰাটোক লৈ যাব ধৰিলে। দুয়ো পক্ষৰ যুদ্ধ আৰম্ভ হ'ল। আপাছানাটো চন্তৰিবিলাকক বান মাৰি নাস্তা নাবুদ কৰি পেলাই ক'লে, "যা তুহনকে প্ৰাণে নবধিলো। তুহনাৰ ৰজাক মাতি আন যাঃ, তাকো শিকাই দিম বাচ্ছা।'

চন্তাৰবিলাকে কোনোমতে প্ৰাণ হাতত লৈ অজুনৰ বিশ্ৰাম শিবিৰত ঘামি যামি দৌৰি আহি ক'লে, "হে প্ৰভু! আমাক খেমা কৰক,—এটা নাউমান ছলি আমাৰ ঘোঁৰাটোক ধৰি বান্ধি নিব ধৰছে। এতিয়াই আপনি নগ'লে সবনাশ হ'ব।" অৰ্জুনে এই কথা শুনি অপমান সহ্য কৰিব নোৱাৰি চিঞৰি চন্তৰিবিলাকক গালি পাৰি ক'লে, "হাৰামজাদাহঁত নৰাধম! তুহনাৰ কাৰণে মোৰ মান-সন্মান সব গ'ল। তুহুন নাওমান ছলিটোক ধৰবা নল্লি! যা তুহনাক চাকৰিৰ পৰা খেদ্‌লো। আৰু হস্তিনাপুৰ ঘুৰি যাব নৰাহ, ব'ল এতিয়া ক'ত আছে নাউমান ছলিটো ?"

নাউমান ছলিটোক দেখা পাই অৰ্জুনে আচৰিত হ'ল। "এৰা হয়তো ছলিটোক দেখলে মৰম লাগে। কেনেকৈ বান মাৰিম ইয়াক ?" অৰ্জুনে মাত লগালে,—"এই এই ছলি! তই মোৰ ঘোঁৰাক ধইচ্ছা, এৰিদি, নহ'লে মইৰবা লাগবো। বাইচবা খোজছা যদি এৰিদি, তোৰ বাইপেকক মাতি আন খেমা খোজবা লাইগবো।" নাউমান ছলি বভ্ৰুবাহনে অৰ্জুনৰ কথা নুশুনি ঘোঁৰাটোক ভালকৈ বান্ধিনি যাব ধৰিলে। অৰ্জুনৰ লগত যুদ্ধ লাগিল। তয়াময়া ৰণ আৰম্ভ হ'ল, বাণে বাণে আকাশ ছাই পেলালে। চিপাহী-চন্তৰিবিলাকে অবাক হৈ চাই থাকিল। যাত্ৰা পাৰ্টিৰ মেনেজাৰে উত্তেজিত হৈ নিৰ্দেশ দিলে—"এই তহঁত ঘুৰি ঘুৰি যুঁজি থাক, দুয়োজনে াপঠিৰ পিনে তৰোৱাল ঘুৰা। ভৰি দাঙি দাঙি তৰোৱাল ঘুৰাই

থাক।" ৰাভাই কেতিয়াবা অৰ্জুনৰ পাৰ্ট, কেতিয়াবা বভ্রুবাহনৰ পাৰ্ট নিজেই কৈ আছে, যুঁজিও আছে। আমিও আমাৰ বন্দী জীৱনৰ তীখাৰে বনোৱা চাৰিকোণীয়া কাঁহি বিলাক চামুচেৰে টুং-টাং ঝমঝমকৈ যুদ্ধৰ দামামা বজাব ধৰিলোঁ।

নাউমান ছলি বভ্রুবাহনে যুঁজি যুঁজি ক্লান্ত হৈ কৈছে, আই ঐ, মই আৰু যুজবা নুৰো, অৰ্জুনে মোক বৰ জোৰে হানি আছে, কোবাই আছে। মই বাগৰি যাম, উঃ দুখ পালোঁ। মেনেজাৰে অৰ্জুনক ধমক মাৰি ক'লে, "এই অৰ্জুন তই বাগৰি যা, মৰাৰ দৰে পৰি থাক। এই শালা নুহুনা কিয়া? এইখন নাটকত অৰ্জুনে মইৰবা লাগবো, বভ্রুবাহনে মইৰবা নালগে।" অৰ্জুনে ক'লে, "এই নাউমান ছলিটোৰ লগত মই হাৰবা নুৰোঁ। মই মৰাৰ ভাও ধৰি পৰি যাই ক'লে—সবেই এই ছলিটোক কেলেপ দিব, মই সহ্য কইৰবা নুৰোঁ।" মেনেজাৰে ভীষণ খঙত ধমকি মাৰিলে,—এই শালা হাৰামজ'দা মৰি যা মৰি যা তই, নহ'লে তোৰ চাকৰি খেদিম। তই নাটকখন নষ্ট কৰবা খোজছা?"

অগত্যা অৰ্জুনে উপায় নাপাই বাগৰি পৰি মৰাৰ ভাও জুৰি পৰি থাকিল। চাৰিওপিনৰ পৰা আনন্দ ধ্বনি উঠিল "অৰ্জুনে হাৰি গেল, হাৰি গেল" বুলি কেলেপ দিব ধৰিলে। বভ্রুবাহনে উৎসাহিত হৈ ভৰি আঁঠু দাঙি দাঙি ঘূৰি ঘূৰি শূন্যতা অকলেই তৰোৱাল ঘূৰাব ধৰিলে। অৰ্জুনে মৰি থাকিলেও কেৰা চকুৰে চুৰ কৰি চাই বৰ অপমান পাই সহ্য কৰিব নোৱাৰিলে। সি জাপ মাৰি উঠি গম্ভীৰ মাতেৰে বভ্রুবাহনক চেলেঞ্জ কৰি ক'লে, "অলপমান মৰা দেখি ভাবিছা জিনিবা পাৰিবি, দে ওস্তাদ ঢলকটো বজাই দে আকৌ যুজং" এইবুলি বভ্রুবাহনক খেদি গ'ল। চাৰিওপিনে হুলস্থুল লাগিল। মেনেজাৰৰ হুকুম পাই চাৰিজনমানে আহি অৰ্জুনক বগৰাই পেলাই ধৰি ৰাখিলে। ইয়াত কিন্তু আমাৰ অৰ্জুন বিষ্ণু ৰাভাই মহাবলী ভীমৰ দৰেই। তেখেতক আমি চাৰি পাঁচজনেও

ধৰি পেলাই ৰাখিব নোৱাৰা হলোঁ। মেনেজাৰে বৈগতিক দেখি হুইছেল বজাই চিত্ৰাঙ্গদাৰ দলটোক দৃশ্যপটত হাজিৰ হোৱাৰ বাবে মাতি পঠালে। চিত্ৰাঙ্গদাই চাৰিজনী সখীক লগতলৈ দৃশ্যপটত আবিৰ্ভূতা হ'ল। ৰাভাই অৰ্জ্জুনৰ ভাও এৰি চিত্ৰাঙ্গদাৰ ভাও ধৰাৰ কাৰণে জাপ মাৰি উঠি এখন বিচনাৰ চাদৰ লৈ যুবৰ ওপৰেদি ওৰণীৰ দৰে মেৰাই বিশাল দেহাটোক চিত্ৰাঙ্গদাৰ ভাৱত নাচি নাচি ঘূৰিব ধৰিলে। আমি চাৰিজনে বিছনাৰ চাদৰ লৈ চিত্ৰাঙ্গদাৰ চাৰিপিনে নাচি নাচি ঘূৰিব ধৰিলোঁ। ৰাভাই অঙ্গ প্ৰত্যঙ্গ কৰ্কাল ডিঙি হাত হঠাতেই তিলোতাৰ দৰেই যেন কোমল হৈ পাক খাব ধৰিলে। যেন ৰাজকুমাৰী চিত্ৰাঙ্গদাই হালি জালি উঠা নমা কৰিব ধৰিছে। আমি সখীকেজনীয়েও ৰাভাক অনুকৰণ কৰিব গৈ আমাক দৰ্শকবৃন্দৰ হাঁহিৰ খোৰাক যোগালোঁ। ইয়াৰ উপৰিও ৰাভাই চিত্ৰাঙ্গদাৰ কোমল মাতৰ অনুকৰণ কৰি মিঠা কণ্ঠে গীত গাবধৰিলে,

"বন দেৱী বন সখী বনে বনে নাচিছং
উলাহেৰে নাচি বাগি ফুলমালা গাথিছং"

নাচনৰ উত্তেজনাত আমি সবহভাগেই হাতত কাঁহী বাটি লৈ ঘুৰি ঘুৰি বজাব ধৰিলোঁ, লগতে গাই থাকিলো—

"বনে বনে নাচিছং' ফুলমালা গাথিছং, গাথিচং"

আমি তেতিয়া আবেগত মছগুল—এনেতে প্ৰকাণ্ড দাড়িৱালা জেইল জমাদাৰে আজি ঘোষণা কৰিলে, আপোনালোকৰ চাৰিজনৰ কালি ইয়াৰ পৰা খালাশ হোৱাৰ নিৰ্দেশ আহিছে। খবৰটো সুখবৰ হলেও আমাৰ নাচন বাজনৰ ছন্দ পতন হ'ল। গধূলিত ভালদৰেই কমৰেড্ চাৰিজনক বিদায়ৰ বাবে চাহ খোৱাৰ আয়োজন কৰা হ'ল। বহুতেই চিঠি পত্ৰ লিখি কমৰেড্ কেইজনৰ হাতত দিলে। জেইলৰ চাহাবক মাতি অনুৰোধ কৰিলোঁ—"চিঠিবিলাক যেন তল্লাশী কৰি জব্দ কৰি নথয়। বহুতেই বহু কথা কমৰেড্ কেইজনক তেওঁলোকৰ

ঘৰত জনোৱাৰ বাবে কৈ দিলে। পিছ দিনা চাৰিজনে আমাৰ পৰা বিদায় লৈ মুক্তি পালে।

আমাৰ মাজত সাধু কথাৰ প্ৰতিযোগিতাও হৈছিল। কমৰেড্ ৰাভাই সাধুকথা কোৱাত বৰ চহকী আছিল। তাৰেই এটা ইয়াত উল্লেখ কৰিছোঁ—ৰাভাই কব ধৰিলে—

"মুছলমান খেতিয়কৰ এখন গাঁওত এজনৰ চতালত বহি কেইজনমানে কথা পাতি আছে। কথা চহকী এজনে বহু নোহোৱা নোপোজা কথাকৈ সকলোৰে মাজত মতব্বৰ হৈ পৰিছে,—হোজা ধৰণৰ এজনে সুধিলে—" ভাইজান আমাগোতো দুইগোৱা খোৰাম, কিন্তু হিন্দুগো খোৰানেৰ কথা কিছু জানোনি "? কথা চহকী মানুহজনে ক'ব ধৰিলে, "হিন্দুগো দুগা খোৰান, এগো 'বাৰায়ন' আৰেক গোৱা 'মহাবাৰায়ন'। প্ৰথমটাৰ কথা আমি জানিনা—দুই নম্বৰ 'মহাবাৰায়নেৰ' কথা কিছু কিছু জানি" সবেই ক'ব ধৰিলে, "কও ছাই মহাবাৰায়নেৰ কথা ভাইজান"—ভাইজানে জ্ঞানী মানুহৰ দৰেই ক'ব ধৰিলে—"এক গোৱা ৰাজাৰ পাঁচ পোলা, বড়ো ফোলাটাৰ নাম জানিনা, মাজো ফোলাটাৰ নাম ভীম মস্ত ফালোৱান। তিন নম্বৰ ফোলাটা আমাগো ৰুস্তমৰ মতো বীৰ, তাৰ নাম "জুন" (অৰ্জুন) এক বহি মাটীৰ লাইগ্‌গা তামাম খুন" এইদৰেই বিশাল মহাবাৰায়নেৰ সাৰমৰ্ম বুজাই দিলে—কমৰেড্ ৰাভাই মাত্ৰ কেইটামান বাক্যৰ দ্বাৰাই। আমি কমৰেড্ ৰাভাক "জেইলখানাৰ ব্যাসদেৱ" বুলি ভূষিত কৰিলোঁ।

ইয়াৰ কেইমাহমান পিছতে আমাক পাঁচ ছজনকৈ মুক্তি দিয়া হৈছিল। আমি উড়িষ্যাৰ জেইলত আঠ ন মাহ বন্দী হৈ থকাৰ পিছত মুক্তি পাই পুৰীৰ সমুদ্ৰ আৰু জগন্নাথৰ মন্দিৰ দেখাৰ কাৰণে যাওনা হলোঁ। কাৰাগাৰৰ আমনিখিনি পুৰীৰ নীল সাগৰত ধুই লৈ মহাপুৰুষ শঙ্কৰদেৱৰ পুৰী ভ্ৰমণৰ বিষয়ে অনুসন্ধান কৰিলোঁ। পুৰীৰ মন্দিৰৰ বাহিৰত থকা এটা পৰ্ণ ঠাইত এটি খেৰৰ ঘৰত এজন

আধ-বয়সীয়া অসমীয়া মানুহে আমাক জনালে সেই ঠাইখিনিত "শ্ৰীশ্ৰীশঙ্কৰদেৱৰ" নামঘৰ পতাৰ কথা চলি আছে। মানুহজনে এখন চান্দাৰ বহি উলিয়াই আমাৰ পৰা কিছু বৰঙণী ল'লে। তাৰ পিছত পুৰীৰ মন্দিৰৰ ভাস্কৰ্য্য চাবলৈ পৰেশ কৰিলোঁ। পুৰীৰ পাণ্ডা-বিলাকৰ ধৰ্মৰ নামত অৰ্থ সংগ্ৰহ কৰাৰ নিৰ্লজ্জতা দেখি ঘৃণা লাগিল। আমি তেওঁলোকক অসমৰ কামাখ্যা ধাম চাই কিছু শিক্ষা গ্ৰহণ কৰাৰ কাৰণে নিমন্ত্ৰণ জনাই আহিলো। পাণ্ডাবিলাকে আমাৰ কথা ভাল পোৱা নাছিল।

## বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনত শ্ৰীকৃষ্ণ আৰু শঙ্কৰদেৱৰ প্ৰভাৱ

ভাৰতবৰ্ষত তথা পৃথিৱীত জন্মৰ পৰাই প্ৰত্যেক মানুহকেই দেৱ দেৱীৰ পূজা, ঈশ্বৰৰ প্ৰতি বিশ্বাস আদি ভাববাদী অলৌকিকতাৰ প্ৰতি শ্ৰদ্ধা ভক্তি আৰু চিন্তাধাৰাৰ দ্বাৰাই প্ৰভাবিত কৰি থাকে। বিষ্ণু ৰাভা বা আমি কোনেও তাৰ ব্যতিক্ৰম হ'ব পাৰা নাই। বিষ্ণু ৰাভাৰ জীৱনৰ সূচনাতেই শ্ৰীকৃষ্ণ বা শ্ৰীশঙ্কৰদেৱৰ দ্বাৰাই প্ৰভাবিত হোৱাটোৱেই স্বাভাবিক আছিল। সেইটো অপৈণত বয়সৰ ভাব-প্ৰৱণ স্তৰত বিচৰণ বুলি কব পাৰি। কিন্তু ৰাভাৰ জীৱনত ভাববাদী ঈশ্বৰৰ অস্তিত্বৰ অলৌকিক ভাবমূৰ্ত্তি দকৈ প্ৰতিষ্ঠিত হ'ব পাৰা নাছিল। কাৰণ তেখেতে পৈণত জীৱনত বস্তুবাদী যুক্তি নিষ্ঠাৰ দ্বাৰাই প্ৰতিষ্ঠিত জীৱন দৰ্শনৰ মাধ্যমেৰে নিৰীশ্বৰবাদী বস্তুতান্ত্ৰিক কৰ্মধাৰাৰ ক্ৰিয়াকলাপৰ মাজেদিয়েই জনপ্ৰিয় হোৱাৰ কৃতিত্ব অৰ্জনৰ স্বাক্ষৰ ৰাখি গৈছে। বিষ্ণু ৰাভাৰ প্ৰথম জীৱনতেই শ্ৰীকৃষ্ণৰ প্ৰতি ভাবাবেগ পৰিলক্ষিত হৈছিল। কিন্তু বিষ্ণু ৰাভাৰ মূল কৰ্ম্মকাণ্ডই আছিল ব্যাসদেৱ বৰ্ণিত শ্ৰীকৃষ্ণৰ মুখনিঃসৃত "গীতা ভাষ্যৰ" বিৰুদ্ধাচাৰণ

কৰা। কাৰণ শ্ৰীকৃষ্ণই কুৰুপাণ্ডৱৰ সিংহাসন দখলৰ যুদ্ধত মহা-নায়কৰ ভূমিকা গ্ৰহণ কৰি নিজক সাক্ষাৎ ভগৱানৰূপে ঘোষণা কৰি "ধৰ্ম সংস্থাপনৰ" উদ্দেশ্যেই কুৰুক্ষেত্ৰৰ যুদ্ধ পৰিচালনা কৰিছিল বুলিয়েই প্ৰকাশ আৰু এই যুদ্ধত ব্ৰাহ্মণ ক্ষত্ৰিয় শ্ৰেণীৰ শাসন শোষণক স্থায়ী কৰাৰ উদ্দেশ্যেই ভগৱানৰ নিৰ্দেশ আৰু ধৰ্মযুদ্ধ বুলি ঘোষণা কৰিছিল। সেই শ্ৰেণীশোষকৰ বংশপৰম্পৰাৰ পৰা ওপজি আহি আধুনিক শ্ৰেণী শোষক ধনিক শ্ৰেণীৰ শাসনৰ বিপক্ষেই আছিল বাভাৰ সংগ্ৰাম। কাৰণ কুৰুক্ষেত্ৰ যুদ্ধজয়ৰ পিছতে পাণ্ডৱ কুলে "ধৰ্ম সংস্থাপনৰ"পৰিবৰ্তে ৰাজ চক্ৰবৰ্তী হোৱাৰ অত্যুগ্ৰ বাসনা পূৰণৰ বাবেই অশ্বমেধ যজ্ঞ কৰি বিভিন্ন ৰাজ্যক বশীভূত কৰাৰ উদ্দেশ্যে যুদ্ধৰ দামামা বজাই বিদ্ৰোহী ৰাজন্যবৰ্গক পৰাজিত কৰাৰ অভিযান চলাইছিল। সহস্ৰ গাঁওবাসীক হত্যা, লুণ্ঠন, বলাৎকাৰ কৰি তেজৰ নৈ বোৱাই নৃশংস কৰ্মকাণ্ডক "ধৰ্মসংস্থাপনৰ" মহান উদ্দেশ্যেই যেন কৰা হৈছিল "এইটোৱে যেন ঈশ্বৰৰ অভিপ্ৰায় আছিল আৰু পাণ্ডৱকুল আছিল নিমিত্তৰ ভাগী মাথোন," এনেকুৱা ভাবধাৰাই জনমানসক প্ৰভাৱিত কৰাইছিল। এনেকুৱা দাৰ্শনিক তত্ত্বৰ বিৰুদ্ধেই আছিল বিষ্ণু ৰাভাৰ বিদ্ৰোহ, বিষ্ণু ৰাভাৰ ৰাজনৈতিক ব্ৰত; এনেবুৱা প্ৰতিক্ৰিয়াশীল শক্তিৰ বিৰুদ্ধেই মাৰ্ক্সবাদী নীতি কৌশলৰ প্ৰয়োগ কৰি সংগ্ৰাম চলাইছিল বিষ্ণু ৰাভাই।

ঈশ্বৰৰ কাল্পনিক আশীৰ্বাদপুষ্ট উচ্চমাৰ্গৰ শোষণৰ অধিকাৰ ৰক্ষাৰ বিৰুদ্ধে সংগ্ৰাম কৰাটোৱেই আদৰ্শ আছিল বিষ্ণু ৰাভাৰ। বিষ্ণু ৰাভাই কায় মনোবাক্যেৰে এই বৈজ্ঞানিক সিদ্ধান্তত অটল আছিল যে; "কোনো অলৌকিক শক্তিধাৰী ব্যক্তিৰ আবিৰ্ভাৱৰ দ্বাৰাই মানৱ সমাজৰ শুভ পৰিবৰ্তন হোৱাটো এটা অবাস্তৱ সপোন আৰু কামনা মাথোন। ভাববাদী দৰ্শনৰ খাম-খেয়ালী পক্ষপাত দুষ্ট ঈশ্বৰৰ অলৌকিক শক্তিক অস্বীকাৰ কৰাই আছিল ৰাভাৰ জীৱন দৰ্শনৰ আধাৰশিলা।

সেই প্ৰেৰণা ৰাভাই লভিছিল মাৰ্ক্সবাদী তত্ত্ব শিক্ষাৰ মাধ্যমেৰে আৰু বিদ্ৰোহী কবি কাজি নজৰুল ইছলামৰ "বিদ্ৰোহী" নামৰ কবিতাৰ পৰা প্ৰেৰণা পাই ৰাভাই গাইছিল—

"মই হলোবলৰাম কান্ধত
ওখালি পেলাম অধীন বিশ্ব
আনিম শান্তিৰ মহানন্দ,
মই শোকতাপ হানা খেয়ালী বিধিৰ
বক্ষ কৰিম ভিন্ন"

বিষ্ণু ৰাভা আছিল উদাৰ, মহৎ। কোনো ব্যক্তি বিশেষ তেওঁৰ শত্ৰু নাছিল। কৃষ্ণৰ দৰে আনৰ সমালোচনা সহ্য কৰিব নোৱাৰি তাক শত্ৰুৰূপে নিধন কৰাৰ বৰৰ সিদ্ধান্ত ৰাভাই ঘৃণা কৰিছিল। ৰাভাৰ প্ৰতি আনৰ শ্ৰদ্ধা ভীতিৰ পৰা ওপজা নাছিল। ৰাভাই তেখেতৰ জীৱিত কালত আনৰ লিখিত প্ৰশংসা বাণীৰ মাধ্যমেৰে নিজৰ কিৰণ বিস্তাৰ কৰা নাছিল। ৰাভাই নিজেই নিজৰ অনুভূতি চিন্তাধাৰাৰ লিখক আছিল। ৰাভাই নিজক মহানায়কৰূপে কেতিয়াও ঘোষণা কৰা নাছিল। ৰাভাই কৃষ্ণৰ দৰে নীচকুলৰ দুখীয়া শূদ্ৰ-জাতীয় ৰাইজৰ পৰা সৈনা সংগ্ৰহ কৰি সামন্ততান্ত্ৰিক বিলাসী, অত্যাচাৰী ৰাজশক্তিক অক্ষয় কৰাৰ বাবে যুদ্ধত নিযুক্ত কৰোৱা নাছিল। শ্ৰীকৃষ্ণৰ সেনাপতিত্বত তাহানিকালৰ নিয়মানুসাৰে শূদ্ৰ-সৈন্য বিলাকৰ কোনো বিপক্ষীয় ৰাজশক্তিৰ "ব্ৰাহ্মণ ক্ষত্ৰিয়" সৈনিক বিষয়াৰ কাকো নিধন কৰাৰ অধিকাৰ নাছিল। অথচ শত্ৰুপক্ষৰ "ব্ৰাহ্মণ ক্ষত্ৰিয় সৈনিক বিষয়াৰ অধিকাৰ আছিল বিপক্ষীয় শূদ্ৰ-সৈন্যক নিধন কৰাৰ। ইয়াৰ কাৰণ হৈছে, পুৰাকালত নীতি উপদেশ দিয়া আছিল যে, "ব্ৰাহ্মণ ক্ষত্ৰিয়ক" নিধন কৰাটো নীচবংশীয়ৰ পক্ষে মহাপাপ। গতিকে শূদ্ৰসৈন্যবিলাকৰ পক্ষে একমাত্ৰ বেহু ৰচনা কৰি প্ৰাণ বিসৰ্জন দিয়াৰ বাহিৰে আন একো কৰাৰ অধিকাৰ নাছিল। বিষ্ণু ৰাভাৰ আদৰ্শ আছিল উল্লেখিত নীতিৰ সম্পূৰ্ণ

বিপৰীত। তেওঁৰ নীতি কৌশল আছিল, নিম্ন শ্ৰেণীৰ দুখীয়া ৰাইজক সংগঠিত কৰি শোষক শাসকক স্থায়ীভাৱে উচ্ছেদ কৰাৰ বাবে তেওঁলোকৰ হাতৰ পৰা ৰাষ্ট্ৰীয় শক্তিক বলপূৰ্বক কাঢ়ি লোৱাৰ সংগ্ৰাম পৰিচালনা কৰা। যাৰ দ্বাৰাই শোষক শাসকৰ ৰঘুমলা শ্ৰেণীয়ে নতুনকৈ আৰু গজি উঠিব নোৱাৰে, তাৰেই স্থায়ী ব্যৱস্থা কৰা।

এই বিষয়ে মই অলপ পোহৰ সম্পাতৰ প্ৰয়াস কৰিছোঁ—১৯১৭ চনত ৰুছদেশৰ সমাজতান্ত্ৰিক বিপ্লৱৰ প্ৰতি সমৰ্থন জনাই ভাৰত তথা অসমৰ প্ৰগতিশীল মেধাবী ব্যক্তিৰ মাজত উল্লেখযোগ্য স্বয়ং লক্ষ্মীনাথ বেজবৰুৱা দেৱে ১৯২২ চনত ১২ শ সংখ্যাৰ "বাঁহীত" লেখিছিল,- "আজিকালি বৈশ্যৰ অৰ্থাৎ বেহেৰুৱাৰ সাম্ৰাজ্য। ইয়াৰ পিছত শূদ্ৰৰ সাম্ৰাজ্য আহিবই লাগিব। সেই সাম্ৰাজ্যৰ পুবেৰুণ দিছেই। ইয়োৰোপত "লেবাৰ" অৰ্থাৎ "শূদ্ৰ" সবল হৈ উঠিছে। ই নিশ্চয় যে, এই "শূদ্ৰৰাজ্য" Sooner or later (দুদিন আগে বা পিছতে) সংস্থাপিত হৈ "নিৰপেক্ষ ঈশ্বৰৰ অভিপ্ৰায় সংসিদ্ধ কৰিব লাগিব,"- ইয়াৰ দ্বাৰা এইটোৱেই বুজায় যে "শূদ্ৰৰাজ্য" সংস্থাপিত হবই "অৰ্থাৎ বিশ্ব জুৰি শ্ৰমজীবি শ্ৰেণীৰ দ্বাৰাই সমাজতান্ত্ৰিক বিপ্লব সফল হব। "এই প্ৰতিপাদ্যখিনিয়ে প্ৰমাণ কৰে যে, ৰাভা চৰিত্ৰৰ ভাবাদৰ্শ কৃষ্ণচৰিত্ৰৰ ভাবাদৰ্শৰ পৰা মুক্ত হৈছিল। ৰাভাই মাৰ্ক্স-বাদী জীৱন দৰ্শন গ্ৰহণ কৰি তেখেতৰ জীৱন উছৰ্গা কৰিব পাৰিছিল। এই সন্দৰ্ভত আৰু অলপ সংযোগ কৰিছো,—বিষ্ণু ৰাভাই প্ৰথম জীৱনত শঙ্কৰী ভাবাদৰ্শত আকৃষ্ট হৈ শ্ৰীকৃষ্ণৰ প্ৰতি দুৰ্বলতা পোষণ কৰিলেও পৰিণত বয়সত শ্ৰীকৃষ্ণৰ প্ৰতি নিজক মোহমুক্ত কৰিবলৈ বস্তুবাদী জীৱন দৰ্শনকেই মানব কল্যাণৰ প্ৰশস্ত পথ বুলি গ্ৰহণ কৰিছিল।

এই মন্তব্যটোৰ যথাৰ্থতাৰ সমৰ্থন পোৱা যায় বিষ্ণু ৰাভাৰ লিখিত "অসমীয়া কৃষ্টিৰ চমু আভাষ" পুথিখনৰ আঠ পাতৰ শেষ অংকত "কৃষ্ণ" সম্বন্ধে ৰাভাৰ বস্তুনিষ্ঠ যুক্তিৰ দ্বাৰাই,—ৰাভাই লেখিছে,

শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰি তেওঁৰ পুত্ৰ ভগদত্তক ৰজা পাতি নিজৰ কৃতজ্ঞ কৰি ষোল হেজাৰ অসমীয়া গোপিনী গাভৰুক লৈ যায়। শ্ৰীকৃষ্ণৰ নাতিয়েক অনিৰুদ্ধৰ লগত বানৰ জীয়ৰী উষাদেৱীক গন্ধৰ্ব মতে বিবাহ কৰাই অসমৰ আদিমবাসীসকলৰ লগত সম্বন্ধ পাতি শ্ৰীকৃষ্ণই বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিলে আৰু নতুন সভ্যতা সংস্কৃতি স্থাপন কৰিলে। তেতিয়াৰ পৰাই অসমত বৰ্ণ বৈষম্য হ'ল। জাতিভেদ সৃষ্টি হ'ল। আদিম জাতিহীন, শ্ৰেণীহীন গোষ্ঠী সমাজ চুৰমাৰ হ'ল। বৰ্ণাশ্ৰম ধৰ্মীয় শ্ৰেণীভেদ প্ৰবৰ্তিত হলেও অসমৰ গোষ্ঠী সমাজ সংস্কৃতিক সহজে গতিৰুদ্ধ কৰিব পৰা নাছিল।

বিষ্ণু ৰাভাৰ লিখিত তথ্য মতে শ্ৰীকৃষ্ণই অসমত বৰ্ণ বৈষম্য মূলক জাতিভেদ প্ৰথাৰ প্ৰবৰ্তক। আৰু অলপ যোগ কৰি কব লাগিব, শ্ৰীকৃষ্ণই সমগ্ৰ ভাৰতেতেই ব্ৰাহ্মণ্য ধৰ্মৰ শ্ৰেণীভেদমূলক শাসন শোষণৰ প্ৰধান প্ৰবৰ্তক আছিল। কাৰণ শ্ৰীকৃষ্ণ নিজেই আছিল ক্ষত্ৰিয় ৰাজকুলৰ শ্ৰেষ্ঠ বংশধৰ, নিজৰ শ্ৰেষ্ঠত্বৰ বিপৰীতে আন কাকো প্ৰতিদ্বন্দীৰূপে মানি নিয়া নাছিল। "শ্ৰীকৃষ্ণই মনুষ্য ধৰ্মৰেই অনুবৰ্তী আছিল। সেই কাৰণেই দেখা যায়—"কৃষ্ণই বল-বানৰ লগত সন্ধি আৰু হীনবলৰ লগত যুদ্ধ কৰিছিল। কৃষ্ণই কাম দান ভেদ প্ৰদৰ্শন কৰি দণ্ডপাত কৰিছিল, কেতিয়াবা পলায়নও কৰিছিল। (বিষ্ণু পুৰাণৰ ৫ ম অংশ ২২ অধ্যায়ৰ উদ্ধৃতি দিলোঁ)- "তথাপি যো মনুষ্যানাং ধৰ্ম্মস্তমনুবৰ্ত্ততে। কুৰ্বন বলবতা সন্ধি হীনৈ-ৰ্যুদ্ধং কৰত্যসৌ। সাম চোপপ্ৰদানাঞ্চ তথা ভেদং প্ৰদৰ্শনৰ। কৰোতি দণ্ডপাতঞ্চ কচ্চিদেব পলায়নম॥" ওপৰৰ অনুবাদ—বঙ্কিম চন্দ্ৰ চেটাৰ্জিৰ। ৰাভাৰ লগত কৃষ্ণৰ এইখিনিত সম্পূৰ্ণ অমিল। ৰাভাই হীনবলক সংগঠিত কৰি বলবানৰ বিৰুদ্ধেই সংগ্ৰাম কৰিছিল। কূট চক্ৰান্ত তেওঁ নাজানিছিল। "ধৰ্ম সংস্থাপনাৰ্থায় সম্ভৱামী যুগে যুগে" এই বাণীৰ জয়ধ্বনি তুলি ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈকে দুৰ্দ্ধৰ্ষ অশ্বাৰোহী সেনানায়কৰ বেশে এক শ পঁচিশ বছৰ ধৰি

বিচৰণ কৰি কৃষ্ণই বিভিন্ন দেশৰ ৰজা ভগা-পতাৰ জটিল কাৰ্য্যখিনি কূট চক্ৰজালৰ মাধ্যমেৰে সমাধা কৰি নিজৰ অপ্ৰতিহত আধিপত্য বিস্তাৰ কৰিছিল। আৰু ব্ৰাহ্মণ্য ধৰ্মৰ কৰ্ণধাৰ ক্ষত্ৰিয় ব্ৰাহ্মণৰ শাসন শোষণৰ চিৰস্থায়ী বন্দোবস্ত কৰিছিল, সেই বাবেই ব্ৰাহ্মণ ক্ষত্ৰিয় কুলে নিজৰ শ্ৰেণী স্বাৰ্থ ৰক্ষাৰ উদ্দেশ্যে শ্ৰীকৃষ্ণক "মনুষ্যৰূপী ভগৱান" বুলি প্ৰচাৰ কৰি তেওঁৰ ন্যায় অন্যায় আনকি কাম-প্ৰবৃত্তি-লালসাৰ অপ্ৰতিহত অভিলাষ চৰিতাৰ্থৰ দুষ্কৰ্মবিলাকো পবিত্ৰতাৰ প্ৰলেপ সানি "দেৱতাৰ লীলা-খেলা নামে" প্ৰচাৰ কৰিছিল। শ্ৰীকৃষ্ণৰ প্ৰতি সেই সময়ৰ ৰাইজৰ ভক্তি গুণ নিৰ্ভৰ হোৱাতকৈ ভীতি বিহ্বলতাৰ পৰাই ওপজিছিল। কাৰণ ভাৰতবৰ্ষত সেই সময়ত শ্ৰীকৃষ্ণৰ বিৰুদ্ধে এষাৰ মাত মতাৰ সাহসও কাৰো হোৱা নাছিল। শ্ৰীকৃষ্ণই অসমত অহাৰ প্ৰায় তিনিহাজাৰ বছৰ পিছত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰাদুৰ্ভাৱ বহু পৰিমাণেই আঁতৰাই অসমৰ মানুহক বৰ্ণাশ্ৰম ধৰ্ম জাতি বৰ্ণৰ কুপ্ৰভাৱৰ পৰা মুক্ত কৰিব পাৰিছিল। নহলে বিহু উৎসব পাতিবলৈ হলেও "বামুণৰ পূজাপাতলৰ" মাধ্যমে ছাড়পত্ৰৰ প্ৰয়োজন হ'লহেঁতেন।

সেই কাৰণেই দেখা যায় আহোম ৰাজশক্তিয়ে শঙ্কৰদেৱৰ ভাবাদৰ্শক প্ৰতিৰোধ কৰি ব্ৰাহ্মণ্য ধৰ্মৰ আধিপত্য বজায় ৰখা আৰু বিস্তাৰ কৰাৰ কাৰণেই পৰ্বতীয়া গোঁসাইবিলাকক বঙ্গদেশৰ পৰা আনি, আৰু অনেক ব্ৰাহ্মণ উচ্চ পৰিয়ালক জমিদাৰী দি প্ৰতিষ্ঠা কৰাইছিলে। বহুতক দেবোত্তৰ সম্পত্তি ভোগ কৰিবলৈ দিছিল। শঙ্কৰদেৱে অসম ত্যাগ কৰি কোচবিহাৰত গৈ আত্মৰক্ষা কৰিব লগীয়া হৈছিল। কাৰণ ৰজাবিলাকৰ উদ্দেশ্যই আছিল শ্ৰেণীশোষণ ৰক্ষা কৰা।

## বিষ্ণুৰাভাৰ জীৱনত শঙ্কৰদেৱৰ প্ৰভাৱ

বিষ্ণুৰাভাই সাম্যবাদী দলৰ সংস্পৰ্শত অহাৰ আগছোৱাত শঙ্কৰদেৱৰ বাহিৰে আন কোনো বিকল্প জীৱনাদৰ্শই তেখেতক প্ৰভাৱিত কৰিব পৰা নাছিল। ৰাভাৰ প্ৰকৃতিগত স্বাভাৱিক গুণাৱলী যেনে- মলিনতা বৰ্জিত মানবিক চৰিত্ৰ, অত্যাচাৰৰ বিৰুদ্ধে স্বভাৱসিদ্ধ ঘৃণা,. আনপিনে শঙ্কৰদেৱৰ নিৰ্দেশিত জাতি-কুল বৰ্জিত মানৱ সমাজ, ব্ৰাহ্মণ্য' বৈদিক যাগ-যজ্ঞৰ আচাৰ-অনুষ্ঠানৰ দ্বাৰাই উচ্চমাৰ্গৰ কৌলীন্যৰ শোষণ শাসনমূলক উন্নাসিকতাৰ বিকল্প মানৱ সমাজৰ আদৰ্শৰ প্ৰতি ৰাভা আকৃষ্ট হৈছিল, ৰাভাৰ স্বাভাৱিক উদাৰতাই এই ভাবাদৰ্শৰ প্ৰতি আকৃষ্ট কৰিছিল।

শঙ্কৰদেৱৰ আদৰ্শই ব্ৰাহ্মণ্য ধৰ্মৰ শ্ৰেণীগত অত্যাচাৰ আৰু নিৰ্য্যাতনৰ পৰা অসমবাসীক বহুপৰিমাণে ৰক্ষা কৰিব পাৰিছিল বুলিয়েই বিহাৰ, উত্তৰ প্ৰদেশ, উড়িষ্যা, অন্ধ্ৰপ্ৰদেশ, তামিলনাডু আদি আন ৰাজ্যবিলাকৰ দৰে নীচ কুলৰ মানুহে উচ্চমাৰ্গৰ অত্যাচাৰ নিৰ্য্যাতনৰ অশুভ চিকাৰ হোৱাৰ অৱধাৰিত পৰিণতিৰ পৰা অসমবাসীয়ে মুক্ত হৈ থাকিব পাৰিছে। এই কাৰণেই ৰাভাই জনজাতীয় ব্যক্তি হোৱা স্বত্বেও শঙ্কৰী ভাবধাৰাত উদ্বুদ্ধ হৈছিল প্ৰথম তাৰুণ্যৰ ভাবাবেগত।

কিন্তু তেওঁৰ মনত এই প্ৰশ্নটো অহৰহ জাগৰিত আছিল যে কোনো ভাববাদী ঈশ্বৰ বিশ্বাসী ধৰ্মীয় আবেদনৰ প্ৰভাৱৰ দ্বাৰাই মানৱ জাতিৰ ওপৰত অত্যাচাৰ, নিপীড়ন, শোষণ, বঞ্চনাৰ পৰা স্থায়ী মুক্তি হ'ব নোৱাৰে। কাৰণ অত্যাচাৰী লোভী পৰশ্ৰমভোজী শ্ৰেণীৰ হৃদয় পৰিবৰ্তনৰ আবেদন কৰি যদি শোষণ, অত্যাচাৰ, দুৰ্নীতি বন্ধ

কৰা গ'ল হয় তেনেহ'লে কেইবা হাজাৰ বছৰ ধৰি এই ধৰ্মীয় আদৰ্শৰ আবেদনৰ যুক্তি বা শক্তিৰ দ্বাৰাই সমগ্ৰ মানৱ জাতিয়েই মুক্তি লাভ কৰিলেহেঁতেন। কিন্তু এই পথ আজিলৈকে কৃতকাৰ্য্য হ'ব পৰা নাই। ৰ বাবেই লাগিব এটা সামগ্ৰিক আমূল পৰিবৰ্তনৰ পৰিকল্পনা, যিটো বাস্তৱ জীৱনৰ দাৰ্শনিক আদৰ্শৰ দ্বাৰাই পৰিচালিত নিয়ন্ত্ৰিত হৈ মানৱ সমাজৰ পৰা শোষক শ্ৰেণীৰ মূলোচ্ছেদ চিৰকালৰ কাৰণে সমাধা কৰিব পাৰে, তাৰেই সাধনা—অৰ্থাৎ এটা বৈপ্লবিক গুণগত উলম্ফনৰ প্ৰয়োজন আছে বৈপ্লবিক গতিৰে। এইটোৱেই আছিল ৰাভাৰ জীৱন দৰ্শনৰ সাধনা বাসনা ব্ৰত জীৱনৰ শেষ নিঃশ্বাসলৈকে।

গতিকে দাৰ্শনিক মতবাদৰ ক্ষেত্ৰত বিষ্ণুপ্ৰসাদ ৰাভাই মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ মতবাদৰ বিপৰীত মেৰুতেই অৱস্থান কৰি আছিল, জীৱনৰ শেষ পচিশ বছৰ ধৰি। ৰাভাই আছিল নিৰীশ্বৰবাদী বস্তুতান্ত্ৰিক দৰ্শনৰ অনুসৰণকাৰী। যিটো শ্ৰীশঙ্কৰদেৱৰ বিপৰীত। শঙ্কৰদেৱ আছিল হৃদয়ৰ পৰিবৰ্তন সাধন কৰি সমাজ সংস্কাৰৰ পথ প্ৰদৰ্শক। তেখেতৰ আৰাধ্য দেৱতা আছিল ৰাম আৰু কৃষ্ণ। বিষ্ণু ৰাভা আছিল শোষকৰ হাতৰ পৰা বলপূৰ্বক শোষণৰ ৰাষ্ট্ৰযন্ত্ৰক কাঢ়ি লৈ নিপীড়িত শ্ৰেণীৰ কৰায়ত্ব কৰি শোষকক চিৰতৰে উচ্ছেদ কৰাৰ বৈপ্লবিক পথ প্ৰদৰ্শক। কোনো ব্যক্তিকেই ৰাভাই ঈশ্বৰৰ অৱতাৰ বুলি মানি লোৱা নাছিল জীৱনৰ শেষ অন্তত। মহাপুৰুষ শঙ্কৰদেৱ আছিল, এজন ভোগ-লালসা নাৰী সম্ভোগ বৰ্জিত জীতেন্দ্ৰিয় ব্ৰহ্মচাৰী। বিষ্ণুপ্ৰসাদ আছিল তাৰ সম্পূৰ্ণ বিপৰীত।

শ্ৰীমন্ত শঙ্কৰদেৱৰ আৰাধ্য দেৱতা কৃষ্ণৰূপী মানৱ দেহধাৰী ভগৱান—যাৰ ব্যক্তিগত চৰিত্ৰৰ লগত শ্ৰীমন্ত শঙ্কৰদেৱৰ চৰিত্ৰৰ মৌলিক পাৰ্থক্য আছিল। শ্ৰীকৃষ্ণ আছিল অপ্ৰতিহত ৰমণবিলাসী লাস্যময় যৌৱন সম্ভোগৰ অদ্বিতীয় পুৰুষোত্তম। দুৰ্দ্ধৰ্ষ ক্ষমাহীন সেনানায়ক, চতুৰ সুদক্ষ কুটনৈতিক মহানায়ক। শত্ৰুৰ বিপক্ষে ক্ৰুৰ

নিষ্ঠুৰ প্ৰতিহিংসা পৰায়ণ। তেওঁৰ বিপক্ষে বিঘ্ন সৃষ্টিকাৰীক ছলে-বলে-কৌশলে নিৰ্মমভাবে নিধন কৰাত কুণ্ঠিত হোৱা নাছিল। জীৱনৰ শেষলৈকে শ্ৰীকৃষ্ণৰ বাবগৰাকী মহিষী আছিল। তাৰ বাহিৰেও বহু সুন্দৰী বান্ধৱী আছিল। শ্ৰীকৃষ্ণই দ্ৰৌপদীক তেখেতৰ জীৱনৰ সঙ্গিনীৰূপে লাভ কৰিব নোৱাৰাৰ বাবে তীব্ৰ মানসিক যন্ত্ৰণা ভোগ কৰিছিল।

মহাপুৰুষ শঙ্কৰদেৱৰ আৰাধ্য কৃষ্ণৰূপী ভগৱানৰ চৰিত্ৰৰ বিচাৰত শ্ৰীশঙ্কৰদেৱৰ মানৱিক চৰিত্ৰৰ মাধুৰ্য্য-সৌৰভ সকলো ফালৰ পৰাই শ্ৰীকৃষ্ণতকৈ উচ্চস্তৰৰ মানৱীয় গুণাধাৰত অধিষ্ঠিত আছিল বুলি ক'বই লাগিব। এই সকলো চাৰিত্ৰিক বৈশিষ্ট্যৰ বিশ্লেষণ কৰিলে দেখা যায় মহাপুৰুষ শঙ্কৰদেৱৰ জীৱনধাৰা, জীৱন দৰ্শন বা কৃষ্ণ চৰিত্ৰৰ মত—পথৰ লগতে শ্ৰীবিষ্ণুপ্ৰসাদ ৰাভাৰ প্ৰথম জীৱনৰ কথা বাদ দিলে পৰিপক্ক জীৱনত মৌলিক প্ৰভেদ সক্ৰিয়ভাবেই উদ্ভাসিত হৈ আছিল। এই কথা কোৱাত বিষ্ণুৰাভাই কোনো সঙ্কোচ কৰা নাছিল।

## বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনক অধিক ৰোমাঞ্চিত চিত্তাকৰ্ষক কৰি তোলাৰ কাৰণে কল্পিত সাধুকথা ৰচনাৰ প্ৰবণতা

জাতীয়তাবাদী আন্দোলনৰ আৰম্ভৰ লগে লগে বিষ্ণুপ্ৰসাদ ৰাভা সম্বন্ধে কোনে কিমান জানে সেইটো প্ৰমাণৰ আগ্ৰহে কল্পিত ৰোমাঞ্চকৰ কাহিনী ৰচনাৰ প্ৰবণতা দেখা গৈছিল। যেনে এজন অত্যুৎসাহী ৰাভাপ্ৰেমিকে এজন প্ৰকাশকলৈ বিষ্ণুৰাভাৰ বিষয়ে প্ৰবন্ধ লেখি পঠিয়াইছে,—তাত লেখিছে যে "বিষ্ণুৰাভাই আত্ম-গোপন কৰি থকা কালত তেখেতৰ লগত গুলি বিনিময়ত পাঁচজন

মানুহক নিধন কৰিছে। এই ঘটনাটো সেই লেখকজনে নিজে জানে বুলি দাবী কৰিছে। মই দঢ়াই দঢ়াই ক'ব খোজো, বিষ্ণুৰাভা কিয় আমাৰ সমূহ পাৰ্টিৰ দ্বাৰাই আত্মগোপন কালত তেনেকুৱা কোনো ঘটনাই ঘটা নাছিল। বিশেষকৈ বিষ্ণুৰাভাৰ লগত কাৰো কোনো গুলি বিনিময় হোৱা নাছিল। আৰু এটা কথা জানিব লগীয়া যে, আমাৰ সশস্ত্ৰ সংগ্ৰামৰ আঁচনিৰ প্ৰস্তুতিৰ কাল তেতিয়া চলি আছিল। সেই সময়ছোৱাত চৰকাৰী বাহিনীৰ লগত মুখামুখি সশস্ত্ৰ সংঘাত পৰিহাৰ কৰি চলাৰ নিৰ্দেশ আছিল। আমাৰ এই বনবাসৰ গোটেই সময়ৰ ভিতৰত সশস্ত্ৰ বাহিনীৰ লগত আমাৰ মুখামুখি সংঘাত মাত্ৰ তিনি ঠাইতেই ঘটিছিল বিশেষকৈ য'ত আমি পলাই সাৰি যাব পৰা নাছিলোঁ তাতেই হ'বলৈ পাইছিল। তিনি ঠাইতেই বিষ্ণুৰাভাৰ উপস্থিতি নাছিল। কোনো ঠাইতেই বিষ্ণুৰাভাৰ লগত সশস্ত্ৰ সংঘাত হোৱা নাছিল। কাৰণ সশস্ত্ৰ পুলিচৰ মুখামুখি হ'ব লগীয়া হোৱা নাছিল। ৰাভাই গ্ৰেপ্তাৰ হোৱাৰ পিছত তেনেকুৱা সাংঘাতিক অভিযোগৰ বিচাৰও হোৱা নাছিল। নহ'লে একবছৰৰ ভিতৰতেই মুক্তি নাপালেহেঁতেন। সাংঘাতিক অপৰাধৰ বিচাৰ শেষ হওঁতেও তিনি চাৰি বছৰ সময় লাগিলহেঁতেন। যি কাৰণে ৰাভাক গ্ৰেপ্তাৰৰ পুৰস্কাৰৰ মূল্য ঘোষিত আছিল সাতশ পঞ্চাশ টকা। কমৰেড্ গোবিন্দ কলিতাৰ বিৰুদ্ধেও ৰাভাৰ লগতেই সাতশ পঞ্চাশ টকাৰ পুৰস্কাৰ ঘোষিত হৈছিল। তাৰ পিছত গোবিন্দ কলিতাৰ বিৰুদ্ধে পাঁচ হাজাৰ টকাৰ পুৰস্কাৰ ঘোষিত হৈছিল। গোবিন্দ কলিতা নিজে ১৯৫৬ চনত আত্মসমৰ্পণ কৰিছিল। গতিকে কোনো পুলিচৰ দলেই এই পাঁচ হাজাৰ টকাৰ পুৰস্কাৰ লাভ কৰিব পৰা নাছিল। পিছত গোবিন্দ কলিতাৰ বিৰুদ্ধে কোনো অভিযোগ প্ৰমাণ কৰিব নোৱাৰাৰ কাৰণে বহুদিন পিছত মুক্তি লাভ কৰিছিল।

সেই সময়ত সমূহ সশস্ত্ৰ অভিযানত আসাম ৰেজিমেণ্ট আৰু আসাম পুলিচ বেটেলিয়ান বাহিনীয়ে মোহনলাল মুখাৰ্জীক গুলিবিদ্ধ

কৰি গ্ৰেপ্তাৰ কৰি দহ হাজাৰ টকাৰ পুৰস্কাৰ লাভ কৰিছিল আৰু ডি, এছ, পি ভূপতি চৌধুৰীয়ে এই বাবেই ৰাষ্ট্ৰপতিৰ সোণৰ পদক লাভ কৰিছিল বিশেষ বীৰত্ব প্ৰদৰ্শনৰ কাৰণে। পুলিচ দাৰোগা মিহিৰ নাৰায়ণ দেৱ, লেন্‌চনায়েক গণেশ বাহাদুৰ লিম্বু, আজুৰা লোথা (বেটেলিয়ন) ঘোষিত টকাৰ অংশ পুৰস্কাৰ স্বৰূপ ১৯৫০ চনৰ ১৬ ডিচেম্বৰ লাভ কৰিছিল। বিষ্ণুৰাভা সম্পৰ্কে এনেধৰণৰ আৰু এটি কাল্পনিক গল্পৰ বিষয়ে ক'ব খোজোঁ।।

মই ন বছৰ জেইলত থকাৰ পিছত ১৯৫৭ চনৰ শেষত মুক্তিলাভ কৰি ট্ৰেনত বহি উজনি অসমলৈ গৈ আছিলো। মোৰ কাষত বহি তিনি চাৰিজন যাত্ৰীয়ে কথা পাতি আছিল। বিষয় আছিল আমাৰ বনবাসী জীৱনৰ ৰোমাঞ্চকৰ কাহিনীৰ আলোচনা। এজনে কৈ আছিল যে, এবাৰ এখন গাঁৱত বিষ্ণুৰাভা থকাৰ কথা গম পাই পুলিচে ঘেৰি পেলাইছিল। বিষ্ণুৰাভাই হেনো বুকুৰ ওপৰেদি গাঁৱলীয়া ট্ৰাইবেল মাইকী মানুহৰ দৰে মেখেলা পিন্ধি ওৰণী লৈ চোতালৰ পৰা হাঁহ খেদি লৈ পুলিচৰ চকুত ধুলি দি পলাই যাবলৈ সক্ষম হৈছিল।

মই তেওঁলোকৰ কথাত যোগ দি সুধিলোঁ, "আপোনালোকে কোনেও বিষ্ণুৰাভাক দেখিছে জানো?" তেওঁলোকে অলপ থতমত খাই তিনিজনেই জবাব দিলে বিষ্ণুৰাভাক তেওঁলোকে দেখা পোৱা নাছিল, গাঁৱৰ মানুহৰ পৰা শুনা কথা পাতিছে মাত্ৰ। মই মোৰ চিনাকি দি ক'ব ধৰিলোঁ। তেওঁলোকে মোৰ কথা আগ্ৰহেৰে শুনিব ধৰিলে। মই ক'লোঁ, এইটো এটা গল্পহে মাত্ৰ, বাইজে কৈ ভাল পায় আৰু কিছুমানে শুনিও ভাল পায়। মই ক'লোঁ যে বিষ্ণু ৰাভাৰ দৰে দীঘলে পুতলে ইমান ডাঙৰ মানুহ পুলিচৰ মোটা মানুহৰ মাজতেও খুব কমহে পোৱা যায় মাথোন। তেওঁৰ পক্ষে দিনৰ পোহৰত মাইকী মানুহৰ দৰে বুকুৰ ওপৰেদি মেখেলা পিন্ধি পুলিচৰ আগেদি হাঁহ খেদি গুচি যোৱাটো সম্ভৱ নহয়। কাৰণ বহলে পুতলে

ইমান ডাঙৰ মাইকী মানুহ অসমত বিচাৰি পোৱা নাযায়। বিশেষকৈ প্ৰত্যেক পুলিচ বিষয়া হাবিলদাৰইতক আমাৰ জনাজাত নেতাবিলাকৰ চেহাৰা-পাতিৰ বিষয়ে ভালদৰেই বুজোৱা আছে। গতিকে দিনৰ পোহৰত পুলিচে ৰাভাক সহজেই চিনিব পাৰিলে হয়, নাইবা সন্দেহক্ৰমেই গ্ৰেপ্তাৰ কৰি নিলেহেঁতেন। ৰাতিৰ আন্ধাৰত হ'লে কথাটো বেলেগ হ'লেহেঁতেন। ইয়াৰ বাহিৰেও জানিব লাগিব যে বিষ্ণুৰাভাই সদায় আমাৰ কোনো নহয় কোনো দায়িত্বশীল কমৰেডৰ লগতেই ঘূৰা-ফুৰা কৰিছিল। গতিকে এনেকুৱা ঘটনা ঘটিবলৈ পালে কথাটো আমি অৱশ্যেই জানিলোহেঁতেন। ৰাভাক আমি হাহি ধেমালিৰে জোকাব পাৰিলোহেঁতেন। চুটি চাপৰ ডেকা ল'ৰা হ'লেও সম্ভৱ হ'ল হয়। এনেকুৱা এটি ঘটনাৰ কথা আমাৰ চুটি চাপৰ বগা দেহৰ কমৰেড্ লোকনাথ বৰুৱাৰ জীৱনত ঘটিছিল মই সেই বিষয়ে লিখিছোঁ।

এনেবিধ আজব ঘটনাবিলাক ৰটনা কৰি বিষ্ণুৰাভাৰ বিষয়ে অধিক জ্ঞান থকাৰ চানেকি দিয়াৰ এটা প্ৰৱণতা দেখা যায়। বিষ্ণু ৰাভাক এইদৰে অতিৰঞ্জিত কৰি "বীৰ পূজাৰ" পৰ্য্যায়লৈ তুলি ধৰাৰ বিপক্ষে বাওঁপন্থী প্ৰগতিশীল লেখক গোষ্ঠীয়ে সতৰ্ক কৰি দিছে। তেওঁলোকৰ সকলোৱেই নিৰ্মোহ বস্তুবাদী দৃষ্টিভঙ্গীৰে ৰাভাৰ যথাৰ্থ মূল্যায়ণ কৰাৰ বাবেই সোঁৱৰাই দিছে। তথাপিও দেখা যায় তেখেতসকলৰ মাজতেই বিষ্ণুৰাভাক ভালদৰে জনাৰ প্ৰমাণ দাঙি ধৰাৰ প্ৰয়াসত বহুক্ষেত্ৰতেই নঘটা, নোহোৱা বৃত্তান্তৰ আশ্ৰয় লোৱা হৈছে। এনেধৰণৰ মানসিক অৱস্থা মানুহৰ চেতন অৱচেতন স্তৰত বৈ বৈ বৈ থাকে নিজৰ শ্ৰদ্ধাৰ, মৰমৰ কোনো ব্যক্তিক ভালতকৈ আৰু ভাল, পোহৰতকৈ আৰু পোহৰ সঞ্চাৰক ৰূপে ফুটি ওলাই অহাটোৱেই অন্তৰৰ কামনাৰূপে বিৰাজ কৰে। যাৰ প্ৰভাৱত নিৰ্মোহ দৃষ্টিভঙ্গীৰ পৰা স্খলন হৈ অতিৰঞ্জনৰ পিনেই প্ৰবাহিত হোৱা দেখা যায়।

"সৈনিক শিল্পী" কিতাপখনৰ এঠাইত ডাঃ হীৰেণ গোঁহাইয়ে মন্তব্য কৰিছে যে—"বিপ্লবী কমিউনিষ্ট পার্টিত মার্ক্সীয় তত্ত্বৰ বাহিৰে বিষ্ণুৰাভাৰ সমকক্ষ কোনেও নাছিল।" তেখেতৰ এই মন্তব্যটোৱেই অমার্ক্সীয় যুক্তিগৰ্ভৰ পৰা ওপজা। বিষ্ণুৰাভা দলৰ প্ৰতিষ্ঠাতাও নাছিল, দল গঠন কৰাও নাছিল তেখেতে দলৰ গণসংগঠনতেই কাম কৰিছিল। আমি যেতিয়া প্ৰথম যোগাযোগ স্থাপন কৰিছিলোঁ,—তেতিয়া বিষ্ণুৰাভাই ভাববাদী দাৰ্শনিকতাৰ ঈশ্বৰবাদী অলৌকিকতা চিৰন্তণ ধাৰণাতেই আচ্ছন্ন হৈ আছিল। নৃত্য-গীত, সাহিত্য-সংস্কৃতি যে লোকগীতি সংস্কৃতিৰ গৰ্ভৰ পৰা ওপজা সেই বিষয়ে তেখেতৰ পৰিষ্কাৰ ধাৰণা নাছিল। তেখেতৰ মনত জগদ্দল পাথৰৰ দৰে প্ৰোথিত হৈ থকা ভাববাদী চিন্তাধাৰাৰ প্ৰভাৱৰ পৰা তেখেতৰ অৱসাদগ্ৰস্ত স্থবিৰত্বৰ মাজত মধ্যবিত্ত শ্ৰেণীৰ ভাববিলাসৰ আৰু অলৌকিকতাৰ ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধাশীল প্ৰভাৱত আচ্ছন্ন হৈ আছিল। সেই আজন্ম লালিত প্ৰভাৱৰ পৰা আকৰ্ষণ কৰি আনি সাম্যবাদী জীৱন দৰ্শনৰ অনুগামী কৰোৱাৰ প্ৰশ্নটো কেৱল মাথো শোষক-শোষিতৰ মাজত শ্ৰেণীসংগ্ৰামৰ তত্ত্বখিনি বুজোৱাৰ কথাতেই সমাপ্ত হৈ নাযায়। বিষ্ণু ৰাভাৰ দৰে এজন উচ্চ-শিক্ষিত ব্যক্তিক মাৰ্ক্সবাদী তত্ত্ব বুজোৱাৰ কথাটো মানৱ-সমাজৰ সামূহিক বিষয় আলোচনাৰ মাধ্যমেৰেই সম্ভৱ হৈছিল। আৰু সেই কাৰণে তেখেতক প্ৰভাবিত কৰা ব্যক্তি কেইজনৰ প্ৰজ্ঞা, অধিক-জ্ঞানৰ দ্বাৰা নিয়ন্ত্ৰিত উন্নতমানৰ যুক্তিৰে বহু বিষয়ৰ তাত্বিক ব্যাখ্যাৰ বাহিৰে বিষ্ণু ৰাভাক সাম্যবাদী আদৰ্শক কায়-মনোবাক্যেৰে বৰি নিয়াই বলিষ্ঠভাবে নিষ্ঠাৰে সহিতে মানসিক আধাৰশিলাত প্ৰোথিত কৰাটো সম্ভৱ নহ'লহেঁতেন। এইখিনিত কব খোজোঁ যে বিপ্লবী সাম্যবাদী দলৰ নিয়ন্তাসকল ৰাভাতকৈ বয়ঃকনিষ্ঠ হ'লেও অভিজ্ঞতা, শিক্ষা দীক্ষা আৰু অধ্যয়নৰ উৎকৰ্ষতাৰ ক্ষেত্ৰত বিষ্ণু ৰাভাতকৈ সমৃদ্ধ আৰু পৰিপুষ্টতাৰ মানদণ্ডত জ্যেষ্ঠত্ব দাবী কৰিলে অযৌক্তিক নহব।

বিষ্ণু ৰাভাৰ জ্ঞান গৰিমাক প্ৰাধান্য দিব গৈ তেখেতক যি বিলাকে "নষ্ট যোৱা মদাহীৰ" শীলিভূত অৱস্থাৰ পৰা সজীব কৰি তুলি গতিশীল নতুন জীৱন ধাৰাৰ প্ৰবাহত সক্ৰিয় অভিযাত্ৰীৰূপে গঢ়ি তুলিব পাৰিলে তেওঁলোকৰ জ্ঞানগৰ্ভ উন্নত মনীষাক নিকৃষ্ট প্ৰমাণৰ আগ্ৰহটো অৰ্বাচীন বালকৰ দৰেই প্ৰকাশ পাইছে। — এইখিনিত উল্লেখযোগ্য যে ডাঃ হীৰেণ গোহাঁইয়ে কিছুদিন আগতে বিপ্লবী সাম্যবাদী দলৰ উজ্জল ঐতিহ্যক বিকৃত আৰু হীনাত্মক দৃষ্টিভঙ্গীৰে ব্যাখ্যা কৰি প্ৰকাশ কৰিছিল। ক'ৰ পৰা তেখেতৰ এনেকুৱা ধ্যান ধাৰণা জন্মিছিল সেইটো দুৰ্বোধ্য। ডাঃ হীৰেন গোহাঁইৰ সেই প্ৰবন্ধটোৰ যথাযোগ্য উত্তৰও প্ৰকাশিত হৈছিল।

## বিষ্ণু ৰাভাৰ গীত, সাহিত্য, কবিতাৰ বিষয়ে সমালোচনা

শ্ৰীযুত বিষ্ণু ৰাভাৰ গীত, কবিতা, নাটিকা, সাহিত্যৰ সংখ্যা বেছি নহলেও, তাকৰীয়াও নহয়। ছাত্ৰ জীৱনৰ পৰাই তেখেতে "বাঁহী" আদি মাহেকীয়া পত্ৰিকাত শ্ৰীশঙ্কৰদেৱৰ বিষয়ে প্ৰবন্ধাদি লিখিছিলে। বড়ো জনজাতিৰ বিষয়েও প্ৰবন্ধ লেখিছিল। তাৰ পিছতে শঙ্কৰী ভাবাদৰ্শৰ প্ৰচাৰৰ উদ্দেশ্যে অসমীয়া ডেকা শক্তিক জগাই তোলাৰ কাৰণেও গীত, কবিতা আদি ৰচনা কৰিছিল। সেই বিষয়ে মই আগতে কিছু আলোচনা কৰাৰ প্ৰয়াস কৰিছো। সেই-বিলাক তেখেতৰ নিজস্ব মৌলিক সৃষ্টি। তাৰ পিছতে তেখেতে গ্ৰামোফোন ৰেকৰ্ডৰ কাৰণেও কেইখনমান নাটিকা ৰচনা কৰি কৃত-কাৰ্য্য হৈছিল, জনপ্ৰিয়ও হৈছিল, সেই বিষয়েও মই উল্লেখ কৰিছো। সেই কবিতা গীতৰ বিষয়বস্তু, শব্দ প্ৰয়োগ পুৰণি যুগীয়া ঐতিহ্যক ৰূপায়িত কৰাৰ প্ৰয়াসত সীমিত আছিল। নতুন যুগৰ ছাঁ তাত

বিশেষ পৰা নাছিল। আনকি বৃটিছ শাসনৰ বিৰুদ্ধে ৰাজনৈতিক সংগ্ৰামৰ উষ্ণ ভাবেো কোনো ছাঁ ৰাভাৰ লেখাত ৰেখাপাত কৰা নাছিল। যদিও বঙ্গদেশত ছাত্ৰ জীৱনত ৰাজনৈতিক সংস্পৰ্শত তেওঁ নহাকৈ থকা নাছিল। ছাত্ৰ জীৱনৰ পিছতো প্ৰায় ১৯৪৪ চনলৈকে তেওঁ ব্যক্তিগত জীৱনৰ ভাব বিলাসৰ প্ৰণয়ৰ বিষয়ে নাইবা "দেৱতা, দেউল, পূজাৰী" এই শব্দ বিলাকৰ আবেদনৰ মাজতেই সীমাবদ্ধ হৈ আছিল। তাৰ কাৰণ জন্মৰ পৰাই ৰাভাই বঙ্গদেশত থকাৰ সময়ত গ্ৰামোফোন ৰেকৰ্ডৰ মাধ্যমে নটৰাজ, কৃষ্ণ, দেবতা, মন্দিৰৰ বিষয়ে গীত কবিতাৰ প্ৰভাব তেওঁৰ মনত বেছিকৈ ছাপ পেলাইছিল। কিন্তু সেই যুগত দেশৰ জাতীয় ৰাজনৈতিক উত্তেজনাৰ গৰ্ভত ওপজা বৈপ্লবিক গীত কবিতাৰ প্ৰভাব তেওঁৰ মনত বিশেষ ৰেখাপাত কৰা নাছিল। সেই কাৰণেই দেশৰ মুক্তি সংগ্ৰামৰ বিষয়ে কোনো বৈপ্লবিক প্ৰবন্ধ গীত কবিতা তেওঁৰ লিখনীত প্ৰকাশ দেখা না যায়। কিন্তু ১৯২৮/২৯ চনৰ পৰা গ্ৰামোফোন ৰেকৰ্ডত প্ৰকাশিত ৰবীন্দ্ৰনাথৰ বিখ্যাত জনপ্ৰিয় সঙ্গীত ৰাভাক বেছিকৈ আকৰ্ষণ কৰা দেখা যায়। যেনে—

১) "সৃজন ছন্দে আনন্দে নাচ নটৰাজ হে"

২) "প্ৰলয় নাচন নাচলে যখন হে নটৰাজ"

৩) "নেচেছো প্ৰলয় নাচে হে নটৰাজ"

গ্ৰামোফোন ৰেকৰ্ডৰ মাধ্যমে আৰু সুৰৰ আবেদনে এই গীতবিলাক ৰাভাক ইমান মোহিত কৰা দেখা যায় যে তেওঁ—

"বিশ্বৰ ছন্দে ছন্দে আনন্দে নাচা তমহৰদেউ নাচা" এই গীতটি ৰচনা কৰিয়েই ক্ষান্ত হোৱা নাছিল,—তাৰেই প্ৰভাবত উদ্বেলিত হৈ তেখেতে "তাণ্ডৱ নৃত্যৰ ধাৰা প্ৰবৰ্ত্তন কৰি সেই অলৌকিক কাল্পনিক আবেষ্টনীত সমাহিত হৈ আছিল বহু বছৰ ধৰি। অথচ সেই সময়ত ভাৰতৰ যুগান্তকাৰী বৈপ্লবিক মুক্তি সংগ্ৰামৰ বিষয়বোৰক নৃত্য-গীতৰ বিষয় ভিত্তি কৰাৰ আগ্ৰহ প্ৰকাশ পোৱা নাছিল। তাৰ কাৰণ

বিশ্লেষণ কৰিলে অনুমান কৰা যায় যে, ছাত্ৰ জীৱনত ৰাভাই পুলিচৰ উপদ্ৰৱত পৰি শিক্ষালাভৰ ক্ষেত্ৰত বহু বিঘিনিৰ সন্মুখীন হোৱাৰ বাবে তেখেতৰ পিছৰ জীৱনত নৃত্য গীত চাৰুকলাৰ সাধনাৰ পথত নতুনকৈ বাধা বিপত্তি মাতি অনাৰ বিপদক শঙ্কা কৰিয়েই ৰাজনীতিৰ ছাঁ নপৰাকৈ আঁতৰি থকাৰ বাবেই বৈপ্লবিক গীত কবিতাৰ ৰচনা পৰিহাৰ কৰি চলিছিল।

১৯৪৫ চনৰ পৰা বিপ্লবী কমিউনিষ্ট পাৰ্টিৰ সদস্য হোৱাৰ পিছতেই তেখেতৰ বিপ্লবী গীত, কবিতা, গল্প, সাহিত্য, প্ৰগতিশীল প্ৰবন্ধাদি লিখাৰ মানসিকতা গঢ় লৈছিল। —তাৰ আগতে ৰাভাৰ ব্যক্তিগত জীৱনৰ যৌৱন তৰঙ্গৰ গীত তিনি চাৰিটা সুন্দৰ শব্দেৰে ৰচিত আধুনিক জগতৰ গীতৰ মাধুৰ্য্য প্ৰকাশ কৰি আছে। শব্দৰ অৰ্থগত ভাবৰ লগত সুৰৰ অপূৰ্ব মিলনও হৈছে। যেনে—

১) "মোৰ কবিতাৰ ছন্দ লাগি স্পন্দন তোৰ জাগেনে·······
কথামালিকাৰ গন্ধ লাগি সোণৰ সপোন ভাঙেনে ?॥

২) নাহৰ ফুলে নুশুৱায়, টগৰ ফুলে শুৱাব
টগৰ ফুলে নুশুৱায় কপৌ ফুলে শুৱাব"

ইয়াৰ পিছত ৰাভাৰ জীৱনৰ এটি ব্যৰ্থ প্ৰেমৰ গীত—

"লগন উকলি গ'ল, কেওঁ যে নহল কোৱা
মনৰ কথাটি মোৰ হিয়াৰ গুপুতে থোৱা"

এই গীতটি ৰাভাৰ জীৱনৰ এটি ব্যৰ্থ প্ৰেমৰ করুণ গীত। আমাৰ পাৰ্টিৰ ছাত্ৰ সভা, কৃষকৰ সভাতো ৰাভাই এই গীতটি আৰু ওপৰত লিখা গীত দুটি প্ৰায়েই গাই শুনাইছিল। এই গীতবোৰ ৰাভাৰ নিজস্ব ৰচনা। শেষৰ গীতটিৰ বিয়োগান্তক ঘটনাৰ বিৱৰণ মই আগে লেখিছো।

ইয়াৰ পিছত ৰাভাৰ শ্ৰেষ্ঠ গীত বুলি জনাজাত, "পৰজনমৰ শুভলগণত যদিহে আমাৰ হয় দেখা" অসমীয়া ৰাইজৰ মনত এটি মধুৰ করুণ গীতৰূপেই অনুৰণিত হৈ আছে আজিও, আৰু বহুদিন-

লৈকেই থাকিব। এই গীতটো ৰাভাৰ আমৃত্যু প্ৰাণৰ কন্দৰে কন্দৰে শোণিত প্ৰবাহৰ লগত ভাহি ফুৰিছিল। কিন্তু ৰাভাই যদিও তেতিয়া মাক্সীয় দৰ্শনৰ অনুগামী হোৱা নাছিল, তথাপিও তেখেতৰ মনত পৰজন্মৰ অস্তিত্ব সম্বন্ধে সন্দেহ আছিল বুলিয়েই তেওঁ গাইছিল "যদিহে আমাৰ হয় দেখা ?" কাৰণ ৰাভাই যদিও বুজিছিল যে স্নেহ প্ৰেম, মৰম-প্ৰীতি যিমানেই দৃঢ় হওক মৃত্যুৰ পিছতে সকলো বিনাস হৈ যায়। যি বিলাকে জীয়াই থাকে তেওঁলোকৰ কাৰণেই মৰম প্ৰীতিৰ স্মৃতিৰ বোজা বহন কৰাৰ দুঃসহ বেদনা বৈ বৈ গুমৰি থাকে। তাৰ কাৰণ যিমানেই বৈজ্ঞানিক চিন্তাৰে গঠিত মানস হওক মৰমৰ পাত্ৰ-পাত্ৰীৰ বিয়োগ ব্যথাৰ ভাষা জাগি থাকে মানুহৰ প্ৰাণৰ ক্ৰন্দনত, কাৰণ আশা "অবন্ধনে" !

কবিয়েও প্ৰশ্ন কৰিছে,—"সকলো গুচি যায় একো নাথাকে"—

তেন্তে কি সকলো ভুল, এই কলি এই ফুল ?
কেৱল সৰি যোৱাৰ বাবেই
তৰুশাখাত উঠিছে নে ফুটি ?

আৰু এজন বিখ্যাত গীতিকাৰে প্ৰশ্ন কৰিছে—

"তেন্তে সকলো কি অৰ্থহীন শূন্যে শূন্য হ'ব লীন
কিয় তবে এই গীতি তুমি সৃজিলা হে ?"

এই যন্ত্ৰণাদায়ক মাধুৰ্য্যক লৈহে মানুহ জীয়াই থাকে। দুঃখ শোকৰ লক্ষধাৰাক গীত কবিতা গল্পত লেখি গাই স্মৃতি চাৰণ কৰিহে দুঃখক শ্ৰদ্ধা জনায়, মনত শান্তি পাই থাকে। বিষ্ণু ৰাভাই তাৰ ব্যতিক্ৰম হ'ব পৰা নাই। প্ৰাণ প্ৰিয়তমাৰ স্মৃতি তেওঁক লিকেটা আঠাৰ দৰেই যেন দেহাৰ অঙ্গে অঙ্গে লেপি থৈছিল। এইটো মানুহৰ জীৱনৰ এটি চিৰন্তন প্ৰশ্ন। জীৱন ৰহস্যক এটা যান্ত্ৰিক সিদ্ধান্তৰ মাজেদি জ্যামিতিক ব্যাখ্যাৰ দ্বাৰাই বিশ্লেষণ কৰিব নোৱাৰি। প্ৰেম প্ৰীতি মৰমৰ সম্পৰ্কবিলাক আৰু সূক্ষ্ম।

কুৰি শতিকাৰ ৰাজনীতিবিদ, দাৰ্শনিক, সমাজতান্ত্ৰিক ৰাষ্ট্ৰৰ ৰূপকাৰ মহাজ্ঞানী ভ্‌লাদিমিৰ ইলিচ লেনিনক জাৰ্মানীৰ কেইজনমান যুৱক-যুৱতীয়ে প্ৰশ্ন কৰিছিল "What is love" "প্ৰেমৰ সংজ্ঞা কি ?" মহামৰ্তি লেনিনে মাত্ৰ দুটি বাক্যেৰে এই জটিল প্ৰশ্নটোৰ সাৰগৰ্ভ উত্তৰ দিছিল,--Love is biology plus culture", অৰ্থাৎ মানুহৰ জীৱনত জৈৱিক আসক্তিৰ লগত সাংস্কৃতিক সংযোগ।" এইখিনি হ'লেই নৰ-নাৰীৰ প্ৰেম, নহলে পাশৱিক অত্যাচাৰ। গীত, কবিতা, সাহিত্য, গল্প, ছবিৰ মাধ্যমেৰে অনেক প্ৰেমিক-প্ৰেমিকাই মনোজ্ঞ লিখিত সামগ্ৰীৰে কাব্য সাহিত্যৰ ভাণ্ডাৰ সমৃদ্ধ কৰিছে, আৰু প্ৰেমৰ উজ্জ্বল নিদৰ্শন প্ৰকাশ কৰিছে। এই সংস্কৃতিৰ প্ৰলেপৰ মাজেদিয়েই মৃত্যুৰ পিছতেও বিয়োগ বিধুৰা প্ৰেমিকৰ স্মৃতিচাৰণ কৰা, ইয়াৰ মাজেদিয়েই জীৱনৰ শান্তনা, তৃপ্তিৰ প্ৰয়াস। বিষ্ণুৰাভাৰ যৌৱনৰ আৰম্ভণিতেই পত্নী বিয়োগৰ যাতনাৰ অতৃপ্ত বাসনাৰ হোমাগ্নি গুমৰি গুমৰি অন্তৰত জ্বলি আছিল। কোনো যুক্তিৰ অৱতাৰণা কৰি ইয়াক প্ৰশমিত কৰিব নোৱাৰি। সেই কাৰণেই চিৰন্তন প্ৰশ্ন জাগি ৰয় প্ৰাণৰ ক্ৰন্দনত। বিষ্ণু ৰাভাই আৰু এটি গীত গাইছিল, যদিও ছপাৰ আখৰত বা গ্ৰামোফোন ৰেকৰ্ডত প্ৰকাশ পোৱা নাছিল, কিন্তু আমাৰ মাজত মাজে সময়ে গাইছিল। এই গীতটি তেখেতৰ পত্নী-বিয়োগৰ পিছত লিখিছিল, কিয়নো গীতৰ ভাষা আৰু সুৰ বিখ্যাত সঙ্গীত শিল্পী শচীন দেব বৰ্মনে ১৯৩৪।৩৫ চনতে গোৱা জনপ্ৰিয় গীতৰ আলমলৈ লেখা—

প্ৰেমেৰ সমাধি তীৰে নেমে এলো
শুভ্ৰ মেঘেৰ দল
তাজমহলেৰ মৰ্ম্মৰে গাথা কবিৰ অশ্ৰুজল
পাষাণ ফুলেৰ গন্ধে উতলা ভুবন গগনতল
তাজমহল—তাজমহল।

এই গীতটোৰ ভাষা আৰু মনমোহা সুৰধ্বনি সেই সময়ত ভাৰতৰ সৰ্বত্ৰই বিশেষ আবেদন জগাইছিল। কমৰেড্ বাভাই এই গীতটোৰ আবেদনত বিহ্বল লৈ ৰচনা কৰিছিল—

"এটুপি চকুলো, মোৰ যে কেৱল

সেইয়ে মোৰ তাজমহল সেইয়ে মোৰ তাজমহল।" ৰাভাই ৰচিত এই গীতটোৰ সুৰও শচীন দেব বৰ্মনে গোৱা গীতৰ সুৰৰ প্ৰতিধ্বনি বুলি ক'ব পাৰি। উল্লিখিত গীত কেইটাৰ বাহিৰে ১৯৪৫ চনলৈকে ৰাভাই নতুন কোনো গীত ৰচনাৰ প্ৰমাণ পোৱা নাযায়, কিয়নো আমাৰ প্ৰত্যেকখন সভাতেই ৰাভাই বিপ্লৱী গীত ৰচনা কৰাৰ আগলৈকে ১৯৪৫ চনৰ মাজ সময় পৰ্য্যন্ত বিষ্ণু ৰাভাই উল্লিখিত গীত কেইটাই গাইছিল।

ইয়াৰ পিছতে আমাৰ দলৰ ১৯৪৫ চনত ভাওৰীপাৰাত কৃষক সভাৰ অধিবেশনত ৰাভাই এটি আন্তৰ্জাতিক বিখ্যাত গীতৰ অনুবাদ কৰি লৈ অসমীয়া ভাষাত গাইছিল।

গীতটি :— "ব'ল আগুৱাই ব'ল, কৃষক শক্তিৰ দল

ও বন্ধুৰা সমনীয়া আগ বাঢ়ি যাওঁ বল"

এই গীতটিৰ বিষয়ে মই আগতেই কেইবা ঠাইতো উল্লেখ কৰিছোঁ।

ইয়াৰ পিছতে ৺সৌমেন্দ্ৰনাথ ঠাকুৰে বঙালী ভাষাত অনুবাদ কৰা এটি আন্তৰ্জাতিক কমিউনিষ্ট বিপ্লৱী সঙ্গীতৰ অসমীয়া অনুবাদ কৰিছিল ৰাভাই ১৯৪৫ চনৰ শেষত। এই গীতটিৰ সুৰটো আন্ত-ৰ্জাতিক :- ৰাভাৰ অনুবাদ—

"উঠ্ জাগি উঠ্ উপবাসী অন্ন ভূমিহীন দল"

বুকু পেট জ্বলা চিৰদুখী শেষ যুদ্ধলৈ হেৰ ব'ল"

সৌমেন্দ্ৰনাথ ঠাকুৰে ইংৰাজীৰ পৰা অনুবাদ কৰা মূল গীতটো আছিল:

"ওঠ্ ৰে! জেগে উপবাসী অন্ন-ভূমি হীন দল

মোদেৰ বুক জ্বলে দিবানীশি, শেষ যুদ্ধেৰ তৰে সবে চল"

ইয়াৰ পিছতে আমাৰ লগতে মাৰ্ঘেৰিটা অঞ্চলৰ কোলিয়াৰী শ্ৰমিক-

হঁতৰ জীৱনৰ বিষয়ে অভিজ্ঞতা অৰ্জনৰ কালত এই গীতটি ৰচনা কৰিছিল। গীতটি তেওঁৰ নিজস্ব মৌলিক। লেখিছিল ১৯৪৭ চনৰ শুৰিতেই, এই গীতটোৰ বিষয়ে মই আগতেই উল্লেখ কৰিছোঁ—

"কাৰখানাৰ চিটিৰ হুমুনীয়া
কলৰ ঘৰ ঘৰনীৰ বুকু কঁপোৱা
পুৱাই লঘোন, ভাত নাইকিয়া
হয়, হায়, হায় দুখকপলিয়া।
কান্দে দুখীয়া বন্ধুৱা ........"

ইয়াৰ পিছতে জমিদাৰৰ বিৰুদ্ধে আমাৰ কৃষক ৰাইজৰ আধিয়াৰ আন্দোলন আৰম্ভ হ'ল, তেতিয়া কৃষক ৰাইজক সুসংগঠিত কৰাৰ বাবে কমৰেড্ ৰাভাই সংগ্ৰামী চেতনা বৃদ্ধিৰ বাবে আৰু মনোবল অটুত ৰখাৰ উদ্দেশ্যে কেইটিমান গীত ৰচনা কৰিছিল। তাৰ কিছুমান নিজস্ব মৌলিক ৰচনা আৰু কেইটামান নজৰুল ইচলা'মৰ বিখ্যাত বঙালী গীতৰ পৰা অনুবাদ বা অনুকৰণত হ'লেও কৃষক ৰাইজৰ সংগ্ৰামী ঐক্যক সুদৃঢ় কৰাত ব্যাপক ভাবেই বৰঙণী যোগাইছিল—তাৰেই এটি গীত লিপিবদ্ধ কৰিছোঁ—এই গীতটি ৰাভাৰ নিজৰ ৰচনা "আমাৰ দেশৰ আমাৰ মাটি। ৰোৱা আমাৰ ধান। জান গ'লেও প্ৰাণ গ'লেও। ধান নিদিওঁ মান নিদিওঁ। নিদিওঁ আমাৰ ধান।" গীতটিৰ এই কেইটা বাক্য অপৰূপ আৰু উপযুক্ত-ভাবেই উদ্দেশ্য সাধনৰ যোগ্যতাত উত্তীৰ্ণ হৈছে,—কিন্তু ইয়াৰ পিছৰ অংশখিনি—যেনে "গলত টিপি কাচি ধৰি নাশিম ধনীৰ প্ৰাণ" এই বাক্যটো গীতৰ মাজত সুমুৱাত এটা "Sadistic" প্ৰক্ৰিয়াৰ উল্লাসৰ প্ৰশ্ৰয় পাইছে, এটা জিঘাংসা বৃত্তিৰ দ্বাৰা পাশবিক প্ৰক্ৰিয়াৰ প্ৰয়াসটো কাব্যিক মাধুৰ্য্য বা গীতৰ আবেদন পদ্ধতিক খৰ্ব কৰা হৈছে বুলি ভাবোঁ। সেই বাবেই শেষ বাক্যটো এই গীত গোৱাৰ সময়ত বাদ দিয়া হৈছিল। কাৰণ আমাৰ কৃষকৰ সংগ্ৰামটো সেই সময়ত এই পৰ্য্যায়ত পৰিণত হোৱা নাছিল।

বিষ্ণু বাভাৰ মৌলিক বৈপ্লৱিক ৰচিত গীত কেইটাৰ সুললিত ৰচনাৰ চানেকিদিয়ে তাকেই পৰিবেশন কৰিছোঁ—

"দুখীয়াৰ কলিয়া আকাশত নতুন সুৰুযে দিয়ে দেখা"
বাঙলী বেলিৰ পোহৰত, দেখোঁ মুকুতিৰ পথ ৰেখা—
সেই পটিয়েদি গ'লে আগুৱাই দলিতৰ হব জয়,
বিজয় নিচান দিম উৰুৱাই পুৰণিৰ হব ক্ষয়।"

আৰু এটি ৰোমাঞ্চকৰ প্ৰেৰণাৰ গীত :—বাভাৰ মৌলিক ৰচনা :—আত্মগোপন কৰাৰ আৰম্ভণিতে ৰচিত হৈছিল।

"শত সৌ চৌপাশে ৰয় ধনী জমিদাৰ
শোহে কলিজাৰ বঙা তেজ প্ৰজা দুখীয়াৰ
ধ্বংস কৰ ধ্বংস কৰ ধনীৰ অহঙ্কাৰ",

এই গীত কেইটা ১৯৪৮ চনৰ গুৰিতে লেখা হৈছে। ইয়াৰ পিছত এটি গীতৰ উল্লেখ কৰিছোঁ,—যিটো মোৰ আৰু আমাৰ নেতৃস্থানীয় কমৰেড্ সকলে উন্নত মানৰ হোৱা নাই বুলি ভাবি এই গীতটো বা কবিতাটো কৃষক বাইজৰ মাজত প্ৰচাৰ কৰাত উৎসাহ দিয়া নাছিল। আত্মগোপন কৰি থকাৰ সময়ত গীতটো লিখিত হৈছিল। গীতটো হৈছে :—"দুখীয়াৰ কলিজা নিচাড়ী লব, টুপি টুপি তেজ চুহি চুহি খাব, ককি ককি মঙহ চোবাই খাব, বুকুকি হাড় কেইডালক চোবাও, হুঁচিয়াৰ, হুঁচিয়াৰ ধনী, জমিদাৰ, মহাজন, হুঁচিয়াৰ হুঁচিয়াৰ।"

এই গীতটোতেও হীন জিঘাংসা বৃত্তিৰ হীন ফোটোগ্ৰাফিক ৰূপৰ বীভৎসতা প্ৰকাশ পাইছে। আমাৰ বৈপ্লৱিক পথেৰে এটি মহান আদৰ্শক ৰূপায়িত কৰাৰ প্ৰস্তুতি কৰাত ধনিক শ্ৰেণীৰ বিৰুদ্ধে ঘৃণা জন্মোৱাৰ প্ৰক্ৰিয়া যদি বৰ্বৰ যুগীয় নৃশংসতা কবিতা বা গীতৰ মাধ্যমে জগাই তোলা হয় তেন্তে কবিতা বা গীতৰ ওপৰতেই পাশবিক বলাৎকাৰ কৰা হয়। আমি এনেধৰণৰ প্ৰকাশভঙ্গিক আৰু কবিতাৰ বাক্যকেইটা গাই ফুৰাত উৎসাহ দিয়া নাছিলোঁ।

অতিৰিক্ত জিঘাংসা বৃত্তি বা ঘৃণা চৰ্চাৰ বিপক্ষে লেনিন আৰু ষ্টেলিনৰ নিয়ন্ত্ৰণৰ সাৱধানবাণী আছিল।

দ্বিতীয় বিশ্বযুদ্ধত ফেচিষ্ট জাৰ্মানীৰ বিৰুদ্ধে ৰুছিয়াৰ বাহিনীয়ে যেতিয়া দুৰ্বাৰ গতিৰে আগুৱাই জাৰ্মানীত প্ৰবেশ কৰিলে তেতিয়া ষ্টেলিনৰ কঢ়া নিৰ্দেশ আছিল "ঘৃণা পৰিহাৰ কৰিবা"

এই কবিতাৰ বিপৰীত ভাৱত লিখিত হোৱা কমৰেড্ ৰাভাৰ ভবিষ্যতৰ সপোন, ৰাইজৰ বাবে অতি প্ৰাঞ্জল সহজ ভাষাৰে ভাঁহি উঠিছে, তাৰেই উদাহৰণ দাঙি ধৰিছোঁ :—

"চোতালৰ জাবৰি আজুৰি সিজুৰি সাজিম ফুলনিবাৰী
জলমল ধুনীয়া হ'ব বিনন্দীয়া আমাৰ অলকাপুৰী।"

ভাষাটো অতুলনীয়, আৰু সাধাৰণ ৰাইজৰ বোধগম্য—হৈ প্ৰেৰণাৰ প্ৰতিশ্ৰুতি আগ বঢ়াইছে নিজৰাৰ স্ৰোতৰ দৰেই এইটো কাব্যিক প্ৰতিভাৰ নিদৰ্শন।

ৰাভাৰ আৰু দুটি উল্লেখযোগ্য বিপ্লৱী গীত, ৰাভাই আত্মগোপন কৰি থকাৰ সময়ত লিখিছিল।

"জাতি দল বিভেদ বিহীন, হ'ব এক নতুন সমাজতন্ত্ৰ
উচ্চাৰিব মহামন্ত্ৰ, চলাই সাম্যৰ যন্ত্ৰ
বিশ্ব সংখ মিলি সবে কৰিব শাসন
ৰজা হ'ব দীন হীন জনগণ"
.. ... ... ...
চূৰ্ণ কৰিম আমি সংগ্ৰামী
দৰ্প ধনীৰ — পণ আমাৰ
হুঁচিয়াৰ! হুঁচিয়াৰ
ধনী মহাজন। ৰজা জমিদাৰ
হুঁচিয়াৰ! হুঁচিয়াৰ॥

কবিতা বা গীত দুটি শ্ৰেণীবৈষম্য সমাজৰ শোষণ। অত্যাচাৰৰ বিৰুদ্ধে সংগ্ৰামী দৃঢ়তা গঢ়ি তোলাৰ উদ্দেশ্যে আহ্বান জনোৱাৰ

গীতৰূপে সহজবোধ্য হৈছিল আমাৰ কৃষক ৰাইজৰ সংগ্ৰামৰ সময়ত।

বিষ্ণু ৰাভাৰ ছাত্ৰ জীৱনত বঙ্গদেশত থকাৰ সময়ত বিদ্ৰোহী কবি নজৰুল ইছলামৰ কেইটামান সেই সময়ৰ অতি জনপ্ৰিয় বৈপ্লৱিক গীতৰ প্ৰভাৱ পৰিছিল। তাৰেই আমললৈ লিখা ৰাভাৰ তিনিটামান অতি সুললিত কাব্য ছন্দৰ গীত লিপিবদ্ধ কৰিলোঁ।

নজৰুল ইছ্‌লামৰ গীত :— দূৰ্গম গিৰি কান্তাৰ মৰু
দুস্তৰ পাৰাবাৰ হে
লঙ্ঘীতে হবে ৰাত্ৰি নিশীথে
যাত্ৰীৰা হুঁচিয়াৰ হে! .........

নজৰুল ইছ্‌লামৰ এটি বিখ্যাত বিদ্ৰোহী গীতৰ অনুকৰণত ৰাভাই লিখিছে :— এই গীতটি ১৯৪৮ চনৰ শুৰিতে ৰচিত।

'ভাঙ্‌ ভাঙ্‌ ভাঙ্‌ কাৰাৰ কপাট
শত অভিশাপ পূৰ্ণ এই দুখময় দূৰ্গ
ভাঙ্‌ ভাঙ্‌ ভাঙ্‌ লোহাৰ শিকলি ভাঙ্‌
ছিঙ্‌ ছিঙ্‌ ছিঙ্‌ দাসৰ বন্ধন ছিঙ্‌
খোল খোল খোল কাৰাৰ কপাট খোল'

নজৰুল ইছ্‌লামৰ মূল গীতটো :—

"কাৰাৰ ঐ লৌহকপাট ভেঙে দে কৰবে লোপাট,
লাথী মাৰ ভাঙৰে তালা যত সব বন্দীশালাৰ
আগুন জ্বালা আগুন জ্বালা"

নজৰুল ইছ্‌লামে এই গীতবিলাক লেখিছিল ১৯২০ চনৰ পৰা ১৯২৫ চনৰ সময়ত। এই গীতবিলাক ইংৰাজ শাসকে নিষিদ্ধ কৰি থৈছিল। তথাপি তৰুণ মনত এই গীত বিলাকৰপ্ৰভাব ইমান দকৈ শিপাইছিল যে ১৯৩১/৩২ চনতো আমি এই গীতবিলাক হাতে লিখা অৱস্থাত ঘৰে ঘৰে পাইছিলোঁ। বিপ্লৱীবিলাকে এই কামখিনি কৰিছিল। এনে ধৰণৰ অনেক গীতেই ৰাভাৰ মনত আছিল। যেনে— নিম্নলিখিত গীত দুটাৰ আলমলৈ ৰাভাই লিখাৰ মনস্থ কৰিছিল।

১) কাজী নজৰুল ইছলামৰ লিখিত বিখ্যাত বিপ্লবী গীত

"উৰ্দ্ধ গগণে বাজে মাদল, নিম্নে উতলা ধৰণী তল
অৰুণ প্ৰাতেৰ তৰুণ দল চলযে চলবে চলবে চল।

২) টলমল টলমল পদভৰে বীৰদল চলে সমৰে ......

খৰধাৰ তৰবাৰী কটিতে দোলে
ঝণন ৰণন ৰণ ডঙ্কা বোলে
কত মৃত্যু ভোলে কত তূৰ্য্য বোলে
দেয় আশি সূৰ্য্য সহস্ৰ কৰে।"

এই উত্তেজক গীতবিলাক ১৯২০/২৫ চনৰ পৰা বঙ্গদেশৰ তৰুণ সমাজক উদ্বেলীত কৰি তুলিছিল। কমৰেড্ ৰাভাৰ এই গীত-বিলাক মুখস্থ আছিল। আমি একেলগেই বনবাসী জীৱনত এই গীতবিলাক গাইছিলোঁ। ৰাভাক এই গীতবিলাকৰ আলমলৈ অসমীয়া ভাষাত গীত লিখাৰ বাবেও অনুৰোধ কৰিছিলোঁ। কমৰেড্ ৰাভাইও কেইটামান আন্তৰ্জাতিক গীতৰ অনুবাদ আৰু ছায়ালৈ অসমীয়া ভাষাত ৰূপান্তৰিত কৰিছিল। সেইবোৰেই মই উল্লেখ কৰিছোঁ।

আমাৰ সাম্যবাদী দলৰ সংস্পৰ্শত অহাৰ পিছতে কমৰেড্ ৰাভাই যি পাঁচখন চুটি কিতাপ লিখিছিল সেই বিলাকৰবিষয়ে মই প্ৰথমেই উল্লেখ কৰিছোঁ—তথাপি সেই বিষয়ে অলপ সমালো-চনাৰ আৱশ্যক। এই চুটি প্ৰবন্ধ আৰু নাটিকা ৰাভাই আত্মগোপন কৰাৰ আগতে লিখিছিল আৰু ছপোৱা হৈছিল আমাৰ প্ৰকাশ ভৱনৰ পৰা, মই উল্লেখ কৰিছো আগতেই, বিষ্ণু ৰাভাই আমাৰ পাৰ্টিত অহাৰ পিছতে তেখেতৰ প্ৰথম এখন সৰু কিতাপ "অসমীয়া কৃষ্টিৰ চমু আভাস" আমি চপাই প্ৰকাশ কৰিছিলো, তাৰ বিষয়ে মই আগতে লেখিছোঁ। কিতাপখন চুটি প্ৰবন্ধ বুলিও ক'ব পৰা যায়—ইয়াৰ সম্বন্ধে সামান্য সমালোচনা দাঙি ধৰিলোঁ। এই কিতাপখনি ১৯৪৫ চনৰ শেষত ছপোৱা হৈছিল।

যদিও এই দুটি কিতাপখনত বহু সমালোচনাৰ ক্ষেত্ৰ আছে, আৰু প্ৰামাণিক সত্যতাৰ বিষয়েও প্ৰশ্ন কৰাৰ অৱকাশ আছে, তথাপি অসমৰ এই ভূখণ্ডৰ প্ৰাচীন যুগৰ পৰা প্ৰবাহিত হৈ অহা বিভিন্ন জাতি উপজাতি, জনজাতিৰ বৰ্ণাঢ্য জীৱন-ধাৰাৰ কৃষ্টি সংস্কৃতিৰ বিষয়ে এটি চমু হ'লেও সামূহিক চিত্ৰৰ ভাস্কৰ্য্যৰ ৰূপৰেখা ফুটি উঠিছে। সেইবাবে অসমীয়া জাতিৰ উপজাতিৰ সাংস্কৃতিক জীৱনৰ বুৰঞ্জীত বিষ্ণুৰাভাৰ নাম এটি উজ্জ্বল বৰগুণি ৰূপে স্মৰণীয় হৈ থাকিব।

আৰু উল্লেখযোগ্য, এই কিতাপখনিৰ বিষয়বস্তুৰ মাজেদি বিষ্ণু ৰাভাই পুৰণিকলীয়া অলৌকিকতাৰ প্ৰভাৱৰ পৰা বহুখিনি মুক্ত হোৱাৰ আভাষ পোৱা যায়। মানুহৰ কৃষ্টি সংস্কৃতি সভ্যতাৰ উৎস যে আদিম কালৰ পৰা প্ৰবাহিত হৈ গোষ্ঠীবদ্ধ সমাজৰ মাজেদি অগ্ৰসৰ হৈ লোক সংস্কৃতিৰ ধাৰাবাহিক প্ৰকাশৰ মাজতেই জন্মলাভ কৰিছিল, সেই ইতিহাস সিদ্ধ স্বৰূপটো ৰাভাৰ লিখনিত কিছু প্ৰকাশ পাইছে। আৰু এই প্ৰবন্ধৰ মাজতেই শ্ৰীকৃষ্ণৰ উচ্ছৃঙ্খল আচৰণ আৰু ব্ৰাহ্মণ্য ধৰ্ম প্ৰচাৰৰ বিষয়ে নিন্দামূলক মন্তব্যও কৰিছে।

"অসমৰ কৃষ্টি, ক্ৰম-বিকাশ আৰু ক্ৰম বিবৰ্তনৰ ফলত আজি অসমীয়াৰ এনে আধুনিক দুৰৱস্থা,"—কমৰেড্ ৰাভাৰ এই মন্তব্যত কিছু পৰিমাণ সংৰক্ষণশীল স্পৰ্শকাতৰতাৰ মনোভাব প্ৰকাশ পাইছে যদিও প্ৰবন্ধটোৰ শেষৰ পিনে সেইখিনি কিছু পৰিমাণে আঁতৰি যোৱা দেখা যায়।

সংৰক্ষণশীল ভাবধাৰা প্ৰাচীন মানুহৰ মনত শ্ৰদ্ধা ভক্তিৰে দকৈ সোমাই থকাৰ বাবে "পুৰণি যুগৰ যি কিছুৱেই হওক তাৰ সৰহভাগেই যেন পবিত্ৰ, আৰু আধুনিক যুগৰ যি কিছু হৈ আছে সেইখিনি অপবিত্ৰ।" এই চিন্তাধাৰা যুগ যুগ ধৰি প্ৰভাৱিত হৈ থকা দেখা যায়। কিন্তু বুৰঞ্জীৰ অমোঘ লিখনে প্ৰমাণ কৰে যে, "পুৰণি যুগৰ জীৱন ধাৰাই আধুনিকতাৰ প্ৰবাহক ৰোধিব নোৱাৰি বাট এৰি দিবলৈকে বাধ্য হয়। এইটো বুৰঞ্জীৰ অনিবাৰ্য্য আৰু

অবধাৰিত গতি। আধুনিক যুগত জীৱন ধাৰণৰ সকলোখিনি ইমান দ্ৰুত গতিৰে আমূল পৰিবৰ্তন হব ধৰিছে যে, আগৰ যুগত এক হেজাৰ বছৰত যিখিনি পৰিবৰ্তন হোৱা নাছিল আধুনিক যুগত অৰ্দ্ধ-শতিকাৰ ভিতৰতেই তাৰ দুগুণ পৰিবৰ্তন হৈ আছে। আৰু তাৰ লগতে সংস্কৃতিৰো ৰূপান্তৰ হৈ আছে। এনেকুৱা তীব্ৰ গতিৰে পৰিবৰ্তনৰ ধাৰাৰ লগত প্ৰাচীন পন্থী মানুহে খাপ খুৱাব নোৱাৰি আপত্তি আৰু প্ৰত্যাখান কৰাৰ প্ৰৱণতা দেখা যায়। ই কেৱল অসম তই নহয় সমগ্ৰ বিশ্বতেই একে ভাবেই প্ৰকাশ পাই আছে। তবে এইটো লক্ষণীয় যে পৰিবৰ্তিত নতুন সমাজত পুৰণি যুগৰ জন্মদাগ কিছু পৰিমাণে থাকি যায়। যিটো লাহে লাহে অভিধানৰ পাতৰ সামগ্ৰী হৈ পৰে।

আগৰ যুগৰ কৃষ্টি সংস্কৃতি বুৰঞ্জীৰ গৌৰৱময় বিষয়বস্তুবিলাক আলোচ্য বিষয়ৰূপেই গৃহীত হয়। কিন্তু তাৰ পুনৰুত্থান কৰিব গলে জাতীয় ভাবধাৰাক উদ্বুদ্ধ কৰা যাব পাৰে, কিন্তু সমাজৰ সামূহিক অগ্ৰগতিৰ লগত খোজ মিলাব নোৱাৰি বিজ্ঞানৰ অগ্ৰগতিৰ লগত পুৰণি সংস্কাৰৰ সংঘাত হয়,—ৰাভাই লিখা চুটি কিতাপখনিত এই কথা প্ৰকাশ হৈছে যে আবহমান কালৰ পৰা শ্ৰমজীবি ৰাইজেই কৃষ্টি সংস্কৃতিৰ ধাৰক বাহক হৈ আগুৱাই আহি আছে, সেই দৃষ্টি-ভঙ্গীৰে বিচাৰ কৰিলে এই কিতাপখনি বহুপৰিমাণেই সাৰ্থক সৃষ্টি বুলি গ্ৰহণ কৰা যায়। ইয়াৰ পিছতে "মুক্তি দেউল" নামৰ এখনি চুটি নৃত্য নাটিকা ছপাই প্ৰকাশ কৰা হয় ১৯৪৬ চনৰ গুৱাতেই আমাৰ প্ৰগতি প্ৰকাশ ভবনৰ পৰা। এই নৃত্য নাটিকাটি শ্ৰমজীবি ৰাইজৰ মুক্তি সংগ্ৰামৰ উদ্দেশ্যে লিখিত। কিতাপখন কোনো মনোজ্ঞ কাহিনীক অবলম্বন কৰি লিখা নোহোৱাৰ বাবে নাট্যমঞ্চত ৰূপাইত কৰিবৰ কাৰণে বিশেষ আকৰ্ষণীয় হৈ উঠা নাছিল, যদিও ৰাভাই নিজেই এবাৰ গুৱাহাটীত ১৯৪৬ চনত মনস্থ কৰিছিল।

"সৈনিক শিল্পী" কিতাপখনৰ ৩৭ পৃষ্ঠাত ড° প্ৰমোদ চন্দ্ৰ

ভট্টাচাৰ্য্যই "বিষ্ণু ৰাভাৰ সান্নিধ্যৰ ৰূপৰেখা প্ৰবন্ধত লেখিছে "বিষ্ণু ৰাভাই অসমীয়া কৃষ্টিৰ দ্ৰষ্টা" আৰু সোণপাহীৰ "স্ৰষ্টা"। মই ভট্টাচাৰ্যৰ এই মন্তব্যৰ প্ৰতি কোনো কটু কথা কৈ অশ্ৰদ্ধা জনাব নোখোঁজো। কিন্তু সত্য কথাখিনি কবই লাগিব—যে বিষ্ণু ৰাভাই "সোণপাহী" নামৰ কিতাপখনি লিখা নাছিল। অৰ্থাৎ ৰাভা ইয়াৰ স্ৰষ্টা নহয়। কিতাপখন চীন দেশৰ এজন লেখকৰ লিখা এটি চুটি গল্পৰ পৰা ইংৰাজী অনুবাদ "গোল্ডেন ফ্লাৱাৰ" নামৰ কিতাপখনিৰ অসমীয়া অনুবাদ কৰি বিষ্ণু ৰাভাই "সোনপাহী" নাম কৰণ কৰিছে। গতিকে কিতাপখনিৰ আচল স্ৰষ্টা হৈছে চীন দেশৰ এজন লেখক। গতিকে "সোণপাহী" কিতাপখনক অনুবাদ সাহিত্যৰ অন্তৰ্ভুক্ত বুলি স্বীকাৰ কৰি লোৱাটোৱেই সাহিত্যিকৰ আদৰ্শ হোৱা উচিত। এই সৌজন্যবোধ নাথাকিলে আমাৰ সাহিত্যৰ খ্যাতি অপহৰণ কৰাৰ প্ৰবৃত্তি প্ৰশ্ৰয় পায়। এই বিষয়ে কব লগীয়া যে, বিষ্ণু ৰাভাই কোনো দিনও কোৱা নাছিল যে, "সোণ-পাহী" তেওঁৰ নিজৰ সৃষ্টি, কিন্তু অনুবাদ বুলিও উল্লেখ কৰা নাছিল।

"সৈনিক শিল্পী" কিতাপখনৰ ৫০ পৃষ্ঠাত শ্ৰীযুত চন্দ্ৰধৰ গোস্বামী ডাঙৰীয়াৰ "জনতাৰ শিল্পী বিষ্ণু ৰাভা মানুহজন" প্ৰবন্ধত লিখিছে, "বিষ্ণু ৰাভা আৰু শ্ৰীযুতা প্ৰফুল্লবালাৰ গ্ৰামোফেনৰ ৰেকৰ্ড হ'ল" তেখেতৰ এই উক্তিটোৰ যথাৰ্থতাৰ বিষয়ে মই কব খোজোঁ যে, বিষ্ণু ৰাভাৰ নিজৰ কণ্ঠৰ কোনো গীতৰ ৰেকৰ্ড কৰিব পৰা নাছিল। কাৰণ গ্ৰামোফোন ৰেকৰ্ডত বা ৰেডিঅ'ৰ অডিচনত ৰাভাই কতো খাপ খোৱা নাছিল বুলিয়েই আমি তেখেতৰ গীতবোৰ আনৰ কণ্ঠতেই ৰেকৰ্ডত বা ৰেডিঅ' টেলিভিশ্যনত শুনিব পাওঁ। আজি-লৈকে ৰাভাৰ কণ্ঠৰ কোনো গীত ৰেকৰ্ডত বা ৰেডিঅ'ত আমি শুনিবলৈ পোৱা নাই। বিষ্ণু প্ৰসাদ ৰাভাই আমাৰ লগত বনবাসী জীৱন, কাৰাগাৰৰ জীৱন, সাধাৰণ অৱস্থাতেও ইমান বছৰ ধৰি নিজেই আমাক এই কথাটি জনাইছিল অনেকবাৰ। মোৰ এই

মন্তব্য "অগ্ৰদূত" বাতৰি কাকতত ইয়াৰ আগতে প্ৰকাশ কৰিছোঁ।

"সৈনিক শিল্পী" কিতাপখনত শ্ৰীশিবৰাম বৰ্মনে এটি অতিশয়োক্তি কৰি কৈছে যে, চীনৰ আক্ৰমণৰ সময়ত ৰাভাদেৱক গ্ৰেপ্তাৰ কৰাৰ সময়ত তেখেতৰ হাতৰ জোখৰ হাত কেড়েয়া পুলিচে বিচাৰি পোৱা নাছিল। ইমানেই শাল পাংশু পুৰুষ আছিল বিষ্ণু ৰাভা।" এই সম্পৰ্কে মই জনাইছোঁ যে সেই সময়ত আমাৰ একাম্নজনক গুৱাহাটীৰ পৰা উড়িষ্যাৰ ভুবনেশ্বৰ আকৌ ভুবনেশ্বৰৰ পৰা উড়িষ্যাৰ বহৰমপুৰ জেইললৈকে নিয়াৰ সময়ত যোড়ায় যোড়ায় হাতকেড়েয়া লগাই নিয়া হৈছিল। তেতিয়া কিন্তু হাতকেড়েয়া ৰাভাৰ হাতত ঠিকেই লাগিছিল, সৰু হোৱা নাছিল। অৱশ্যে আকাশী বিমানত উঠাৰ পিছতে আমাৰ হাত কেড়েয়া খুলি দিয়া হৈছিল। শ্ৰীযুত শিবৰাম বৰ্মনে বিষ্ণু ৰাভাৰ প্ৰতি অতিৰিক্ত শ্ৰদ্ধা আৰু প্ৰীতিৰ আতিশয্যত কমৰেড্ ৰাভাক এজন অতি প্ৰাকৃতিক পৌৰাণিক নায়কৰ দৰে ভাস্বৰ কৰি তোলাৰ প্ৰবণতা সম্বৰণ কৰিব পৰা নাছিল। কমৰেড্ ৰাভা, মই এযোৰ হাতকেড়েয়াত আবদ্ধ হৈ ইয়াৰ পৰা গৈছিলোঁ। ভুবনেশ্বৰৰ পৰা বাছত আমি একেলগেই গোটেই সাত ঘণ্টাৰ ৰাস্তা গীত গাই হাঁহি ধেমালি কৰি গৈছিলোঁ। কমৰেড্ ধীৰেশ্বৰ কলিতাও আমাৰ লগতে এটা বাছতেই গৈছিলেঁ।

এই বিষয়ে মন কৰিব লগীয়া যে, বিষ্ণু ৰাভাৰ মৃত্যুৰ প্ৰায় দহ বছৰলৈকে তেখেতৰ বিষয়ে অসমৰ বিভিন্ন গোষ্ঠীৰ সৰহ ভাগেই তন্দ্ৰাচ্ছন্ন হৈ আছিল। জাতীয়তাবাদী আন্দোলন আৰম্ভৰ পিছতেই তেওঁলোকে বিষ্ণু ৰাভাক যেন হঠাতে বিশাল প্ৰাগৈতিহাসিক জীৱৰ ফ'চলিৰ দৰেই আৱিষ্কাৰ কৰি তেখেতৰ বিষয়ে নানাধৰণৰ অতিৰঞ্জিত প্ৰবন্ধাদি লেখি কোনে বিষ্ণু ৰাভা সম্পৰ্কে কিমান অধিক জ্ঞান ৰাখে তাকেই প্ৰমাণ কৰাৰ বাবে শিশুসুলভ প্ৰৱণতাৰ চিকাৰ হৈ পৰিছে।

ৰাভাই কেইটিমান গীত কবিতা অনুবাদ কৰা বুলি উল্লেখ কৰাৰ

বাবে মোক দুই এজনে প্ৰশ্ন কৰিছে যে বিশ্বৰ সাহিত্য ভাণ্ডাৰত বহুতেই আনৰ সাহিত্যৰ পৰা অনুবাদ কৰিছে বা আলমলৈ লেখিছে দেখা যায়। তাৰ জবাবত মই কব খোজোঁ যে সেইবোৰ অনুবাদ সাহিত্যৰ অন্তৰ্ভুক্ত ৰূপেই স্বীকৃতি লাভ কৰে। সেইবোৰ নিজৰ মৌলিক সামগ্ৰী বুলি ক'লে অন্যায় হব। বিশেষকৈ "কলাগুৰু" বিষ্ণু ৰাভাৰ পক্ষে এই স্বীকৃতিটো নাথাকিলে অশোভন দেখায়। নবীন কোনো উদীয়মান লেখকে তেনেকুৱা কৰা হ'লে অনেকক্ষেত্ৰত সেইটো ধৰা নপৰে বা ধাইজে তাৰ মূল্য নিদিয়া হয়। বিশ্বৰ সাহিত্য কাব্যৰ পৰা বৰঙণী নললে কোনো সাহিত্যই সমৃদ্ধ হব নোৱাৰে।

কিন্তু তাৰ স্বীকৃতি নোহোৱাটো অবাঞ্ছিত আৰু অপৰাধও কৰা হয়। জেইলৰ পৰা মুক্তি পাই কমিউনিষ্ট পাৰ্টিত যোগ দিয়াৰ পিছতে ৰাভাই লিখা উল্লেখযোগ্য পাণ্ডুলিপিৰ এখন তালিকা তলত লেখিলোঁ। ইযাৰ বাহিৰেও বিষ্ণু ৰাভাৰ আৰু লিখিত সামগ্ৰী আছে বুলি জানিব পাইছোঁ। সেই বিলাক প্ৰকাশ কৰ'ত কেইবাগৰাকী ৰাভা প্ৰেমীয়ে আগ বাঢ়িছে জানি সুখী হৈছোঁ। মই ৰাভাৰ অপ্ৰকাশিত আৰু অসমাপ্ত কেইখন গ্ৰন্থৰ বিষয়ে মোৰ মন্তব্য ৰাখিলোঁ।

মই ১৯৫৭ চনৰ মাজভাগত জেইলৰ পৰা ওলাই আহি শুনিলোঁ যে কমৰেড্ ৰাভাই—

"ভাৰতীয় নাট্য শাস্ত্ৰৰ" বিষয়ে এখন আঠ শ পাতৰ গ্ৰন্থ ১৯৪৭ চনতেই লিখি সমাপ্ত কৰি থৈছিল। কিন্তু তাৰ পাণ্ডুলিপিবিলাক ৰাভাই আত্মগোপন কৰি থকা কালত হেৰাই গৈছে।" এই বিষয়ে শ্ৰীগোপাল দাসে লিখা এটি প্ৰবন্ধতো উল্লেখ কৰা দেখা পাইছোঁ। অৱশ্যে এই বিষয়ে আমি জনা নাছিলোঁ। কেতিয়া ক'ত লিখিবলৈ আৰম্ভ কৰিছিল আমি ক'ব নোৱাৰো। যদিও আমি তেখেতৰ লগতে ১৯৪৫ চনৰ পৰাই ওতঃপ্ৰোতভাৱেই লগালগিকৈ আছিলোঁ।

আৰু আত্মগোপন কৰি থকা কালতো প্ৰায়েই একেলগেই আছিলো। কিন্তু ৰাভাৰ পৰা আমি এইকথা শুনা নাছিলোঁ।

কিন্তু ১৯৪৬ চনতে ৰাভাই "মানুহৰ ক্ৰমবিকাশ"ৰ বিষয়ে এখন ডাঙৰ কাব্য গ্ৰন্থ লেখা আৰম্ভ কৰিছিল। কিন্তু তেইশ বছৰৰ ভিতৰতেও এই কিতাপখনি ৰাভাই সামান্য লিখাৰ বাহিৰে আৰু আগুৱাব পৰা নাছিল। কমৰেড্ ৰাভাই যদিও ডাৰউইনৰ তত্ত্বৰ বিষয়ে কিতাপ পঢ়িছে, গাঁৱে গাঁৱে খেতিয়ক ৰাইজৰ মাজতে এই বিয়য়ে আলোচনাও কৰিছে, সভাবিলাকত মানুহৰ ক্ৰমবিকাশৰ সম্বন্ধে বক্তৃতাও দিছে, তথাপি এই বিষয়ে কিতাপ লেখাৰ সময়ত "বাইবেলত" বৰ্ণিত ঈশ্বৰে সৃষ্টি কৰা প্ৰথম মানৱ মানৱী "আদম আৰু ইভক" তেওঁৰ কাব্যৰ প্ৰথম মানৱ-মানৱিকাক নায়ক নায়িকাৰ ৰূপে প্ৰতিষ্ঠা কৰি তেওঁৰ কাব্যৰ সূচনা কৰিছিল। তেওঁৰ কাব্যৰ প্ৰথম আৰম্ভণী আছিল—প্ৰথম মানৱ "আদমে" প্ৰথম মানৱী যৌৱনাচ্ছলা গাভৰু "ইভক" দেখা পাই জীৱনৰ প্ৰথম যৌৱনৰ আবেদন অনুভৱ কৰি ইভক মিলনৰ বাবে "ইভা ইভা! মনলোভা!" বুলি আহ্বান কৰিলে।

তাৰ পিছতে কেইলাইন লেখাৰ বেছি আগবাঢ়িব নোৱাৰি থৈ দিছিল। আকৌ আমি তাগিদা দিয়াত কেইদিন পিছতে কেইপাত-মান লেখি এৰি থৈ দিছিল। কেইমাহমান ধৰি চেষ্টা কৰাই সামান্য কিছু লেখা হৈছিল মাথোন। তাৰ পিছত পাণ্ডুলিপি ক'ত ৰাখিলে আমি ক'ব নোৱাৰিলোঁ।

"মিচিং কনেঙ"—এখন গল্পৰ কিতাপ, উপজাতীয় দুখীয়া খেতিয়কৰ জীৱন সংগ্ৰামৰ মাজেদি প্ৰেম প্ৰীতিৰ সমস্যা আৰু দেশৰ স্বাধীনতা আহিলেও দুখীয়া ৰাইজে শোষিত হৈ আছে বধুমলা শ্ৰেণীৰ চৰকাৰী কৰ্ণধাৰবিলাকৰ দুৰ্নীতিমূলক কাৰ্য্যৰ বাবেই, নেতাবিলাকো অপদাৰ্থ, এই বিলাকৰ বিৰুদ্ধেই নায়কৰ ঘৃণা, বিদ্ৰোহী চেতনাৰ সঙ্কল্প গ্ৰহণ, মুক্তিৰ বাবেই।"

"চিফুং ৰাঁহীৰ সুৰ"—জনজাতীয় জীৱনৰ বিষয়ে এখন দীৰ্ঘ অসম্পূৰ্ণ গ্ৰন্থ। এই বিষয়ে এখন সাৰগৰ্ভ গ্ৰন্থ লেখাৰ আগ্ৰহ কমৰেড্ ৰাভাই বহুদিন ধৰি প্ৰকাশ কৰি আছিল।

"গেওনি ৰেওনী" এখনি নাটিকা, দুখীয়া খেতিয়কৰ মনত স্বাধীন ৰাষ্ট্ৰৰ চৰিত্ৰৰ বিষয়ে উপলব্ধি। বিশ্বাসঘাতক নেতাবিলাকৰ বিৰুদ্ধে সংগ্ৰাম চলাই সমাজতান্ত্ৰিক সমাজ গঠনৰ সপোন দাঙি ধৰি আগুৱাই যোৱাৰ সঙ্কল্প গ্ৰহণ কৰাৰ কাহিনী।

"পুং পুঙ" নামৰ গল্পটোত দুখীয়া খেতিয়কৰ মনত মাৰ্ক্সীয় দৰ্শনৰ বিষয়ে অতি সহজ ভাষাত সাধাৰণ ৰাইজৰ বোধগম্য কৰি লেখা হৈছে। এই গল্পৰ সাৰ্থকতাই বহু বিস্তৃতি লাভ কৰিলেও দুখীয়া শ্ৰমজীৱি শ্ৰেণীৰ বৈপ্লবিক চেতনা বঢ়োৱাত সহায়ক হ'ব। বিপ্লবী জীৱনৰ সূচনাৰ পিছত কমৰেড্ ৰাভাই লিখা প্ৰত্যেকখন কিতাপ বা প্ৰবন্ধ গল্প কবিতা দুখীয়া শ্ৰেণীৰ মুক্তি সংগ্ৰামৰ বিষয় লৈ লিখিত হৈছে অতি প্ৰাঞ্জল ভাষাত। প্ৰত্যেক লিখিত সামগ্ৰীতেই কোৱা হৈছে যে বৰ্তমান অৰাজক শোষণ বঞ্চনাৰ অৱস্থাৰ পৰিবৰ্তন ধনী চহকী শ্ৰেণীয়ে নকৰে, কাৰণ তেওঁলোকৰ শোষণ কৰাৰ মেয়াদী পাট্টা এই অৰাজক সমাজতেই সুৰক্ষিত হৈ আছে। গতিকে সমাজৰ আমূল পৰিবৰ্তন অনাৰ বাবে সৈনিক হ'ব লাগিব দুখীয়া বঞ্চিত দলিত শ্ৰেণীয়ে। সেই কাৰণেই উচ্চ মাৰ্গৰ কবি সাহিত্যিক-সকলে বিষ্ণুৰাভাক তেওঁৰ সাহিত্যিক মৰ্য্যাদা দিয়াত কুণ্ঠিত বোধ কৰিছিল বুলি বুজিব পাৰি।

মহাচীনৰ মহানায়ক "মাও জে তুঙে" লেখি গৈছে যে "আমাৰ সাহিত্য কাব্য সম্ভাৰৰ মানদণ্ড উন্নত মাৰ্গৰ মেধাবী গোষ্ঠীৰ মনৰ পিয়াহ মিটাব পৰা জোখৰ নহবও পাৰে।

## "বুৰঞ্জীমূলক গ্ৰন্থ লিখাত ৰাভাৰ প্ৰয়াস"

বিষ্ণুৰাভাৰ কেইখনমান অলিখিত সৃষ্টিৰ বিষয়ে পূৰ্বৰ পৰাই কাল্পনিক অতিৰঞ্জিত আলেখ্য দাঙি ধৰি ৰাভাৰ ভাবমূৰ্ত্তিক স্ফীতকায় কৰি তোলাৰ প্ৰয়াস সম্পৰ্কে আৰু এখন গ্ৰন্থ লেখাৰ বিষয়ে উদাহৰণ দিয়াৰ প্ৰয়োজন বোধ কৰিলোঁ :—

এজন অতি উৎসাহী ৰাভাপ্ৰেমীকে তিনি বছৰমান আগতে মোৰ ঘৰলৈ আহি জনালে, "কমৰেড্ ৰাভাই অসমৰ চাৰি হেজাৰ বছৰৰ ইতিহাস দুই হেজাৰ পাতত ৰচনা কৰাৰ মহান কাৰ্য্য হাতত লৈছিল। কিন্তু ভালেখিনি আগ বঢ়াৰ পিছতে পাণ্ডুলিপিখিনি আত্মগোপন কৰি থকা কালত হেৰাই গৈছিল বুলি অনুমান কৰা যায় সেইটো বিচাৰি উলিয়াব লাগিব, তাৰ বাবে চেষ্টা কৰক। "শিল্পী সৈনিক" গ্ৰন্থখনতো এই কথাটো প্ৰকাশিত হৈছে। যদিও আমি দায়িত্বশীল কেইজনমানে এই বিষয়ে খাটাংকৈ শুনা নাছিলোঁ। ৰাভাই উজনি অসমত থকাৰ সময়ত আমাৰ লগতেই আত্মগোপন কৰি আছিল। আৰু নামনি অসমত থকাৰ সময়ত কমৰেড্ হৰিদাস ডেকা, কমৰেড্ গোবিন্দ কলিতা আৰু অৰবিন্দ ঘোষ, তৰুণ সেন ডেকা, কামিনী শৰ্মাৰ লগতেই ৰাভাই সংগঠনৰ কামত নিযুক্ত আছিল। তেতিয়া তেওঁৰ এই গ্ৰন্থ লিখাৰ বিষয়ে বিশেষ আলোচনা শুনা নাছিলোঁ। ইয়াত মন কৰিব লগীয়া কথা যে, ইমান বিশাল ঐতিহাসিক গ্ৰন্থ আত্মগোপন কৰি থকা কালত লিখি উলিওৱাটো বাস্তবায়িত হ'ব নোৱাৰে। কাৰণ এনেকুৱা লেখাৰ বাবে তথ্য তত্ত্ব সন্ধানী গ্ৰন্থবো দৰকাৰ আছে। সেইবোৰ কঢ়িয়াই লৈ ফুৰাটো সম্ভৱ হোৱা নাছিল। আৰু লিখিত পাণ্ডুলিপিবিলাক

বাদ্ধি লৈ ফুৰাটোৱেই দুঃসাধ্য আছিল। কিন্তু ৰাভাই যে এনেকুৱা গ্ৰন্থ লেখাৰ কথা দুই এজনৰ লগতে আলোচনা কৰিছিল সেই কথা জানিব পাই নামনি অসমত থকাৰ সময়ত এদিন আমাৰ জ্যেষ্ঠ হৰিদাস ডেকাই নিজৰ কৌতূহল নিবাৰণৰ বাবেই ৰাভাক কথাটো সুধিলে, "কমৰেড্ ৰাভা! আপুনি ইমান প্ৰামাণিক বিশাল গ্ৰন্থ লেখাৰ বাবে তথ্য, তত্ত্বৰ গ্ৰন্থ গোটাব ক'ৰ পৰা আৰু এনেকুৱা অশান্ত অস্থিৰ অৱস্থাত লিখিব পাৰিব জানো?" হৰিদাসৰ এনে-কুৱা প্ৰশ্ন শুনি কমৰেড্ ৰাভাই জবাব দিছিলে, "মই মোৰ জ্ঞানৰ পৰা স্মৃতিচাৰণ কৰি লিখি যাম। কোনোবাই যদি মোৰ লিখিত বিষয়খিনি চেলেঞ্জ কৰিব খোজে, তেন্তে তেওঁহে প্ৰামাণিক গ্ৰন্থ তথ্যমূলক কিতাপ লৈহে মোৰ প্ৰতিপাদ্যখিনি অপ্ৰমাণ কৰিব লাগিব। কিন্তু তেনেকুৱা গ্ৰন্থ তেওঁ পাব ক'ত, সেই অসুবিধা-খিনি মোৰ যেনেকুৱা আছে মোক চেলেঞ্জ কৰা ব্যক্তিজনৰ পক্ষেও তেনেকুৱাই অসুবিধা থাকিব।" হৰিদাস ডেকাই অলপ হাঁহি ক'লে, "তথাপি আপোনাৰ লিখা বস্তুখিনি কিছু পৰিমাণে প্ৰমাণসিদ্ধ হ'ব লাগিবতো?" হৰিদাস ডেকাই আকৌ টানি অনুৰোধ কৰিলে, "কমৰেড্ ৰাভা! অলপ মনযোগেৰে শুনক! 'মানুহৰ ক্ৰমবিকাশ' কাব্যৰ আকাৰে যিটো আপুনি লিখিবলৈ আৰম্ভ কৰিছিল, সেইখন শেষ কৰাত মনযোগ দিয়ক। কাৰণ সেই বিষয়ে অনেক প্ৰামাণ্য গ্ৰন্থবাজি আপুনি পাব। কিতাপ লিখি প্ৰকাশ কৰিব পাৰিলে অসমীয়া সাহিত্যত এটা উজ্জ্বল বৰঙণী যোগোৱা হ'ব। অসমৰ বুৰঞ্জী অনেকেই লেখিছে। আপুনি যদি আদিম কালৰ পৰা অসমৰ বুৰঞ্জী লিখিব খোজে তেন্তে তথ্য তত্ত্বমূলক গ্ৰন্থ সংগ্ৰহ কৰি লৈহে লেখা আৰম্ভ কৰক, আৰু শেষ কৰক। অলপমান লেখি অধ্যয়নৰ অভাৱত এৰি থৈ নিদিব। কাৰণ আপোনাৰ আন আন অসমাপ্ত লিখিত পাণ্ডুলিপিৰ দৰে এইখনৰো অপমৃত্যু হ'ব। এনেকুৱা হৈ থাকিলে আপোনাৰ প্ৰতি ৰাইজৰ ধাৰণা প্ৰথমছোৱাত বিজুলীৰ

চমক সৃষ্টি কৰিব পাৰে, কিন্তু তাৰ পিছতে আপোনাৰ মূল্যায়ণ হ'লে আপোনাৰ চৰিত্ৰৰ অসমাপ্তিৰ ধাৰাবাহিকতাটোহে প্ৰাধান্য পাই আপুনি এটি "অসমাপ্তিৰ প্ৰতীকৰূপেই" চিহ্নিত হ'ব। আপোনাৰ ভাবিকালৰ লিখিত বস্তুৰ সমাপ্তি কৰাই দিয়াৰ কাৰণে আমিতো লাগি থাকিব নোৱাৰিম।"

হৰিদাস ডেকাৰ এই সকিয়নিয়ে ৰাভাক কিছুপৰিমাণে সংযত কৰিছিল। যাৰ ফলত ৰাভাই বৃহৎ গ্ৰন্থ ৰচনাৰ অভিলাষ এৰি থৈ চুটি গল্প, নাটক, উপন্যাস লিখাত মনযোগ দিছিল। আৰু অসমৰ জনজাতীয় জীৱনধাৰা'ৰ বিষয়ে এখন সমৃদ্ধ গ্ৰন্থ "চিকুং বাঁহীৰ সুৰ" নামকৰণ কৰি লিখিবলৈ ধৰিছিল। ৰাভাই লিখা উল্লিখিত সম্পদ-বিলাক দলৰ তাত্বিক গ্ৰন্থৰ শাৰীত অন্তৰ্ভুক্ত নহ'লেও, প্ৰগতিশীল বিপ্লৱী সাহিত্য কবিতাৰ ভূমিকা পালন কৰিছে। যদিও ইয়াৰ সৰহভাগেই আত্মগোপন কৰা কালত লিখিত হোৱা নাই, বা প্ৰকাশও হোৱা নাছিল। সম্প্ৰতি কিছু উৎসাহী প্ৰগতিশীল তৰুণ প্ৰাণৰ প্ৰচেষ্টাত এই লিখিত সামগ্ৰীৰ কিছু অংশ ছপাই প্ৰকাশ কৰাৰ কৰ্তব্য পালন কৰি আছে। "অসম প্ৰকাশন পৰিষদে" এই বিষয়ে নিৰাশ কৰিছিল।

## "লিও টলষ্টয়ৰ ক্ষুদ্ৰ সংস্কৰণ—বিষ্ণুৰাভা"

কেইবা গৰাকী শিক্ষিত মেধাবী গোষ্ঠীৰ ব্যক্তিয়ে বিষ্ণুৰাভাক "কলাগুৰু"ৰ মানদণ্ডেৰে ধৰি নিয়াত দ্বিধাগ্ৰস্ততা প্ৰকাশ কৰি তেখেতসকলৰ মতামত প্ৰকাশ কৰিছিল। মই সেই বিষয়ে তলত মোৰ অভিমত প্ৰকাশ কৰিছোঁ।

তেওঁলোকৰ মতে বিষ্ণুৰাভাৰ লিখিত সাহিত্য কবিতা গীতৰ সংখ্যা তাকৰীয়া। গ্ৰন্থৰ বহুখিনিয়েই অসমাপ্ত আৰু তাৰ কিছুমান

আনৰ অনুকৰণ, অনুবাদ নতুবা আলমলৈ লেখা হৈছে। গতিকে তেওঁৰ লিখিত মৌলিক সৃষ্টিৰ সংখ্যা কম বা বিশেষ উন্নতমানৰ হোৱা নাই বুলি ক'ব পৰা যায়। বিষ্ণুৰাভাৰ চিত্ৰাঙ্কণ বিদ্যাৰ দক্ষতাৰ প্ৰমাণও "কনকলতা বা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ কাল্পনিক মূৰ্ত্তি" আঁকাৰ মাজেদি প্ৰকাশ নাপায়, কিম্বা ৰবীন্দ্ৰনাথ ঠাকুৰ বা কোনো মহান ব্যক্তিৰ ছবি সাধাৰণ মানুহেও আঁকিব পাৰে। কাৰণ বিখ্যাত মানুহৰ ছবিৰ অৰ্দ্ধাংশৰ সাদৃশ্য থাকিলেও চিনিব পৰা হয়। দুটামান কিতাপৰ বেটুপাতৰ ছবি আঁকাৰ শিল্পীৰো অভাৱ নাই অসমীয়া ৰাইজৰ মাজত। ৰাভাৰ ভাস্কৰ্য্য বিদ্যাৰ কোনো চানেকি পোৱা নাযায়। গীত গোৱাৰ কণ্ঠও উল্লেখযোগ্য নহয়। কোনো ৰেকৰ্ডও নাই, মাৰ্গ সঙ্গীতৰ বিষয়েও ৰাভাৰ কোনো চানেকি নাপাওঁ, ৰাভাৰ তেখেতৰ নৃত্যকলাৰ ক্ষেত্ৰত একমাত্ৰ "তাণ্ডৱ নৃত্যৰ" বাহিৰে কোনো স্বকীয়া নৃত্যৰ প্ৰদৰ্শন কৰাৰ খ্যাতিও নাই। ৰাভাৰ ৰচিত চাৰিটা গীত উন্নতমানৰ আৰু নিজস্ব বুলি ক'ব পৰা যায়। এই সীমিত সৃষ্টিৰ বিশ্লেষণ কৰিলে বিষ্ণুৰাভাক এটি জাতিৰ "কলাগুৰু"ৰ সৰ্বোচ্চ সন্মানেৰে ভূষিত কৰাটো ভাৱপ্ৰৱণতাৰ প্ৰভাৱত অৰ্বাচীন সিদ্ধান্ত বুলি ক'ব পৰা যায়।

তেওঁলোকৰ মতে এইটো স্বীকাৰ্য্য যে, অসমৰ কৃষক বনুৱাৰ শোষিত বঞ্চিত মানুহৰ মুক্তিৰ বাবে বিষ্ণুৰাভাৰ ত্যাগ আৰু নিস্বাৰ্থ সৈনিকৰূপে জনপ্ৰিয়তা অৰ্জনৰ ইতিহাসে তেখেতৰ যি ভাবমূৰ্ত্তি দাঙি ধৰিছে সেইটো দুই কৰিব নোৱাৰি। সেই উজ্জল ভেটিৰ ওপৰতেই বিষ্ণুৰাভা অসমৰ এজন কৃতি সন্তানৰূপেই স্বীকৃত হ'ব পাৰে, বা "সৈনিক শিল্পী", বা "বিপ্লৱী বিষ্ণুৰাভা" বুলি ক'ব পৰা যায়।

মই এই শিক্ষিত ব্যক্তি কেইজনৰ প্ৰশ্নবিলাকৰ উত্তৰ দি কৈছিলোঁ,—"আপোনালোকে দাঙি ধৰা যুক্তিবিলাক স্বকীয়া ভাবে এটা এটাকৈ বিশ্লেষণ কৰিলে শ্ৰীযুত ৰাভা ডাঙৰীয়াৰ জীৱনৰ সাম-

শ্ৰিক বহুমুখী গুণ, মেধা মনীষাৰ বা প্ৰতিভাৰ আৰু মানবিক মহত্বৰ সমীক্ষা নহ'ব। কাৰণ অসমৰ কোনো শিল্পীৰ কোনো এটি বিশেষ কলাবিদ্যাৰ ওপৰত পাৰদৰ্শিতাৰ উদাহৰণ দিব পৰা যায়। হয়তো উৎকৰ্ষতাৰ মানদণ্ডত অনেক সম্পূৰ্ণাঙ্গ সুলিখিত, সুদৃশ্য আৰু সংখ্যাত অধিক হ'ব পাৰে, মানদণ্ড উন্নত হ'ব পাৰে। কিন্তু ৰাভাৰ দৰে কলাবিদ্যাৰ বহুমুখী ধাৰাত পাৰদৰ্শিতা আন কোনো শিল্পীয়েই দেখুৱাব পৰা নাই। বিষ্ণুপ্ৰসাদ ৰাভাৰ কলাবিদ্যাৰ এনে এটি দিশ নাই য'ত তেখেতে দক্ষতা দেখুৱা নাছিল। গল্প, উপন্যাস, কবিতা, গীত, নৃত্যনাটিকা লিখা সুৰ-সংযোজনা, সঙ্গীত পৰিচালনা, ৰঙ্গ-মঞ্চত আৰু চিনেমাৰ পৰ্দাত অভিনয়ৰ দক্ষতা প্ৰদৰ্শন কৰিছিল। আচলতে চিনেমাৰ পৰ্দাত অভিনয়তকৈ ৰঙ্গ-মঞ্চত অভিনয় কৰাত বেছি কৃতকাৰ্য্যতা প্ৰদৰ্শন কৰিব পাৰিছিল। চিনেমাৰ পৰ্দাত কোনো ডাঙৰ চৰিত্ৰত অভিনয় কৰাৰ সুযোগ তেখেতে পোৱা নাছিল। তাৰ কাৰণ সম্ভৱত চিনেমাৰ পৰিচালকহঁতে ৰাভাক কোনো ডাঙৰ চৰিত্ৰত অভিনয়ৰ দায়িত্ব দিয়াত নিৰ্ভৰ কৰিব পৰা নাছিল। সেইটো অভিনয়ৰ অক্ষমতাৰ বাবে নহয়—ৰাভাৰ আপোন পাহৰা দায়িত্বহীন চৰিত্ৰৰ কাৰণেই নিৰ্ভৰ কৰিব পৰা নাছিল ভবা যায়। এইবোৰ গুণাৱলীৰ বাহিৰেও ৰাভাই অনেক ভাষাই ক'ব পাৰিছিল, লেখিবও পাৰিছিল—যেনে ইংৰাজী, বঙালী, হিন্দী, উৰ্দ্দু, নেপালী, চাওঁতালী, বড়ো, নিজৰ মাতৃভাষাত পাণ্ডিত্যৰ কথা বহুলাই কোৱাৰ আৱশ্যকতা নাই। চিত্ৰাঙ্কণ বিদ্যাত ভাল দৰেই দক্ষতা অৰ্জন কৰিছিল। নিজৰ এটা আৰ্ট ষ্টুডিও নথকাৰ বা নিজে বনাই লব নোৱাৰাৰ কাৰণেই এই বিদ্যাত বিস্তৃত নিদৰ্শন ৰাখি যাব নোৱাৰিলে, এইটো এটা অপূৰণীয় ভাবেই দুৰ্ভাগ্যজনক। চিত্ৰাঙ্কণ বিদ্যাত তেখেতে সাহিত্য কবিতা নৃত্য কলাতকৈ অনেক বেছি দক্ষতা দেখুৱাই বিৰাট সাফল্যৰ খ্যাতি অৰ্জন কৰিব পাৰিলেহেঁতেন। এই বিদ্যাত তেখেতৰ নিজস্ব মৌলিকতা আছিল।—

তেখেতৰ বহুধৰণৰ বাদ্যযন্ত্ৰত ৰীতিমত দক্ষতা আছিল। ক্ৰীড়া জগতত অপূৰ্ব কৌশলী আৰু ক্ষিপ্ৰগতি। অসাধাৰণ সন্তুৰণ পটু আনকি মুষ্টি যুদ্ধ, মল্লযুদ্ধ সুদক্ষ যোদ্ধা আছিল। আৰু উল্লেখ্য— সকলো কাপোৰ চিলাই কামতও দক্ষ দৰ্জ্জি আছিল বুলি কলেও বেছি কোৱা নহৰ।

সৰ্বোপৰি বৈপ্লবিক জীৱনত বাভাৰ নিষ্ঠা, ত্যাগ, সহিষ্ণুতা তেখেতক অপ্ৰতিহত আগবঢ়াৰ শাৰীত প্ৰতিষ্ঠা কৰিছিল। ভাষণ শিল্পত বাভাৰ দৰে দক্ষতা প্ৰদৰ্শন কৰা বক্তা নাছিল বুলিলেও অত্যুক্তি নহব। তেখেতৰ নিজৰ অৰ্জিত গুণাৱলীৰ বাহিৰেও স্বভাবজাত মহৎ প্ৰাণৰ ব্যক্তি সমাজত বিৰল। তেখেতৰ আটাই-তকৈ উজ্জ্বল বৈশিষ্ট্য আছিল যে, বিশাল সম্পত্তিৰ অধিকাৰী হোৱা সত্বেও অতি সাধাৰণ মানুহৰ দৰেই অনাড়ম্বৰ নিৰাসক্ত ঋষিৰ দৰেই জীৱন যাপন কৰি তিলিঙামাৰি গুচি গ'ল। বহুদানশীল ত্যাগী ব্যক্তিৰ জীৱনৰ ক্ষেত্ৰত দেখা যায় যে তেওঁলোকে নিজৰ আৰু পৰি-য়ালৰ ভাল দৰে জীয়াই থকাৰ অৰ্থনৈতিক নিৰাপত্তাৰ ব্যৱস্থা ৰাখি থৈ দান ধ্যান কৰি থাকে। কিন্তু বিষ্ণু বাভাই বোধকৰোঁ একমাত্ৰ ব্যক্তি যিজন সংসাৰত আজিও সৰ্বত্যাগী হৈ জীৱন পাৰ কৰি দিলে হাঁহি মুখে। অথচ তাৰ বাবে কোনো অভিযোগ অনুযোগ কাৰো বিৰুদ্ধেই কেতিয়াও জনোৱা নাছিল। আজি কংগ্ৰেছ নেতা-বিলাকৰ ত্যাগতকৈ প্ৰাপ্তিৰ ভাগটোৱেই সৰহ, বাভাই তাৰ ব্যতি-ক্ৰম। তেখেতৰ জীৱিত কালতে তেখেতে লিখা পাণ্ডুলিপি—বিলাক ছপাই প্ৰকাশ কৰি প্ৰতিষ্ঠা অৰ্জনৰ বাবেও প্ৰকাশকৰ হাতত দি ৰয়েলাটি লোৱাৰো চেষ্টা কৰা নাছিল। নিজৰ ব্যক্তিগত যশ অৰ্জনৰ কাৰণেও আগ্ৰহ দেখুৱা নাছিল কেতিয়াও। এই দিশৰ পৰা কমৰেড্ বাভাক—"লিও টলষ্টয়ৰ" ক্ষুদ্ৰ সংস্কৰণ বুলি কব পৰা যায়। বিশ্ব সাহিত্যৰ ভাণ্ডাৰৰ ক্ষেত্ৰত বৰঙণি যোগোৱা বা আন আন দিশত টলষ্টয়ৰ তুলনাত বিষ্ণু বাভা শিশু হলেও, বাভাৰ পৰিবেশ

আছিল বেলেগ। অকল মাথো সাহিত্য সেৱাৰ মাজেদিয়েই মানৱ জাতিৰ সেৱাত ৰাভাই নিজক নিযুক্ত কৰা নাছিল। নিপীড়িত শোষিত শ্ৰেণীৰ মুক্তিৰ বাবেও প্ৰত্যক্ষ সংগ্ৰাম কৰি গৈছিল বিষ্ণু ৰাভাই। জীৱিত কালত দুখীয়া শ্ৰেণীৰ স্বীকৃতি পালেও মৃত্যুৰ বহুবছৰ পিছত জাতিৰ মূল্যায়ন লভিলে ৰাভাই মহৎ প্ৰতিভাধাৰীৰ পদাঙ্ক অনুসৰণ কৰাটোও এটা মহৎ গুণৰ চিনাকি। লিও টলষ্টয়ৰ জীৱনাদৰ্শৰ পৰা বিষ্ণু ৰাভাই বহু প্ৰেৰণা লাভ কৰিছিল। যেনে কৰিছিল,—মহাত্মা গান্ধী, ৰবীন্দ্ৰনাথ ঠাকুৰে। লিও টলষ্টয় তেখেতৰ অমূল্য সাহিত্য সম্ভাৰ ছপোৱাৰ বাবে "কপি ৰাইট ৰিজাৰ্ভ" কৰি যোৱা নাছিল। এই বিষয়ে তেখেতৰ সহধৰ্মিনী আৰু সন্তান-হঁতৰ লগত মনোমালিন্য হৈছিল, যাৰ ফলতে টলষ্টয়ে তেখেতৰ বিলাসবহুল সুখৰ অট্টালিকা ত্যাগ কৰি গাঁৱৰ খেতিয়কহঁতৰ মাজতগৈ জীৱনৰ শেষ দিনলৈকে অতিবাহিত কৰি সাহিত্য জননীৰ সেৱাত নিযুক্ত হৈছিল।

টলষ্টয়ৰ উদ্দেশ্য আছিল তেখেতৰ ইমান ত্যাগ আৰু সাধাৰণ ফল তেখেতৰ মৃত্যুৰ পিছতে পৰিয়াল আৰু বংশধৰে তেখেতৰ সাহিত্যৰ বিক্ৰীলব্ধ অৰ্থেৰে ফূৰ্ত্তি কৰি উৰাই দিয়াৰ সম্ভাৱনাক তেওঁ প্ৰশ্ৰয় দিব নোৱাৰে। তাতকৈ পৃথিৱীৰ মানুহে বিনা বাধাই তেখেতৰ সাহিত্য সম্ভাৰৰ প্ৰেৰণা লাভ কৰিব পৰাটোৱেই তেখেতৰ কামনা আছিল।

টলষ্টয় এজন ৰাজকীয় সন্মানৰ আধিপত্যশালী জমিদাৰ আছিল। তেখেতে ৰাছিয়াৰ সম্ৰাট জাৰৰ সৈন্যবাহিনীৰ এজন কেপ্তেইন পদৰ বিষয়া আছিল। সম্ৰাট জাৰে টলষ্টয়ৰ সাহিত্যিক প্ৰতিভাৰ বিষয়ে জানিব পাৰি তেখেতক সৈন্যবাহিনীত থাকি জীৱন ধ্বংস কৰাটো পছন্দ নকৰি তাৰ পৰা অব্যাহতি দি সম্ৰাটৰ সভাসদ-ৰূপে লৈ আহিছিল। কিন্তু সাহিত্য সম্ৰাট লিও টলষ্টয়ও কম নাছিল। তেখেতে সম্ৰাটৰ গুণকীৰ্ত্তন গোৱা সভাসদ হৈ ককৃটেইল

পাৰ্টিত অংশ গ্ৰহণ কৰাটো পছন্দ নকৰি সেই সন্মানিত পদমৰ্য্যাদা ত্যাগ কৰি সাহিত্য সেৱাত আত্মনিয়োগ কৰিছিল। যাৰ বাবে তেখেতৰ পৰিয়ালৰ লগত তীব্ৰ মতানৈক্য হোৱাৰ ফলত তেখেতক ঘৰ এৰি যাব লগীয়া হৈছিল। আৰু বহু বাধা বিঘিনি অসুবিধাৰ মাজেদি জীৱনৰ শেষ মুহূৰ্তলৈকে বাহিৰত থাকি সাহিত্য সেৱাত মনোনিবেশ কৰি গৈছিল।

কমৰেড্ বিষ্ণু ৰাভাইও ইংৰাজ শাসনত পৈতৃক অধিকাৰ সূত্ৰত ডাঙৰ পুলিচ অফিচাৰ বা সৈন্যবাহিনীৰ উচ্চপদৰ চাকৰিত বহাল হোৱাৰ সুযোগ পোৱা সত্বেও প্ৰত্যাখ্যান কৰি ধাননিৰ পথাৰত নিযুক্ত দুখীয়া ৰাইজৰ মুক্তিৰ বাবে জীৱনৰ শেষ মুহূৰ্তলৈকে সংগ্ৰাম চলাই গৈছিল। এইখিনিত কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ এটি কবিতাৰ উল্লেখ কৰাৰ লোভ চম্ভালিব নোৱাৰিলোঁ। কবিয়ে দম্ভ কৰি কৈছিল :—

"মই পৃথিৱীৰ কবি য'তে তাৰ যিমান উঠে ধ্বনি  
ত'তেই বাজিব মোৰ বাঁহীৰ সুৰধ্বনি,  
কিন্তু হোৱা নাই সি সৰ্বত্ৰগামী।  
যিজন আছে মাটিৰ ওচৰা ওচৰি  
কৃষকৰ জীৱনৰ মিত্ৰ যিজন,  
কৰ্মে আৰু কথায় আত্মীয়তা কৰিছে অৰ্জন  
সেই কবিৰ বাণীৰ বাবেই মই আছোঁ কাণ পাতি

ৰবীন্দ্ৰনাথে পৰাজয় স্বীকাৰ কৰি কৈছে যে "মোৰ কবিতা সৰ্বত্ৰগামী হব পৰা নাই। কিয়নো মাটিৰ কোলাত বাগৰি থকা হালোৱা হজুৱা দুখীয়া শ্ৰমজীৱি ৰাইজৰ ওচৰলৈ মই যাব পৰা নাই। গতিকে মই সেই কবিৰ বাণীৰ বাবেই কাণ পাতি আছোঁ। যি জনে মাটিত বাগৰি থকা দুখীয়া শ্ৰেণীৰ ওচৰত গৈ তেওঁলোকৰ প্ৰাণৰ কথা লেখিব পাৰিব।"

ৰবীন্দ্ৰনাথে আকৌ কৈছে :—

"এই দৈন্য মাঝাৰে কবি স্বৰ্গ হতে নিয়ে এসো বিশ্বাসেৰ ছবি", অৰ্থাৎ—"এই দীন হীন সমাজত কবি! তুমি স্বৰ্গৰ পৰা বিশ্বাসৰ ছবি দাঙি আনা।"

কবি গুৰু ৰবীন্দ্ৰনাথৰ আদৰ্শ কবিৰ প্ৰতিচ্ছবি দাঙি ধৰি মোৰ মন্তব্যখিনি সাহসেৰেই প্ৰকাশ কৰিছোঁ। যে বিষ্ণু ৰাভাৰ জীৱনাদৰ্শৰ ক্ষেত্ৰত কবি গুৰুৰ উল্লিখিত উক্তিখিনি বহুপৰিমাণেই প্ৰযোজ্য বুলি কব পৰা যায়। কবিয়ে জীয়াই থাকিলে বিষ্ণু ৰাভাক এই স্বীকৃতি দিলেহেঁতেন বুলি ভাবিব পৰা যায়।

"ৰাভা! তুমিয়েই দিব পাৰিছা মাটিৰ বুকুত বাগৰি থকা হালোৱা হজুৱা দুখীয়াৰ সুখ-দুখৰ লগৰীয়া হৈ তেওঁলোকৰ দুখময় জীৱনৰ কলিয়া আন্ধাৰৰ পৰা মুক্তি দিয়াৰ প্ৰতিশ্ৰুতি তোমাৰ কৰ্মে আৰু কথাৰ মাধ্যমে।"

কমৰেড্ ৰাভাৰ জীৱনতেই মূৰ্ত্ত হৈ ফুটি উঠিছে, তেখেতৰ কামে কাজে আদৰ্শৰ বাবে লিখনে পঠনে ব্যক্তিগত জীৱন ধাৰণৰ পৰিবেশে, দৃষ্টি ভঙ্গী আৰু ব্যৱহাৰৰ মাজেদি তেখেতৰ জীৱনৰ শেষ পঁচিশ বছৰৰ পৈণত অধ্যায়ৰ সাধনাৰ প্ৰতি খোজতেই পদদলিত দুখীয়া শ্ৰেণীৰ স্বাৰ্থ ৰক্ষাৰ্থেই উৎসৰ্গীকৃত। কৃষক শ্ৰেণীক "কেঁচা সোণ" বুলি মৰমৰ সম্বোধন জনাই আহ্বান কৰিছে—ৰাভাই

"জুমে জুমে আহ কেঁচা সোণ
আহ বন্ধুৱাৰ দল
ন পোহৰৰ জিলিক সানি
যাওঁ আগুৱাই ব'ল।"
"গাম পীড়িতৰ চিৰ বিজয়ৰ গান
ফিৰাই আনিম দলিতৰ সন্মান
মৰা জগতৰ হৃদয়ত ঢালি প্ৰাণ
পাতিম ধৰাত চিৰ-শান্তিৰ উদ্যান"

গতিকে কবিগুৰুৰ উল্লিখিত কবিতাৰ জীবন্ত ভাবমূৰ্তি ৰাভাৰ জীৱনতেই সাৰ্থকভাবেই প্ৰস্ফুটিত হৈ উঠিছে।

বিষ্ণু ৰাভা সম্পৰ্কে মোৰ বিশ্লেষণ শুনি গুৱাহাটী বিশ্ববিদ্যালয়ৰ এজন নামজলা অধ্যাপকে মন্তব্য কৰিছিল যে, বিষ্ণু ৰাভাক এজন কমিউনিষ্ট বা জনজাতীয় বুলি তেওঁৰ সাহিত্য লিখাৰ প্ৰথম সূচনাৰ সময়ত মৰ্য্যাদা নিদিয়া বা স্বীকৃতি নিদিয়াৰ কোনো যুক্তিই থাকিব নোৱাৰে। কিয়নো পৃথিৱীৰ এজন জাকত জিলিকা কমিউনিষ্ট সাহিত্যিক মেক্সিম গোৰ্কীৰ লেখা "মা" নামৰ কিতাপখন পুৰাপুৰি কমিউনিষ্ট আদৰ্শৰ ভিত্তিত নিপীড়িত ৰাইজৰ মুক্তি সংগ্ৰামৰ উপন্যাস হোৱা সত্বেও "নোবেল বঁটা" বিজয়ীৰ সন্মানে ভূষিত হৈছিল। "নোবেল বঁটা" দিয়াৰ বিচাৰক মণ্ডলীয়ে মেক্সিম গোৰ্কী কমিউনিষ্ট হোৱা সত্বেও শ্ৰেষ্ঠ সাহিত্যৰ পুৰস্কাৰ প্ৰদান কৰাত কুণ্ঠিত হোৱা নাছিল। কিন্তু অসমৰ সাহিত্যিক মণ্ডলীয়ে ৰাভাক মৰ্য্যাদা নিদিয়াটো দুঃখজনক। কিন্তু ইয়াত এটা প্ৰশ্ন উঠিব পাৰে যে, সেই সময়লৈকে ৰাভা ডাণ্ডৰীয়াৰ লিখিত দুই এটা প্ৰবন্ধৰ বাহিৰে উন্নতমানৰ সাহিত্য সম্পদ ৰাইজৰ মাজত বিশেষ প্ৰকাশ পোৱা নাছিল বুলি ক'ব পৰা যায়। কাৰণ তেখেতৰ আত্মগোপন কৰি থকাৰ কিছুদিন আগৰ পৰাই শেষলৈকে চৰকাৰী হস্তক্ষেপত সেই সময়ত লিখা কিতাপবিলাক সৰহ সংখ্যাত প্ৰকাশিত নোহোৱাৰ বাবে উন্নত সাহিত্যিক গোষ্ঠীৰ বহুতেই ৰাভাৰ কিতাপ বা কবিতাৰ বহুখিনিয়েই পোৱা নাছিল। তাৰ পিছতে যিখিনি পোৱা গৈছে সেইখিনিৰ মূল্যায়ন এতিয়াও হোৱা নাই কাৰণ অসমাপ্ত হৈ ৰৈ গৈছে। তবে দুখীয়া শ্ৰেণীৰ মুক্তি সংগ্ৰামৰ বাবে বিষ্ণু ৰাভাৰ লিখিত সম্ভাৰ ভালদৰেই কাৰ্য্যকৰী হৈছিল, তাৰ কাৰণে বিষ্ণু ৰাভাৰ স্বীকৃতিৰ বিৰুদ্ধে কোৱাৰ একো নাই। কিন্তু কলাগুৰুৰ সন্মানেৰে ভূষিত কৰাটো নিৰ্দ্বিধায় গ্ৰহণ কৰা টান।" এই অধ্যাপকজনৰ কথা শুনি মই কৈছিলোঁ—

মেক্সিম গোর্কীক "নোবেল বঁটা বিজয়ীৰ" সন্মানে ভূষিত কৰিলে বিশ্বৰ উচ্চতম বিচাৰক মণ্ডলীৰ সিদ্ধান্তই! কিন্তু বিষ্ণু ৰাভাক অসমীয়া জনসাধাৰণৰ মানস-মন্দিৰৰ উচ্চতম আসনত বহি নিয়াৰ সিদ্ধান্ত কৰিলে অসমৰ জনসাধাৰণৰ স্বতঃস্ফূৰ্ত্ত আগ্ৰহেৰে। শেষোক্ত সিদ্ধান্তটোও মৰ্য্যাদাৰ আসনতেই প্ৰতিষ্ঠিত। এই ৰাজহুৱা সিদ্ধান্তটোক গৌণ কৰিব নোৱাৰি।

এই ৰাজহুৱা সিদ্ধান্তটোৰ স্বপক্ষে আৰু এটা বিশেষ চৰিত্ৰ প্ৰকাশ পাইছে। সেইটোও মন কৰিব লগীয়া—

অসমীয়া ৰাইজৰ শ্ৰেণী চৰিত্ৰ নিৰ্দ্ধাৰিত হৈছে বহু পৰিমাণে অসমৰ অৰ্থনৈতিক ফালৰ পৰা নিম্নমানৰ ৰাইজ আৰু মধ্যবিত্তৰ শ্ৰেণী চৰিত্ৰৰ দ্বাৰাই। অসমত অসমীয়াভাষী ৰাইজৰ মাজত বুৰ্জোৱা শ্ৰেণী চৰিত্ৰই এতিয়ালৈকে গঢ় লব পৰা নাই বা সমাজ মানসৰ সৰ্বক্ষেত্ৰত প্ৰভাব বিস্তাৰ কৰিব পৰা নাই বুলিয়েই বিষ্ণু ৰাভাৰ লিখিত সামগ্ৰী আৰু কাৰ্য্যাৱলীৰ শ্ৰেণী চৰিত্ৰৰ গুণগত বিচাৰ অসমৰ মধ্যবিত্ত আৰু অৰ্থনৈতিক নিম্নমানৰ ৰাইজৰ শ্ৰেণী চৰিত্ৰৰ দ্বাৰাই নিৰ্দ্ধাৰিত হৈছে। বুৰ্জোৱা আভিজাত্যিক মনোভাবৰ প্ৰভাৱ ইয়াত প্ৰাধান্য পোৱা নাই। কাৰণ দেশৰ শতকৰা ৮০ ভাগ নিম্ন মাৰ্গৰ ৰাইজৰ জীৱনৰ সমস্যা আৰু তাৰ প্ৰতিকাৰৰ বিষয়বস্তু ভিত্তিক কাব্য সাহিত্য এই শ্ৰেণীৰ বোধগম্য হোৱাকৈ প্ৰকাশ কৰিব গ'লে সমাজৰ উচ্চ মাৰ্গৰ গোষ্ঠীৰ মানদণ্ডও চিত্তাকৰ্ষক নোহোৱা-টোৱেই স্বাভাবিক, কাৰণ তেওঁলোকৰ মনতুষ্টিৰ সমস্যা, নৰ-নাৰীৰ সূক্ষ্ম জৈবিক ৰসাল মনস্তাত্বিক সমস্যাৰ বিশ্লেষণৰ কাৰু-কাৰ্য্য খচিত সাহিত্যৰ প্ৰতিপাদ্যখিনি নিম্ন মাৰ্গৰ ৰাইজৰ বোধগম্য নোহোৱাটোও স্বাভাবিক। এই প্ৰশ্নটোৱেই ৰাভাৰ মূল্যায়নৰ বিতৰ্কৰ বিষয়, দুখীয়া ৰাইজৰ জীৱন সংগ্ৰামৰ সমস্যাভিত্তিক বুলিয়েই মূল্যায়নৰ মানদণ্ড বিচাৰৰ সংঘাত সৃষ্টি কৰিছে।

## বিষ্ণু বাভাৰ জীৱন মানসৰ এটি অপ্ৰকাশিত দিশ

বিষ্ণু প্ৰসাদ ৰাভাই গ্ৰেপ্তাৰ হোৱাৰ প্ৰায় এক বছৰ আগৰ পৰাই "জনজাতীয় ৰাইজৰ শ্ৰেণী চৰিত্ৰৰ সম্বন্ধে সুকীয়াকৈ এটি বিশেষ দৃষ্টি ভঙ্গী পোষণ কৰিছিল। তেখেতে এই বিষয়ে জনজাতীয় কমৰেড্ আৰু পাৰ্টিৰ মিটিঙতেই আলোচনাৰ সূত্ৰপাত কৰিছিল।

তেওঁৰ বিশ্লেষণ আছিল ; অজনজাতীয় ৰাইজে যি ধৰণে বহুকাল আগৰ পৰাই "ধনী আৰু দৰিদ্ৰ" দুই শ্ৰেণীত বিভক্ত হৈ শোষক আৰু শোষিত শ্ৰেণীত পৰিণত হৈছিল আৰু সেই শ্ৰেণীবিভক্ত সমাজটোৰ ধ্যান ধাৰণা আৰু গীত গাই উন্নত জাতি বুলি গৌৰৱ অনুভব কৰিছিল, তেনেকুৱা ভাবে জনজাতীয় ৰাইজৰ সমাজ কেতিয়াও "ধনী-দৰিদ্ৰৰ" দুটা শ্ৰেণীত বিভক্ত হৈ শোষক শোষিতৰ শ্ৰেণীত পৰিণত হোৱা নাছিল। জনজাতীয় সমাজত "ধনী দৰিদ্ৰৰ" সীমাৰেখা নাছিল। তেওঁলোকে দুখীয়া অবদমিত সম্প্ৰদায় ৰূপেই জীৱন যাপন কৰি আছিল। আজিও তাৰ সামান্য ব্যতিক্ৰম হৈছে।

ৰাভাৰ মতে অজনজাতীয় সমাজত দুখীয়া শ্ৰেণীয়ে নিৰ্য্যাতিত শোষিত হৈ দুখ-কষ্টত জীৱন নিয়াই আছে। সেই অৱস্থাৰ পৰা তেখেতসকলৰ মুক্তি সংগ্ৰামৰ বাবে শোষক শ্ৰেণীৰ বিপক্ষে সংগ্ৰাম চলাই আছে। আমাৰ জনজাতীয় দুখীয়া ৰাইজেও এই মুক্তি সংগ্ৰামত একেলগেই সংগ্ৰাম কৰাৰ বাবে আমন্ত্ৰণ জনাইছে। জনজাতীয় ৰাইজেও এই আহ্বানত দুখীয়া শ্ৰেণী হিচাপেই এই সংগ্ৰামত যোগ দিছে। কিন্তু ইয়াত এটা বিশেষ দিশ মন কৰিব লগীয়া যে,—অজনজাতীয় দুখীয়া শ্ৰেণীৰ ৰাইজে জনজাতীয় দুখীয়া ৰাইজতকৈ উন্নত বুদ্ধিয়ক আৰু জীৱন যাত্ৰাৰ জটিল বাধা বিঘিনিৰ

পথা আত্মৰক্ষাৰ কলাকৌশলৰ লগত পৰিচিত। অজনজাতীয় শোষক শ্ৰেণীৰ দ্বাৰাই হোজা জনজাতীয় ৰাইজক অবদমন কৰা বা শোষণ কৰাৰ ক্ৰিয়া কৌশলৰ লগত অজনজাতীয় দুখীয়া শ্ৰেণীৰ ৰাইজে কম বেছি পৰিমাণে অঙ্গীভূত হৈ আছে। যুগ যুগান্তৰৰ পৰাই অজনজাতীয় ৰাইজে হোজা সৰল চিত্ত জনজাতীয় ৰাইজৰ প্ৰতি এটা অৱহেলা, হীনাত্মক মানসিকতা পোষণ কৰি থকা দেখা যায়। ৰাভাৰ মতে "জনজাতীয় ৰাইজে যেন "হাতী, আৰু অজন-জাতীয় ৰাইজে যেন হাতীৰ ওপৰত বহি থকা মাহুত"। "এই অজনজাতীয় মাহুতবিলাকৰ দ্বাৰাই জনজাতীয় হাতীবিলাকে নিয়ন্ত্ৰিত হৈ আছে। ৰাভাৰ মতে এনেকুৱা সম্বন্ধ চলি থকাটো বাঞ্ছনীয় হব নোৱাৰে। জনজাতীয় ৰাইজে এই বিষয়ে সচেতন হৈ উঠিব লাগিব।" বিষ্ণু ৰাভাই তেখেতৰ এই প্ৰতিপাদ্যৰ বিষয়ে আমাৰ মতামত কি জানিব খুজিছিল।

এই বিষয়ে কমৰেড্ ৰাভাৰ লগত আলোচনা প্ৰসঙ্গত আমি কৈছিলোঁ,—"কমৰেড্ ৰাভা! অসমৰ এই ভূখণ্ডত জনজাতি, উপজাতি, অজনজাতি সকলোৱে মিলিজুলি বসবাস কৰি আছে আবহমান কালৰ পৰাই। তেওঁলোকে ভাবৰ আদান প্ৰদান কৰিছিল অসমীয়া ভাষাৰ মাধ্যমেৰেই। আনকি আহোমবিলাকে অসমত আহি অসমীয়া ভাষা সংস্কৃতিকেই গ্ৰহণ কৰি একেবাৰেই মিহলি হৈ গৈছিল। তাৰ কাৰণ সেই যুগত এই অঞ্চলত অসমীয়া ভাষাই আছিল একমাত্ৰ সমৃদ্ধশালী ভাষা আৰু বৃহত্তৰ জনসাধাৰণৰ ভাষা। সেই যুগত সকলোৱেই কৃষিজীৱি গাঁওবাসী আছিল, তেওঁলোকৰ মাজত কোনেও কাকো অবদমন কৰি থকাৰ প্ৰশ্ন উঠা নাছিল, মাত্ৰ ৰজাঘৰীয়া আৰু সামন্ত প্ৰভুবিলাকৰ বাহিৰে।

ইংৰাজ শাসক অহাৰ পিছতে শিক্ষা বিস্তাৰৰ বাট বহুপৰিমাণে মুকলি হৈ যোৱাত অজনজাতিৰ ৰাইজে সেই সুযোগ গ্ৰহণ কৰি উন্নত জীৱনধাৰাৰ অভিযাত্ৰী হৈ আগুৱাই যাব ধৰিলে। কিন্তু

জনজাতীয় বাইজে এই শিক্ষা গ্ৰহণ কৰাত অনাগ্ৰহী হৈ সৰল সহজ নিৰ্বিবাদী হাবিতলীয়া জীৱনধাৰাৰ মাজতেই উচ্চাকাংক্ষা পৰিহাৰ কৰি জীৱন নিয়াই আছিল আৰু ইংৰাজৰ পল্টনত চিপাহীৰ কামত ভৰ্ত্তি হৈ পোন্ধৰ বিশ বছৰ চাকৰি কৰি পেঞ্চন লৈ নিশ্চিন্ত জীৱন যাত্ৰা নিৰ্বাহ কৰিছিল। গতিকে জনজাতিৰ মানুহক অজনজাতিৰ দুখীয়া শ্ৰেণীয়ে কোনোদিনেই অবদমন কৰাৰ কামত অংশ গ্ৰহণ কৰাৰ উদাহৰণ নাছিল।

আমি ৰাভাক অভিযুক্ত কৰি কৈছিলোঁ, "কমৰেড্ ৰাভা! আপুনিতো জন্ম সূত্ৰে হ'ড়ে-হিমজুৰে জনজাতীয় মানুহ, আপোনাৰ এই কথাটো বহুপৰিমাণেই সঁচা যে, জনজাতীয় ৰাইজ দুখীয়া আৰু শ্ৰেণীহীন, সহজ, সৰল, কিন্তু ইয়াৰ মাজতেও সুবিধাবাদী গোষ্ঠীয়ে অজনজাতিৰ ধনীক গোষ্ঠীৰ লগত মিলি গৈ শোষকগোষ্ঠীত পৰিণত হৈ যোৱাৰ সম্ভাৱনা আপুনি উৰাই দিব নোৱাৰে। গতিকে গুৰিৰ পৰাই এনেকুৱা ধাৰাৰ গতিক বোধ কৰাত সচেতন হৈ হে আগুৱাব লাগিব।

"আপুনি অসমীয়া ভাষাত সাহিত্য সংস্কৃতিৰ বিষয়ে কিতাপ ছপাই, অসমীয়া ভাষাতেই নৃত্য গীত নাটিকা লিখি ৰঙ্গমঞ্চত ৰূপায়িত কৰিলে। অসমীয়া ভাষাত প্ৰবন্ধ লেখিলে "শ্ৰীশঙ্কৰদেৱৰ বৰ গায়ন" আৰু "জনজাতীয় সংস্কৃতিত শিৱ।" কিন্তু জনজাতীয় ভাষাত কিতাপ লেখিব নোৱাৰিলে। আপুনি যে জনজাতীয় আৰু অজনজাতীয় দুখীয়া কৃষকসকলৰ মাজত ঘূৰি ঘূৰি তেওঁলোকৰ মুক্তি সংগ্ৰামৰ বাবে আহ্বান জনালে তাত অজনজাতীয় দুখীয়া শ্ৰেণীৰ দ্বাৰাই জনজাতীয় দুখীয়া শ্ৰেণীক কোনো ঠাইত শোষণ কৰা দেখা পালেনে?

আপুনি দেখিছে যে, আমাৰ দুখীয়া শ্ৰেণীৰ মুক্তি সংগ্ৰামত আমি কোনো জাতিভেদ, শ্ৰেণীভেদ টানি অনা নাই। কাৰণ প্ৰত্যেক জাতি উপজাতিৰ ভিত্তিত আমাৰ সংগ্ৰামৰ আঁচনিক ভাগ

কৰা হ'লে খণ্ড বিখণ্ডিত হৈ সংগ্ৰামটো দুৰ্বল হৈ পৰিব। আৰু এটা বিষয় উল্লেখ্য—"জনজাতীয় ৰাইজৰ মাজতো ধনী মহাজন বা চহকী খেতিয়ক নোহোৱা নহয়, কিন্তু সংখ্যা কম বুলিয়েই আপোনালোকৰ মাজত শ্ৰেণী শত্ৰুতাৰ মানসিকতা গঢ়ি উঠা নাই। আপোনালোকৰ সকলোৱেই জনজাতীয় গোষ্ঠীবদ্ধ জীৱন যাত্ৰাৰ চাৰিত্ৰিক সীমাৰ মাজতেই সমাহিত হৈ আত্মসন্তুষ্ট হৈ আছে এতিয়ালৈকেও। আপোনালোকৰ উন্নতি বিধানৰ ক্ষেত্ৰত অজনজাতিৰ দুখীয়া ৰাইজে হেঙাৰ সৃষ্টি কৰাৰ মানসিকতা পোষণ নকৰে। আমি ৰাভাক কৈছিলোঁ যে বৰ্তমান কালত জনজাতীয় ৰাইজে তেওঁলোকৰ অনুন্নত হীনাৱস্থাৰ পৰা ওপজা হীনমন্যতাৰ প্ৰভাৱত আত্মাভিমানত মানসিক নিৰ্য্যাতন ভোগ কৰি থকাটো স্বাভাৱিক। গতিকে ইয়াৰ প্ৰতিকাৰ প্ৰতিবিধানৰ কাৰণে জনজাতীয় ৰাইজৰ মাজত প্ৰাথমিক কৰ্তব্য হৈছে—ব্যাপকভাবে শিক্ষা বিস্তাৰৰ লগতে ৰাজনৈতিক শিক্ষা সচেতনতা বৃদ্ধি কৰা, যাৰ দ্বাৰাই কোনো শ্ৰেণী বা জাতিয়ে এওঁলোকক শোষণ লুণ্ঠন কৰিব নোৱাৰে। কিন্তু কোনো ৰকমৰ সাম্প্ৰদায়িকতাৰ বীজ ৰোপন কৰি দেশখনক খণ্ড বিখণ্ডিত কৰি পেলোৱাটো বাঞ্ছনীয় নহয়।

এই বিষয়ে লেখাৰ আগতে মই কমৰেড্ হৰিদাস ডেকা, কমৰেড্ দধী মহন্ত, গোবিন্দ কলিতা, তৰুণ সেন ডেকা আদিৰ লগত পৰামৰ্শ কৰিছিলোঁ। কমৰেড্ দধী মহন্তই মোক কৈছিল যে, "কমৰেড্ ৰাভাৰ জনজাতীয় ৰাইজৰ বিষয়ে সুকীয়া ভাবেই বড়ো ভাষা সংস্কৃতিৰ বিষয়ে সমীক্ষামূলক কিতাপ লিখি তেওঁলোকক উন্নত জাতিৰ শাৰীত প্ৰতিষ্ঠা কৰাৰ আগ্ৰহ প্ৰকাশ কৰিছিল। সেই বিষয়ে আমাৰ দ্বিমত নাছিল। আমিও সকলো ৰকমৰ সহায় আগ বঢ়োৱাত সাজু আছিলোঁ। আমাৰ বিপ্লৱী গীতবিলাক অসমীয়াৰ পৰা বড়ো ভাষাত অনুবাদ কৰি ছপোৱাৰ বাবেও উদগণি আগ বঢ়াইছিলোঁ—"ন পৃথিৱীৰ নতুন যুগ" কবিতা গুচ্ছৰ কিতাপ-

খনি তাবেই চানেকি। এইখন বেআইনী ঘোষণা কৰিছিল ১৯৪৮ চনত আমাৰ স্বাধীন চৰকাৰৰ অসমৰ কৰ্ণধাৰ গোষ্ঠীয়ে। সেই কিতাপ:বিলাক জব্দ কৰি লৈ গৈছিল। আমাক আন্দোলনৰ পিছতো ঘুৰাই দিয়া নাছিল। সেই কিতাপখন আজি বড়ো ভাষাৰ এটি উজ্জ্বল চানেকি হৈ থাকিলহেঁতেন। জন্মসূত্রে বিষ্ণুৰাভাই জন-জাতীয় বংশোদ্ভুত হৈ আবহমান কালৰ পৰা জনজাতীয় বিভিন্ন গোষ্ঠীৰ সংস্কৃতিৰ বিবৰ্তনৰ মন্থৰ ৰূপান্তৰৰ অনিবাৰ্য্য শিলীভূত পৰিণামৰ পৰা ৰক্ষা কৰি গতিশীল কৰাৰ মানসলৈ বড়ো জনজাতিৰ সংস্কৃতিৰ আৰাধ্য দেৱতা "শিৱ" নামৰ প্ৰবন্ধ প্ৰকাশ কৰি অসমীয়া ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিছিল ত্ৰিশৰ দশকত। কিন্তু পৌৰাণিক নিষ্প্ৰাণ বিগ্ৰহ উপাসনাৰ ঐতিহ্যৰ উদাহৰণ দাঙি ধৰিলে সংস্কৃতিৰ ৰূপান্তৰৰ প্ৰবাহক গতিশীল কৰিব নোৱাৰি আৰু বড়ো জাতিৰ সাংস্কৃতিক ৰূপৰ বিষয়ে অসমৰ বৃহত্তম ৰাইজৰ মাজত তথা ভাৰতৰ মাজত বহুলভাবে জনাজাত কৰিব লাগিলেও বড়ো ভাষাৰ সীমিত পৰিবেশত সম্ভৱ নহয় বুলি ভাবি অসমীয়াৰ দ্বাৰাই এই প্ৰচাৰকাৰ্য্য সমাধা কৰাটোৱেই যুগুত হ'ব ভাবিছিল। সেই কাৰণেই অসমত বসবাস কৰা বিভিন্ন জনজাতি উপজাতিৰ বিষয়ে "চিফুংৰ বাঁহীৰ সুৰ" নামে এখনি ডাঙৰ গ্ৰন্থ লিখা আৰম্ভ কৰিছিল। তাৰ কাৰণ ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰভাৱ আৰু শঙ্কৰী ভাবাদৰ্শই জনজাতীয় ৰাইজক প্ৰভাৱিত কৰিব নোৱাৰিলেও তেওঁলোকৰ সংস্কৃতিৰ ৰূপান্তৰৰ ক্ৰমবিকাশক বহুপৰিমাণেই ৰুদ্ধগতি কৰি থৈছিল। ৰাভাৰ এই উপলব্ধিয়েই বড়ো জনগোষ্ঠীক প্ৰাণবন্ত কৰি তোলাৰ বাবেই অসমীয়া ভাষাৰ বৃহত্তম সামূহিক আবেদনৰ ওপৰতেই নিৰ্ভৰ কৰিব লগীয়া হৈছিল। কাৰণ অসমীয়া ভাষা এই ভূখণ্ডৰ জাতি উপজাতি জনজাতীয় সংস্কৃতিৰ সামূহিক দানেৰেই পৰিপূৰ্ণতা লাভ কৰি সাৰগৰ্ভ সংস্কৃতিৰ ৰূপ পৰিগ্ৰহ কৰিছে, যাৰ ফলত সমূহ জনজাতীয় আৰু অসমীয়া ৰাইজৰ মাজত ভাবৰ আদান প্ৰদান শিক্ষা দীক্ষাৰ বিস্তৃতি অসমীয়া

ভাষাৰ মাধ্যমেই হ'ব পাইছে, ৰূপান্তৰিতও হৈছে। তাৰেই ফুলনি বাগিচাত জনজাতীয় সংস্কৃতিৰ বৰ্ণালী শোভা বিকিৰণ কৰি আছে। ৰাভাৰ এই উপলব্ধি বুৰঞ্জীসিদ্ধ। কিন্তু বিষ্ণুৰাভাই আৰু বুজিছিল যে অকল মাথো সাংস্কৃতিক জাগৰণৰ মাজেদিয়েই জনজাতীয় ৰাইজৰ বৈষয়িক, সামাজিক সমস্যাৰ সমাধান হ'ব নোৱাৰে, উন্নতিও হ'ব নোৱাৰে। তাৰ বাবেই প্ৰয়োজন এই অৰাজক সমাজৰ গৰ্ভৰ পৰা বৈজ্ঞানিক সমাজবাদৰ ক্ষেত্ৰ প্ৰস্তুত কৰাৰ বৈপ্লৱিক কাৰ্য্য আৰম্ভ কৰাৰ কাৰ্য্যসূচী গ্ৰহণ কৰিব লাগিব। এই আদৰ্শক সন্মুখত ৰাখি ৰাভাই শেষ নিঃশ্বাস ত্যাগ কৰি গ'ল। যোৱাৰ সময়ত সৰি পৰা ফুলৰ সৌৰভৰ দৰেই তেখেতৰ আজীৱন সাধনাৰ কৃতিৰ অভিলেষ আমাৰ কাৰণে এৰি থৈ গ'ল।

"গন্ধসম সৰা ফুলে প্ৰীতি নাহি কীৰ্ত্তি ভুলে
নাই শেষ, অৱশেষৰ বাবেই দাহন কৰি গ'ল নিজকেই"

সামৰণিত ক'ব খোজোঁ যে, মহৎগুণৰ আধাৰ বিষ্ণুৰাভা আছিল মেধা মনীষাৰ মাজত মিহলি হৈ থকা সবলতা দুৰ্বলতাৰ ফেনে ফুটুকাৰে খলা-বমা বাটত এটি আপোন পাহৰা উদাসী পথিক। "ভাল-বেয়া", "বগা-ক'লা", "আছে আৰু নাই" মিলি অসম্পূৰ্ণ সত্বাৰ সংঘাতমুখৰ যাত্ৰা পথত অম্লান হাঁহিৰ বিৰিঙণি বিয়পাই এই বেতুইন সুৰ সৈনিকে দাৰুণ স্বেচ্ছাচাৰী আৰু নিয়ম নিষ্ঠাৰ দ্বন্দ্বৰ প্ৰতীক হৈ সৰ্বহাৰা বিশ্বকৰ্মাৰ ধ্বজা উৰুৱাই পেলোৱাৰ সঙ্কল্প লৈ খেয়ালী বিধিৰ আস্তিকতাৰ দৰ্প চূৰ্ণকাৰীৰ ভাৱত জীৱন-নাট-মঞ্চত অপৰাজেয় গীত গালে,—আকৌ ৰাজহাঁহৰ দৰেই অসীমত বিলীন হৈ গ'ল। কিন্তু বেলিৰ কিৰণত জিলিকি থকা তাৰ পাখীৰ বৰ্ণচ্ছটাত আমি উদ্ভাসিত হৈ শ্ৰদ্ধা আৰু বিস্ময়ৰ অনন্ত প্ৰশ্নৰ স্মৃতিৰ মাজত জীয়াই থাকিলোঁ।

॥ সমাপ্ত ॥